# এমুঠি তৰাৰ জিলিমিলি

কুমাৰ কিশোৰ

জ্যোতি প্ৰকাশন

যশোৱন্ত ৰ'ড : পাণবজাৰ

গুৱাহাটী-৭৮১০০১

# AMUTHI TARAR JILIMILI

*A Novel Written by Kumar Kishore and Published by*
*Ganesh Kumar Sarmah, M/s. Jyoti Prakashan,*

GAUHATI-1

Third Edition—1985

Price Rupees Thirty Only

---

# ॥ এমুঠি তৰাৰ জিলিমিলি ॥

॥ কুমাৰ কিশোৰ ॥

॥ প্ৰকাশক / গণেশ কুমাৰ শৰ্মা ॥

॥ জ্যোতি প্ৰকাশন / গুৱাহাটী-১ ॥

প্ৰথম প্ৰকাশ / ১৯৬৫ ॥

॥ তৃতীয় প্ৰকাশ / ১৯৮৫ ॥

॥ বেটুপাত ॥

॥ শ্ৰীভাৰত বৰা ॥

। ছপা । শ্ৰীসুনীল কুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬ ॥

। বন্ধা । শ্ৰীপ্ৰেম বেনাৰ্জী / উত্তৰায়ণ বাইণ্ডিং ৱৰ্কছ / কলিকতা-৬ ।

। মূল্য ঃ ত্ৰিশ টকা মাত্ৰ ।

## ॥ নিবেদন ॥

বহুতে কৰৰ দৰে 'কিবা এটা লিখি দ্বিতীয়বাৰ পঢ়ি চোৱাৰ ধৈৰ্য কেতিয়াও হোৱা নাই ; আৰু নহবও' বুলি কোৱাৰ সাহস মোৰ হলে আজিও নহ'ল ; আৰু কাহানিবালৈ হব বুলিও মই নাভাবো।

দুৰ্ঘটনা এটাৰ ফলত তেৰষ্ঠি চনৰ আগষ্ট মাহটো ডাক্তৰখানাত আৰু তাৰ পিচৰ দুমাহ শয্যাশায়ী হৈ ঘৰতে পৰি আছিলো। উঠি-মেলি ফুৰা-চকা কৰা দূৰৰ কথা, ইকাটি-সিকাটি হৈ বাগৰকে সলাব নোৱাৰো। সেই সময়ছোৱাতেই শ্ৰীমান তৰুণ শৰ্মাই কিবা এখন লিখি উলিওৱাৰ বাবে দিনে-ৰাতিয়ে মোক খেচ-খেচাই আছিল : কিবা এটা লিখিবলৈ আৰম্ভ কৰিলেহে হেনো গাৰ বিষ উপশম হব।

সেই কুতুৰাণি এৰাব নোৱাৰি শুই শুই কিবাকিবি কৈ গৈছিলো ; আৰু শ্ৰীমানে লিখি গৈছিল। তেনেকৈয়ে জন্ম হ'ল 'এমুঠি তৰাৰ জিলমিলি'ৰ।

বিছনা এৰি উঠি-মেলি বহিব পৰা হোৱাত পাণ্ডুলিপিটোত চকু ফুৰাই চাই বেয়া নাপালো। সেইবাবে শুধৰণি নকল এটা নিজহাতে প্ৰস্তুত কৰি পাণ্ডুলিপিটো এদিন শ্ৰীযুত মুনীনদাৰ হাতত দি আহিছিলো।

ছপাশালৰপৰা আহিঁ কাকত আহিব আহিব বুলি ভাবি থাকোঁতেই ছপা কিতাপখনেই এদিন আহি মোৰ হাতত পৰিল।

ছপাশালৰ ভূতলৈ মোৰ ভয়। আৰু যি ভয় কৰিছিলো, অৱশেষত সেয়ে হৈছে। ছপাৰ ভূতে 'এমুঠি

তৰাৰ জিলিমিলি'ত বাৰুকৈয়ে লগিছে। ন'কৈ ছপোৱাৰো তৌতিয়া আৰু উপায় নাই। বাধ্য হৈয়ে কোঙা, লোবা আৰু অন্ধ সন্তান জন্ম দিয়াৰ বেদনাৰে 'এমুঠি তৰাৰ জিলিমিলি'ক ৰাইজৰ আগত উলিয়াই দিলোঁ। এই অমাৰ্জ্জনীয় ভুলৰ বাবে পঢ়ুৱৈসমাজৰ ওচৰত ক্ষমা খোজাৰ থল মোৰ নাই। তথাপি মোৰ এই পঙ্গু সৃষ্টিক লেই-লেই চেই চেই কৰিলে শ্ৰীমান তৰুণে মনত আঘাত পাব বুলি ভাবি সুধী ৰাইজৰ ওচৰত ক্ষমা বিচাৰিলোঁ। ইতি—

৩০ এপ্ৰিল, '৬৫ — বিনয়াৱনত

ৰূপবন, শিলং। — —কুমাৰ কিশোৰ—

শ্ৰদ্ধেয় ভূপেনদা,

পাণ্ডুলিপিটো ছপাশাললৈ পঠিয়াই ভাবিছিলো ঃ 'এমুঠি তৰাৰ জিলিমিলিক' আপোনাৰ হাতত গতাম। কিন্তু পঙ্গু সৃষ্টি এটাক আপোনাৰ হাতত তুলি দিবলৈ আজিচোন মোৰ নিজৰে কেনেবা কেনেবা লাগিছে। আপোনাৰ উদাৰ শিল্পী মনৰ পৰিধিয়ে যদি মোৰ এই অপয়া সৃষ্টিক সামৰিটি লব পাৰে, তেন্তে সেয়া মোৰেই সৌভাগ্য বুলি ভাবিম।

শ্ৰদ্ধাৰে—

৩০ এপ্ৰিল, '৬৫ আপোনাৰ

ৰূপবন, শ্বিলং —কুমাৰ কিশোৰ—

মনস্তাত্বিক বিষয়ৰ নিচিনা এটি গধুৰ বিষয়বস্তুক লৈয়ো যে উপন্যাস সৃষ্টি কৰিব পাৰি আমাৰ তথাকথিত বুদ্ধি জীৱিয়ে হয়তো কল্পনাও কৰিব নোৱাৰে।

নহলেনো ‘এমুঠি তৰাৰ জিলিমিলি’য়ে উপন্যাস সাহিত্যৰ বিষয়বস্তু বাচনিত এক নতুনত্বৰ সূচনা দিয়া কুমাৰ কিশোৰক ‘জুই ধোঁৱা আৰু ছাই’ৰ পাছতহে ঔপন্যাসিক হিচাপে প্ৰতিষ্ঠিত হয় বুলি মন্তব্য কৰেনে ?

জ্যোতি চিত্ৰবনৰ প্ৰয়োজনীয়তা তাহানিতেই অনুভৱ কৰি ‘ধ্ৰুৱ দুৱোৱা’ৰ চৰিত্ৰৰ মাজত তাক প্ৰকাশ কৰিছিল।

নাট্য-শাস্ত্ৰৰ ওপৰত যথেষ্ঠ অধ্যয়ন কৰি বিজ্ঞান-সম্মতভাৱে প্ৰকাশ কৰিছিল ‘মঞ্চকলা’। প্ৰতিটো ভ্ৰাম্যমান নাট্যদলৰ লগত অতি ওচৰ সম্বন্ধ থকা কুমাৰ কিশোৰৰ মৃত্যুত কোনো এটি নাট্যদলে এটি শোকবাৰ্তা পঠিওৱাৰ প্ৰয়োজন বোধ নকৰিলে। এয়েই নেকি সুন্দৰৰ পূজা কৰা শিল্পীসকলৰ শিল্পীৰ প্ৰতি দায়িত্ব ?

কিতাপ পঢ়িবলৈ নি কিতাপ ঘূৰাই নিদিয়াটো আমাৰ বহুতৰে বদ্ অভ্যাস। তাৰ বাবেই কুমাৰ কিশোৰৰ বহুতো কিতাপ আমাৰ হাতত নথকাত কিতাপৰ ‘কপি’ বিচাৰি হাবাথুৰি খাবলগীয়া হৈছিল।

পুনঃ মুদ্ৰণৰ বাবে তৃপ্তি শৰ্মাৰিপৰা লোৱা কিতাপ-খনৰ বাবে এইখিনিতে ধন্যবাদ জনাই থলো।

‘জ্যোতি প্ৰকাশন’ৰ শ্ৰীনগেন শৰ্মাই উপন্যাস প্ৰকাশ কৰিলে বিশেষ লাভ নহয় বাবে উপন্যাস প্ৰকাশ নকৰো বুলি সিদ্ধান্ত লৈয়ো কুমাৰ কিশোৰৰ মৃত্যুৰ পাছতে তেখেতৰ কিতাপ প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহা বাবে আমাৰ আন্তৰিক শলাগ জনালো।

লাচিত নগৰ, গুৱাহাটী
১৭ ছেপ্টেম্বৰ, ১৯৮৫

আপোনালোকৰ
—জয়ন্ত কিশোৰ—

॥ এক ॥

কলঙে কান্দিছিল। বেদনাত, খঙত। এটা নিস্ফল আক্রোশত।

কপিলীত বান উঠিছিল। ক'ৰবাত পাৰ ভাঙিছিল।

এয়া কপিলী, নগঞা ৰাইজৰ কপিলী; হাঁহি আৰু চকুলোৰ। ৰং আৰু বিষাদৰ। কপিলীৰ স'তে নগঞা ৰাইজে হাঁহে। কান্দে। কপিলীৰ পাৰত সৰিয়হ ফুলে। হালধীয়া। গৰখীয়াই পেঁপা বজায়। শুৱলা। গাৱঁৰ জীয়ৰী-বোৱাৰীবোৰে গা ধোৱে। মনোমোহা। পানীঘাটলৈ যোৱা জাক জাক ৰূপকুঁৱৰীহঁতৰ খোজত কপিলীৰ ঘাটত মুকুতা সৰে। বিহুগীতৰ সুৰত চেনেহ-প্ৰীতিৰ কঠিয়া গজে। কোনোবা গাভৰুৱে লুকাই নিয়া ফুলাম বিহুৱান গুপুতে চেনাইক যাচে। কপিলীৰ ঘাটত সাউদে ডিঙা বান্ধে। মাণিক-মুকুতাৰ হাট বহে। কপিলীৰ ঘাটেৰে লখিমী উজাই আহে।

পৃথিবীত বাৰিষা নামে। আকাশত মেঘ জমে। আকাশে কান্দে। চকুলো টোকে। গাভৰু আকাশীৰ বেদনাৰ চকুলো বুকুত সামৰি কপিলী যৌৱন-চঞ্চলা হৈ পৰে। উতলা হৈ নাচে। পাৰ বাগৰে। মথাউৰি ভাঙে। কাৰোবাৰ খঙত খাওঁ খাওঁ মূৰ্ত্তি ধৰি ৰাইজক খেদি আহে। নগঞা ৰাইজে কান্দে।

আমি যি কাৰণে হাঁহো, সেই কাৰণেই কান্দোঁ। কপিলীয়েই তাৰ প্ৰমাণ। কপিলীয়ে নগঞা ৰাইজক হঁহুৱায়। কন্দুৱায়। নগঞা ৰাইজে হাঁহে কান্দে।

কপিলী পাগলী।

কপিলীৰ গাত দেও আছে। কপিলীৰ পাৰৰ দেওখানত ৰাইজে

হাঁহ, পাৰ বলি দিয়ে। কুকুৰা কাটি তেজ দিয়ে। পূজা দিয়ে। তিনিটা হাঁহকণীত তেজৰঙা সেন্দুৰ সানি দেও পূজা কৰে। মঙ্গল চায়। ৰাইজৰ অপায় অমঙ্গল দূৰ হওক। ৰাইজ সুখেৰে থাকক। শান্তিৰে থাকক।

ডিঙি মেলি মেলি কলঙে চায়। কপিলী খণ্ডত গুমৰে। সতিনী জ্বালাত বলিয়া হৈ পৰে। কিৰিলি পাৰি দেও নাচ নাচে। কলঙৰ দলঙত থিয় হৈ কলেজীয়া ডেকা-গাভৰু জাকে হাঁহে। পাৰত বান্ধি থোৱা নাওবোৰত ঢৌ লাগে। পালবোৰ কঁপে।

বাৰিষাৰ মাজ-ৰাতি। পৃথিবীৰ বুকুত বৰষুণ নামে।

ক'ৰবাত বজ্ৰপাত হৈছিল।

মই সাৰ পাইছিলোঁ।

টোপনিৰ পৰা সাৰ পাই নবৌজনীয়ে হয়তো মোৰ কথাই ভাৱিছে।

বাৰীৰ কঠাল কেইজোপাত বান্দৰ ওলমা দিয়া কঠালবোৰ হয়তো পকিছে। সেন্দুৰী আম জোপাৰ পৰা সৰি পৰিছে এটা দুটাকৈ বহুত আম। জালুকী পাণে আগলৈ মেৰুৱাই থোৱা কাকিনী তামোল কেইজোপাৰ আগবোৰ বতাহত অস্থিৰ হৈ কঁপিছে। সেয়া কঁপনি মধুচন্দ্ৰিকা ৰজনীৰ ন-কইনাৰ বুকুৰ দুৰু দুৰু কঁপনি নহয়, মাজনিশা জয়াৰ শশ্মানত ভূত দেখা মানুহৰ গাৰ অস্থিৰ কঁপনি।

দুই এজোপা তামোলৰ আগবোৰ হয়তো বতাহত ছিঙি মাটিত বাগৰি পৰিছে। বগা বগা ফুল আৰু সেউজীয়া কলিবোৰ থোকে সৈতে ছিঙি চাৰিও ফালে সিচঁৰিত হৈ পৰিছে।

'কেঁচা-মিঠা আমজোপাৰ আমবোৰ যেন সৰি নপৰে প্ৰভো। বোপাই আহি খাব।'

নবৌয়ে হয়তো ভগৱানক খাটিছিল। মই ভাল পোৱা কেঁচা-মিঠা আম-জোপাৰ প্ৰতি নবৌৰ যত্নৰ শেষ নাই।

কপিলীপৰীয়া মা আৰু নবৌহঁতৰ বুকুত মৰমৰ মৌ-কোঁহ। জীয়ৰী-বোৱাৰীহঁতৰ বুকুত চেনেহ-প্ৰীতিৰ ঢৌ।

নবৌজনীলৈ বৰকৈ মনত পৰিছে।

প্ৰায় হেজাৰ-মাইলৰ ব্যৱধান পাৰ হৈ মনটো মোৰ উৰি গৈছিল। নাকৰ আগত উৰি ফুৰিছিল অসমৰ ভিজা মাটিৰ গোন্ধ। কাণত বৈ বৈ বাজিছিল পাগলী কপিলীৰ নাচোনৰ সুৰ।

সেয়া পশ্চিম কোণৰ ৱাৰ্ডটোৰ পৰা কোনোবাই চিঞৰিছে।

এনেকুৱা বতাহ-বৰষুণৰ ৰাতি মানুহৰ চিঞৰ শুনিলে মনবোৰ কেনেবা কেনেবা লাগে। ভয় ভয় লাগে। নিশাৰ ভিতৰতে ছিল দ'ল ভাঙি বৈ অহা কপিলীৰ বানলৈ মনত পৰে। এবুকু পানীত তিতিবুৰি ভীমকলৰ বৰ বৰ গছেৰে ভূৰ সজা শশী ককাইদেউলৈ মনত পৰে।

শশী ককাইদেউ আজি-কালি ক'ত জানো?

দেহি ঐ! বেচেৰাৰ থাউনি নোহোৱা জীৱন।

ইয়ালৈ আহিছিলোঁ। মানসিক বিকাৰগ্ৰস্ত হৈ নহয়। বিকাৰ-গ্ৰস্তসকলক সুস্থ কৰি তুলিবলৈ। মুক্তি দিবলৈ। উৰ্ঙলি যোৱা পৰিয়ালবোৰত হাঁহিৰ ৰেঙণি বোলাবলৈ।

কিন্তু মানসিক ৰোগগ্ৰস্তসকলৰ লগত থাকি থাকি ময়ো যেন বলিয়া হৈ গৈছিলোঁ। কিবা এটা ভয় ভয় ভাৱ। উকঙা উকঙা মন। জীৱনৰ যেন কোনো মূল্যই নাই। কামনা বাসনাবোৰ অসাৰ।

উন্মাদ ৰোগচিকিৎসক সন্থাৰ দ্বাৰা প্ৰকাশিত প্ৰায়বোৰ আলোচনীয়ে আমাৰ চিকিৎসালয়লৈ আহে। পঢ়োঁ। ভাগি যোৱা সংসাৰবোৰৰ কথা আৰু আলোছবিবোৰ দেখি মনটো সেমেকি পৰে। কেতিয়াবা কেতিয়াবা ভাবোঁ: চিকিৎসা বিজ্ঞানৰ ব্যৱসায় নকৰি মই কৰি হোৱা হলেই ভাল আছিল কিজানি।

কাহিনী এটালৈ মনত পৰিছে। কাহিনী নহয়। সঁচা কথা। আমেৰিকাৰ বলিয়া হাস্পাতাল এখনৰ ঘটনা।

সদ্য বিবাহিত এহাল ডেকা মাৰ্কিন দম্পতী। চকুত আশাৰ ৰং। ভৱিষ্যতৰ সেউজী সপোন। অভাৱে হাত বুলাই যোৱা এখন

সৰু সংসাৰ। অভাৱ ধনৰ। ৰুটি, মাংস আৰু পানীয়ৰ। কিন্তু মন আৰু হিয়াৰ নহয়। চাকৈ-চকোৱা হালৰ দৰে ইটিয়ে-সিটিক ভাল পায়। হিয়া উবুৰিয়াই চেনেহ যাচে।

ধনে দুখীয়াৰ দুখ নকমায়। বঢ়ায়। ধন দুখীয়াৰ কাৰণে আশীৰ্ব্বাদ নহয়। অভিসম্পাত। টিকেট খেলত প্ৰথম পুৰস্কাৰ পোৱা আৰ্লবাৰ্টে কঢ়িয়াই আনিছিল এটা খবৰ। আৰ্লবাৰ্টে ডলীক সাৱটি ধৰিছিল। আনন্দত। অধীৰ উত্তেজনাত। কৈছিল : "টিকেট খেলত আমি প্ৰথম পুৰস্কাৰ পাইছোঁ মোৰ সোণজনী! তুমি ভাগ্যৱতী।"

"সঁচা? মোৰ স'তে তুমি মিছাতে ধেমালিখন নকৰিবাচোন।"

"বিশ্বাস কৰা ডলী। চোৱাঁ—এয়া টেলিগ্ৰাম। ডেৰলাখ ডলাৰৰ বেঙ্ক-ড্ৰাফ্‌ট্‌খন এই সপ্তাহৰ ভিতৰতে পোৱাৰ আশা আমি কৰিব পাৰোঁ।"

"ডেৰলাখ ডলাৰ। ইমান ধন!"

ডলীয়ে চিঞৰি উঠিছিল। সেই চিঞৰ যেন আনন্দৰ নহয়। বিষাক্ত ফেটীসাপৰ বিষ দংশনত চিঞৰি উঠা আতঙ্ক বিহ্বল মৃত্যুৰ চিঞৰ।

অচেতন হৈ যোৱা ডলী ঢলি পৰিছিল। শিল হৈ গৈছিল।

তাৰ পিচত এদিন অশ্ৰু-বন্যাত উটি উটি মাৰ্কিন যুৱক আৰ্লবাৰ্টে ডলীক থৈ গৈছিলহি এখন উন্মাদ চিকিৎসালয়ত।

দিন বাগৰি গৈছিল। তাৰ পিচত বছৰ। এটা দুটাকৈ কেবাটাও বসন্ত। কেবাটাও শীত। ডলীয়ে ৰৰফৰ ওপৰেৰে খোজ কাঢ়ে। চেঁচা পানীৰে গা ধোৱে। চিকিৎসকৰ আদেশত পুৰণি দিনৰ কথাবোৰ মনত পেলাবলৈ যত্ন কৰে। সেইজনী ডলীক চাবলৈ বকুত আকুল আশা লৈ আৰ্লবাৰ্ট আহে। বহুদিনত ফুলৰ থোপা যাচে। উপহাৰ দিয়ে। মৰমৰ উপহাৰ। চেনেহসিক্ত উপঢৌকন। ডলীয়ে হাঁহে। উন্মাদিনীৰ হাঁহি। উপহাৰবোৰ দূৰলৈ দলিয়াই দিয়ে। ফুলৰ থোপাবোৰ মোহাৰি পেলায়। নিষ্ঠুৰ হাতৰ নিষ্পেষণত

টুকুৰা-টুকুৰ হৈ যায়ঃ ফুলৰ পাহিবোৰ নহয়; ডেকা আৰ্লবাৰ্টৰ কলিজাৰ কোনোবা এটা অংশ।

মানুহৰ ধৈৰ্য্যৰো এটা সীমা আছে। সীমা আছে অপেক্ষাৰ। পোন্ধৰটা বসন্তৰ আকুল অপেক্ষাৰ পিচত আৰ্লবাৰ্ট এদিন হতাশ হৈ পৰিল। দীঘল হুমুনিয়া কাঢ়ি পৰিত্যাগ কৰিছিল ডলীৰ সুস্থতাৰ আশা। তাৰ কেইদিনমান পিচত এদিন গীৰ্জাৰ বেদীত থিয় হ'ল আৰ্লবাৰ্ট। কাষত এজনী গাভৰু। বুকুত ক্ৰুছ আঁকি শপত খালে গাভৰু গৰাকীয়ে। বাইবেলৰ বাণী আওৰোৱা ধৰ্ম্ময়াজকজনক জনালে সশ্ৰদ্ধ প্ৰণাম। এডাল এডালকৈ জ্বলাই দিয়া বহুত মমৰ পোহৰত জিলিকি উঠিল আৰ্লবাৰ্টৰ চকুৰ মণি আৰু গাভৰুগৰাকীৰ বুকুৰ ক্ৰুছ। তাৰ পিচত লাহে লাহে সিহঁত ওলাই আহিল গীৰ্জ্জাৰ চোতাললৈ।

"তুমি জানো সচাকৈয়ে সুখী নোহোৱা সোণ?"

"কেলেই নহম?"

"মইতো নাভাবোঁঃ তুমি সুখী। তুমি নিশ্চয় ডলীৰ কথাকে ভাবি আছা। জীৱনৰ বাটত যি এবাৰ হেৰাই গ'ল তাৰ কথা ভাবি লাভ কি?"

"নহয় নহয়। তুমি ভুল অনুমান কৰিছা মাৰ্গাৰেট। মোৰ সোণ।"

গীৰ্জ্জাৰ পৰা উভতি ঘৰ পোৱাৰ লগে লগে গ্ৰীণ ভিলাৰ দুৱাৰত টোকৰ পৰিছিল। দুৱাৰমুখলৈ মাৰ্গাৰেট ওলাই গৈছিল; আৰু তাৰ অলপ পিচতেই উভতি আহিছিল আৰ্লবাৰ্টৰ ওচৰলৈ।

"এয়া তোমাৰ তাঁৰ আহিছে আৰ্লবাৰ্ট।"

কঁপা কঁপা হাতেৰে আৰ্লবাৰ্টে তাঁৰখন খুলিছিলঃ তুমি বহুদিন মোৰ ওচৰলৈ অহা নাই কিয় বাৰু? তাঁৰ পায়েই তুমি আহিবা। মোলৈ এযোৰ নতুন জোতা লৈ আহিবা দেই। আজি-কালি মই প্ৰায়ে বাহিৰলৈ যাবলগীয়া হয়। ডাক্তৰে কৈছেঃ মই হেনো এমাহমানৰ পিচতে তোমাৰ ওচৰলৈ উভতি যাব পাৰিম।

"ডলী"

এয়া অকল ডলী আৰু আর্লবার্টৰে নহয়। হেজাৰ ডলী আর্লবার্টৰ উৰুঁলি যোৱা সংসাৰৰ বাতৰিৰে সেই আলোচনীবোৰ ভৰি আছে। পঢ়ো। মনটো সেমেকি পৰে।

আজি কেবাদিনৰ পৰা বাৰে বাৰে মনত পৰিছে এখন মুখ। চকুৰ আগত ভাঁহি উঠিছে এখন শান্ত সৰল মুখৰ শিশুদৃষ্টি।

"বিয়া নকৰাই সন্ন্যাসী হবা নেকি ককাইদেউ?"

"বিয়া কৰালে তোকহে কৰাব লাগিব। তাতকৈ মই বিয়াই নকৰাওঁ।"

"ছিঃ লাজো নাপায়।"

সেইজনী যুতিমালা। যুতিমালা তেতিয়াই গাভৰু। তাইৰ চাগে কেতিয়াবাই বিয়া হৈ গ'ল। তুটা নহলেও এতিয়া মানে তাই অন্ততঃ এটামান কেচুৱাৰ মাক। তাইৰ গিৰিয়েকে বা কি কৰে? হয়তো খৰিকাজহা ধান-ডৰা দাই সোণগুটি চপায়। পথাৰৰ লখিমীক ঘৰলৈ আদৰি আনে। ক'লা মুগা বলদ হালৰ গলধনখন পিহি দিয়ে। দানা খুৱায়।

তাইক ক'লৈ দিলে বা?

মনোবিজ্ঞানৰ উচ্চ শিক্ষা লৈ ভাৰতলৈ উভতিব খুজিছিলোঁ। কেন্দ্রীয় চৰকাৰৰ বৃত্তি লৈ বিদেশলৈ গৈছিলোঁ। যাওঁতে ভাবিছিলোঁ: কিবা শিকা হওক নহওক, আমেৰিকাখন অন্ততঃ চোৱা হব। সৰভোগকে পৃথিৱীৰ সিমূৰ বুলি ভবা ধাৰণাটোৰ অলপ সলনি হওক।

চাৰি বছৰ বিদেশত থকাৰ পিচত বাৰে বাৰে মনতপৰা গাৱঁৰ ঘৰখনলৈ উভতি অহাৰ সময়ত মনটো যেন সেমেকি পৰিছিল। কিবা এটা যেন হেৰুৱালোঁ—এনে এটা ভাবে মনটো গধুৰ কৰি তুলিছিল। আহিবলৈ টালি-টোপোলা বান্ধি ভাবিছিলোঁ: অসমলৈ উভতি যাম। ভিক্রগড়ত আকৌ আগৰ দৰে আৰম্ভ হব এটা গতানুগতিক জীৱন। ছাত্র-ছাত্রী, অধ্যাপক, ৰোগী। চিকিৎসা-বাখৰ, ব্যৱস্থা-বিধি।

ৰোগৰ বিশ্লেষণ, উৎপত্তিৰ কাৰণ ব্যাখ্যা আৰু নিৰাময়ৰ ব্যৱস্থা। কথাবোৰ ভাবিয়ে মনটো এঙাই গৈছিল। ভাবিছিলোঁ ঃ বিদেশলৈ আহি লাভেই বা হ'ল কি ?

বিমান এৰিবলৈ তেতিয়াও যথেষ্ট সময় আছিল। টালি-টোপোলাবোৰ সামৰি কাৰোবা কাৰোবালৈ ফোন কৰিছিলোঁ। এই কেইবছৰৰ ভিতৰতে গভীৰ হৈ পৰা বন্ধু-বান্ধৱী কেইজনীক ফোনত বিচাৰিছিলোঁ। দ্বিতীয়বাৰৰ বাবে বিদায় লৈছিলোঁ। কুমাৰী আইৰিণ বিমান ঘাটিলৈ আহি মোক বিদায় দিয়াৰ বাবে মোৰ ওচৰত অনুমতি বিচাৰিছিল। মই ভালেই পাইছিলোঁ। ঠিক এনে সময়তে তাঁৰ এখন পাইছিলোঁ। ঘৰৰ পৰা নহয়। কেন্দ্ৰীয় চৰকাৰৰ শিক্ষা আৰু সংস্কৃতি মন্ত্ৰীদপ্তৰৰ পৰা।

'ভাৰতত উপস্থিত হৈযেই ৰাঁচী হাস্পাতালত কামত ভৰ্তি হোৱাৰ প্ৰতিবেদন দাখিল কৰা। অসম চৰকাৰৰ লগত এই মৰ্মে হোৱা সিদ্ধান্ত যথা-সময়ত জনোৱা হব।'

এয়া টেলিগ্ৰামৰ ভাষা।

ক্লান্তি আৰু অৱসাদত এঙাই যোৱা মনটোলৈ যেন প্ৰশান্ত মহাসাগৰৰ উৰ্ম্মিলাৰ দৰে ভাঁহি আহিছিল উৎসাহ আৰু উদ্দীপনা। হওক তেও ঃ কেন্দ্ৰীয় চৰকাৰে মোৰ কথা পাহৰি যোৱা নাই। ডিব্ৰুগড়তকৈ ৰাঁচীত হয়তো কিবা এটা ভাল সুবিধা পাম। কেন্দ্ৰীয় মন্ত্ৰীদপ্তৰে মোৰ বিষয়ে নিশ্চয় কিবা এটা বিবেচনা কৰিব।

তাঁৰখন সামৰি চিগাৰেট এটা জ্বলাই লোৱাৰ লগে লগে নবৌ-জনীলৈ মনত পৰিছিল। কেইদিনমান আগতে লিখিছিলোঁ ঃ ডিব্ৰুগড়লৈ যোৱাৰ আগতে অন্ততঃ এদিনৰ কাৰণে হলেও ঘৰত সোমাই যাম।...তাৰিখ মানে তাৰাবাৰী পোৱাৰ আশা কৰিছোঁ। মোলৈ খাৰলি খুন্দি থব।

বেচেৰী। নবৌজনীক কেতিয়া জানো আৰু দেখা পাওঁ ? কামত ভৰ্ত্তিহৈয়ে ছুটী পাম জানো ?

বিমান এবাৰ সঙ্কেত ধ্বনি বাজি উঠিছিল। বিদায় দিবলৈ

বিমান পথাৰলৈ অহা বন্ধু-বান্ধৱবোৰে মোক আকোঁৱালি ধৰিছিল। বিদায় দিছিল। শুভেচ্ছা জনাইছিল। আইৰিণ আৰু কেইজনমান বন্ধুৱে বিদায় মুহূৰ্ত্তৰ স্নেপ শ্বট্ লৈছিল।

কেঁচা মাটি আৰু নিয়ৰ সেমেকা ঘাঁহৰ গোন্ধ মই তেতিয়া পোৱা নাছিলোঁ। পাইছিলোঁ পোৱা পেট্ৰ'ল আৰু আকাশৰ নাম নোহোৱা কিবা এটাৰ গোন্ধ। নাকৰ নিচেই ওচৰতে থকা যাত্ৰী আৰু হোষ্টেজজনীৰ গাৰপৰা ভঁাহি অহা আতৰৰ উগ্ৰ সুবাস।

'কি লাগিব? কিবা খাব নেকি? চিঠিৰ খাম?'

এয়া হোষ্টেজজনীৰ ব্যৱসায়ী মৰম। টকাৰে কিনা আত্মীয়তা।

সপোন সপোন লগা আমেৰিকাখন এৰি ভাৰত পাইছিলোঁ। কামত ভৰ্তি হৈছিলোঁ। হাস্পাতালৰ সুবিধা অসুবিধাৰ বিষয়ে সাধাৰণ খা-খবৰ লৈছিলোঁ। ৰোগীৰ সংখ্যা কিমান সুধিছিলোঁ।

দ্বিতীয় দিনৰ আবেলি।

চিকিৎসালয়ৰ দায়িত্বত থকা মনোবৈজ্ঞানিক ৰবিশঙ্কৰ ৰাৱে সিদিনা মোক ৰোগীসকলৰ লগত পৰিচয় কৰাই দিবলৈ নিছিল।

"আহক, অসমৰ পৰা অহা ৰোগীবোৰকে আজি আপোনাক দেখুৱাম। অসমীয়া ৰোগীকেইজন আমাৰ চিকিৎসালয়ৰ ৰত্ন"।

"মানে?"

ৰাৱে অসমক উপলুঙা কৰা বুলি মোৰ অনুমান হৈছিল। খং উঠিছিল। মই ৰাওৰ চকুলৈ চাইছিলোঁ।

মোৰ চকুৰ ভাষাই ৰাওক কি কৈছিল নাজানোঁ।

"সঁচাকৈয়ে কৈছোঁ। অসমৰপৰা অহা প্ৰত্যেকজন ৰোগীৰে একোটা বৈশিষ্ট্য আছে। বাকীবোৰ সাধাৰণ শ্ৰেণীৰ উন্মাদ।"

মই একো মন্তব্য অথবা প্ৰশ্ন নকৰিলোঁ। মৌন হৈ ৰাওক অনুসৰণ কৰিলোঁ। বাহিৰত ঘূৰি ফুৰা ৰোগীবোৰে অচিনাকি মানুহ এজনক দেখি মোলৈ ঘূৰি ঘূৰি চাইছিল। ৰোগীবোৰে সিদিনা হয়তো ভাবিছিল: মই এজন সাধাৰণ দৰ্শক।, কিন্তু তেওঁলোকে ভবা নাছিল: মই তেওঁলোকৰ মাজলৈ আহিছোঁ এদিনৰ কাৰণে

নহয়। বহুদিনৰ কাৰণে। এটা অনিৰ্দ্দিষ্ট কালৰ বাবে। মই আহিছোঁ তেওঁলোকৰ সেৱাৰ কাৰণে। শুশ্ৰূষাৰ বাবে।

ডাক্তৰ ৰাও থমকি ৰৈছিল। কৈছিল: এখেত মিষ্টাৰ বেদান্ত বিকাশ বৰুৱা। ঘৰ অসমত। ইয়ালৈ অহা কেবা বছৰো হ'ল। বোধহয় সাত বছৰৰো বেছি।

"অসমৰ পৰা আহিছা তুমি? খুউব ভাল কথা। ঘৰ ক'ত? কোনোবা কাগজৰ প্ৰতিনিধি নে ভ্ৰমণকাৰী? অসমীয়া ল'ৰাই চাকৰি কৰে। টুৰিষ্ট হব নোখোজে। মিষ্টাৰ চলিহাক চিনি পোৱা নিশ্চয়?"

'তুমি হৈ পৰা' বৰুৱাই মোক প্ৰশ্ন কৰিছিল। মোক অসমৰ পৰা যোৱা বুলি শুনি মুখখন উজ্জ্বল হৈ উঠিছিল। তৃপ্তিত। কিবা এটা হেৰা পোৱাৰ আনন্দত।

এজন আদহীয়া ভদ্ৰলোক। বয়সে প্ৰায় পাঁচপন্নৰ ওচৰ চুইছেগৈ। মূৰত ৰূপালী ছাপ সম্পূৰ্ণ কৈ পৰা নাই। পৰিবলৈ আৰম্ভ কৰিছে। এজন অতিশয় অমায়িক ভদ্ৰলোক। চকুত বুদ্ধি-প্ৰখৰতাৰ চিন। মই অনুমান কৰিছিলোঁ: বৰুৱা ইয়ালৈ অহাৰ আগতে নিশ্চয় কেনোবা কলেজৰ অধ্যাপক আছিল।

নিজতকৈ কম বয়সৰ মানুহক 'তুমি' বোলা ভাৰতীয় অধ্যাপকৰ স্বভাৱ। বৰুৱাৰ মুখত 'তুমি' ব্যৱহাৰটো শুনি মোৰ ভালেই লাগিছিল। ব্যৱহাৰে দূৰৰ মানুহকো নিচেই কম সময়ৰ ভিতৰতে অতি আপোন কৰি তোলে। বৰুৱাই মানুহক আপোন কৰি লব জানে।

দেখিলেই শ্ৰদ্ধাত মূৰ দোঁ খাই যোৱা বৰুৱাৰ প্ৰশ্নবোৰৰ উত্তৰ দিছিলোঁ। চলিহাৰ বিষয়ে কৈছিলোঁ: তেখেত আজি কালি অসমৰ মুখ্যমন্ত্ৰী। ৰাইজে বৰ ভাল পায়। মোৰ নিজেৰে তেখেতক গোপী বৰদলৈ গোপী বৰদলৈ যেন লাগে।"

"হয় নেকি? অ'বিমলা তেন্তে আজি কালি মন্ত্ৰী? তাৰ তেজৰ ছাপ আছিল। আজি কালি কেনে পাইছে বাৰু? যি

কোনো কথা অলপ গভীৰ ভাবে চিন্তা কৰিবলগীয়া হলেই তাৰ ষ্ট্ৰ'ক আৰম্ভ হৈছিল। সি ভাল মানুহৰ দৰে বহুতবোৰ ভাল কথা চিন্তা কৰিব পাৰে। কিন্তু কূটনৈতিক নহলে উদাৰ মানুহ ভাল ৰাজনীতিজ্ঞ হব নোৱাৰে। চাণক্যক নেদেখিছা ?"

"ক্ষমা কৰিব, ৰাজনীতিৰ বিষয়ে মোৰ অকণো জ্ঞান নাই।"

"ল'ৰা মানুহ। ৰাজনীতি মানুহে নিশিকে। ৰাজনীতিয়ে ৰাজনৈতিকৰ জন্ম দিয়ে। তুমি অসমলৈ কেতিয়াকে' ফিৰিবা ? বিমলাক মোৰ কথা কবাচোন। মই ইয়াতে আছোঁ। পাৰিলে মোক এবাৰ লগ পাই যাব। তাহানি আমি কলেজত থাকোঁতে বহুত কিবা কিবি ভাবিছিলোঁ।"

"তেখেতক নিশ্চয় মই আপোনাৰ কথা কম।"

"থ্যাঙ্কচ্ এ লট্। প্লিজ হেভ্ মি এ চিগাৰেট। কি চিগাৰেট খোৱা তুমি ?"

ৰাওৰ চকুলৈ চাইছিলোঁ। সেই দৃষ্টি অনুমতি প্ৰাৰ্থনাৰ। অৰ্থাৎ ভদ্ৰলোকজনক চিগাৰেট এটা দিম জানো ?

"দিয়া দিয়া। লাজ কৰিবলৈ কিটো আছে ? তুমি চিগাৰেট খোৱা। মই জানোঁ।"

জেপৰ পৰা চিগাৰেট এটা উলিয়াই আগবঢ়াই দিছিলোঁ। লাইটাৰটোত পেট্ৰ'ল কম আছিল। ডুবাৰমান জোকাৰি জ্বলাবলৈ যত্ন কৰোঁতেই বৰুৱাই কৈছিল: ড'ণ্ট বি ওৱেৰিড্। জুই-বাঁহ মোৰ লগতে আছে।

চিগাৰেটটো হাতত লৈ অধ্যাপক বুলি অনুমান কৰা বৰুৱাই ঘূৰাই পকাই চাইছিল। কৈছিল: ওহ্ মাই ফ্ৰেণ্ড। ময়ো এই চিগাৰেটটোহে খাওঁ। বাকীবোৰ হুপি ভাল নালাগে।

কথা কেইষাৰ কৈয়েই নতুনলোৱা চিগাৰেটটো দুয়ো ওঠৰ মাজত চেপি একান্তমনে হুপি হুপি বৰুৱা আঁতৰি গৈছিল। যেন জ্বলন্ত চিগাৰেট এটাহে হুপিছিল। তৃপ্তিত চকু দুটা অলপকৈ মুদি দিছিল। আঁতৰি যোৱা বৰুৱালৈ মই চাই ৰলোঁ। ক'তো অকণো

অস্বাভাৱিকতা নাই। সম্পূৰ্ণ সুস্থ মানুহ। আঁতৰি যোৱাৰ সময়ত আমাৰ পৰা বিদায় লোৱা অথবা ধন্যবাদ এষাৰ যাচিবলৈ পাহৰি যোৱাৰ বাহিৰে সকলোবোৰ স্বাভাৱিক।

আমি সুস্থ মানুহবোৰেও কেতিয়াবা কেতিয়াবা কাৰোবাক যাচিবলগীয়া ধন্যবাদ এটা যাচিবলৈ পাহৰি যাওঁ। সুস্থ মানুহবোৰো হঠাতে কেতিয়াবা আনমনা হৈ পৰো। সেয়া অৱচেতন মনক আবৰি থকা চিন্তাধাৰাৰ প্ৰতিক্ৰিয়া। সাধাৰণ ভদ্ৰামিখিনিও আমি তেতিয়া পাহৰি যাওঁ।

"ভদ্ৰলোকজনৰ ব্যৱহাৰত বলিয়ালিৰ কিবা লক্ষণ দেখিলে নে বাৰু? অকণো নাই। এসময়ত বৰুৱা অসমৰ এজন নামজ্বলা ডাক্তৰ আছিল। বিশেষকৈ স্ত্ৰী-ৰোগ বিশেষজ্ঞ হিচাবে আছিল সুনাম। কেন্সাৰ নে কিবা এটা ৰোগৰ বিষয়ে হেনো কিছুদিন গৱেষণাও কৰিছিল।"

নামটো সুঁৱৰি চাইছিলোঁ: বেদান্ত বিকাশ বৰুৱা। বি, বৰুৱা। চিনাকি চিনাকি নাম। কেতিয়াবা ক'ৰবাত নামটো যেন শুনিছিলোঁ।

"বৰুৱাক আমি তেন্তে হাস্পাতালৰ পৰা মুকলিকৈ নিদিওঁ কিয়?" সুধিছিলোঁ।

"মুকলিকৈ দিলে বিপদ আছে। ৰিস্ক ফ' হিজ লাইফ। অকলশৰীয়া হলেই চিকিৎসত কিবা কিবি ঔষধ ভৰাই নিজৰ গাতে পুচ কৰে। বৰুৱা ৰবীন্দ্ৰ সঙ্গীতৰ এজন ভাল ওস্তাদ।"

বিস্ময়ত চকু দুটা মোৰ বহল হৈ গৈছিল। ৰাওৰ মুখলৈ চাই ৰলোঁ!

"ওচৰত মেডিকেল এপাৰেটাচ্ নাৰাখিলেই হয় দেখোন।"

"বাহিৰৰ পৰা কিনি আনিলে আপুনি কি কৰিব? অকল সেইটো কাৰণতে তেখেতক ইয়াত আৱদ্ধকৈ ৰখা হৈছে।"

বিশ্লেষণ বিলাসী মনটোৱে মোক প্ৰশ্ন কৰিছিল: বৰুৱাই তেন্তে কিবা কাৰণত কেতিয়াবা আত্মহত্যা কৰাৰ কথা ভাবিছিল নেকি?

আমি দ্বিতীয়জন ৰোগীৰ ওচৰলৈ গৈছিলোঁ।

"এখেতৰ ঘৰো অসমত। এজন ভাল শিল্পী। কেতিয়াবা কেতিয়াবা ইয়াতো ভাল ভাল বচন মাতে। অভিনয় কৌশল সম্পৰ্কে অনৰ্গল বক্তৃতা দিয়ে। ইয়ালৈ অহা তিন বছৰ হ'ল। মানসিক উন্নতি বিশেষ একো হোৱা নাই। নাম···নামটো কি আপোনাৰ?"

"ধ্রুৱজ্যোতি ভূঞা। কিন্তু আপোনাৰ স্মৃতিশক্তি দেখি মোৰ পুতৌ জন্মিছে ডাক্তৰ। ইমান বছৰ ইয়াত থাকিলোঁ, অথচ আপুনি মোৰ নামটোও নাজানে। এৰা, আপোনাকনো কি দুষিম? অসমীয়া শিল্পীৰেই দুৰ্ভাগ্য। অসমীয়া শিল্পীক কোনোৱেও চিনি নাপায়। নাজানে। সেই শিল্পীসকলৰ মাজত কি সৃজনী শক্তি লুকাই আছে কোনোৱেও তাৰ বিচাৰ কৰিব নোখোজে।"

কথাচহকী ডেকাজনে কৈ গ'ল। আমি শুনি গ'লোঁ।

"হয়নে হেৰি, অসমত ষ্টুডিঅ'টো হ'লনে? গুৱাহাটীৰ কালাপাহাৰৰ ওচৰত কাহেলিপাৰানো কোনখিনিত? ভূপেন আজি-কালি কি কৰে? আই মিন ভূপেন হাজৰিকা। ক্রিষ্টিন কীলাৰৰ বিষয়ে ছবি এখন নকৰে কেলেই? আয়ুবখান নহৈ নেহেৰু হোৱা হলে পাকিস্থানেই চিএঞ্চবি টেট্টু ফালিলেহেঁতেন। বিশ্বক জনালেহেঁতেন: চৰিত্ৰহীন নেহেৰুটোলৈ চোৱা। অনুপমা ভট্টক স্ক'প দিয়ক না। সেইজনী শিল্পীৰ গাত কি মহতী শক্তি লুকাই আছে দেখা পাব। মধুবালাই স্ক'প পাইছে। অনুপমাই পোৱা নাই। পাৰ্থক্য ইমানেই। ব্ৰজ শৰ্ম্মা আজি-কালি তেনেই তিনিমূৰীয়া বুঢ়া হ'ল চাগে।"

"ব্ৰজ শৰ্ম্মা ঢুকাল।"

"কি কলে? ঢুকাল? মিছা কথা। অসমৰ বিষয়ে আপুনি একো নাজানে। কাগজৰ মিছা খবৰটোক আপোনালোকে সঁচা বুলি ধৰি লৈছে। আপোনালোকে শিশিৰ ভাদুৰীকে চিনে। ছবি বিশ্বাসক জানে। ব্ৰজ শৰ্ম্মাক কেনেকৈ চিনিব? ব্ৰজ শৰ্ম্মা মৃত্যুঞ্জয়। ব্ৰজ শৰ্ম্মা ঢুকাব নোৱাৰে। অসমীয়া ৰাইজক ব্ৰজ

শৰ্ম্মাই বহুত কিবা কিবি দিলে। সেই ৰাইজে ব্ৰজ শৰ্ম্মাক জীয়াই ৰাখিব। ৰূপকোঁৱৰৰ জানো মৰিছে ?”

“সঁচা। ব্ৰজ শৰ্ম্মা ঢুকাল।” নিঃসহায়ৰ সুৰত দোহাৰিছিলোঁ। মোৰ কথাষাৰ শুনি হুৱৰাই হাঁহিছিল। অবিশ্বাসৰ হাঁহি। তাৰ পিচত মৌলে এনেদৰে চাইছিল যেন এজনী ক্ষুব্ধা বাঘিনী। দৃষ্টিত-অগ্নিস্ফুলিঙ্গ। সেই দৃষ্টিৰ ভাষাই যেন মোক কৈছিল : ব্ৰজ শৰ্ম্মা মৰা নাই। ব্ৰজ শৰ্ম্মাক হত্যা কৰিছা তোমালোকে। অসমীয়া ৰাইজে।

আমি মৌন হৈ ৰলোঁ। মোৰ মনত এটা অপৰাধী অপৰাধী ভাৱ। সেয়া যে এজন বলিয়াৰ বালিয়ালি সেই কথা তেতিয়া মই পাহৰি গৈছিলোঁ। মোৰ মনটোৱে মোকে প্ৰশ্ন কৰিছিল : ব্ৰজ শৰ্ম্মা তেন্তে মৰা নাই নেকি ? বিদেশত থাকোঁতেই কোনোবা এজনে লিখিছিল : অসমৰ প্ৰবীণ মঞ্চ অভিনেতা ব্ৰজ শৰ্ম্মা ঢুকাল। বৰ করুণ মৃত্যু এটা বৰণ কৰিলে শৰ্ম্মাই।

কোনে জানো লিখিছিল ! কথাষাৰ তেন্তে সঁচা নহয়। মিছা। বাধা নামানি বৈ অহা ফেঁকুৰণি এটাত মোৰ তন্দ্ৰা ভাঙি গৈছিল। উভতি চাইছিলোঁ। ডেকা শিল্পীজনে ফেঁকুৰি উঠিছে। সেই ফেঁকুৰণি সদ্যবিধৱা গাভৰু পত্নীৰ ফেঁকুৰনি। সেই ফেঁকুৰণিৰ সান্ত্বনাৰ ভাষা নাই।

মোৰ মনটোও সেমেকি উঠিল। কি কম একো ভাবি নাপালোঁ।

“মোক ক্ষমা কৰক মিঃ হুৱৰা। ব্ৰজ শৰ্ম্মাৰ হয়তো মৃত্যু হোৱা নাই। মই আপোনাক ভুল খবৰ দিছো।” সেমেনা-সেমেনিকৈ কৈছিলোঁ।

“হ্বাট্ আপ্ দেশদ্ৰোহী। ইউ আৰ দি মেন্ হু কিল্ড্ ব্ৰজ শৰ্ম্মা। নট্ ওৱান্ বাট্ থাউজেণ্ড।”

মোৰ মূৰত যেন ব্ৰজ্ৰপাত হৈছিল।

এই ডেকাজনে মোক এনেদৰে কোৱাৰ সাহস ক'ত পালে ? ডেকাজনে মণিৰামৰ দেৱান নাটকৰ বচন মতা নাইতো ?

তাৰ পিচ মুহূৰ্ত্ততে অকণো পলম নকৰাকৈ বিজুলী গতিত ডেকাজন আঁতৰি গৈছিল। মুখেৰে গুন্ গুনাই ফুলনিত পানী দি থাকোঁতে হঠাতে ক'ৰবাৰ পৰা আহি ফেট তুলি উঠা ফেটীসাপ এঠাক নিঃশেষ কৰিবলৈহে যেন লাখুটি এডাল বিচাৰি গৈছিল।

মোৰ অলপ ভয়ো লাগিছিল। ডেকাজনে যদি সঁচাকৈয়ে আহি মোক আক্ৰমণ কৰে?

"বলক। ইয়াতে থিয় হৈ ব'ব জানো?"

আমি আগুৱাই গৈছিলোঁ।

তেনেকুৱা দুৰ্দান্ত উন্মাদ হোৱা হলে কেতিয়াও নিশ্চয় মুকলিকৈ নথলেহেঁতে ঃ গৈ গৈ ভাবিছিলোঁ।

"অসমৰ পৰা অহা ৰোগী ইয়াত কেইজন আছে?

"ছয়জন। চাৰিজন পুৰুষ। এজনী বোৱাৰী আৰু আনজনী গাভৰু ছোৱালী।"

"অসমৰ বুজিলোঁ। ঘৰ ক'ত?"

"মোৰ ঠিক মনত নাই। অফিচ ৰেকৰ্ড চালে ওলাব।"

"তুৱৰাৰ বলিয়ালিৰ লক্ষণ কি?"

"এটা নমুনাচোন দেখিলেই। ঘৰৰ সা-সম্পত্তি য'তে যিহকে পাই বিক্ৰী কৰিবলৈ নিয়ে। মানুহক বৰঙণি খোজে। বাইজৰ বৰঙণিৰে হেনো ষ্টুডিঅ' খুলিব। বোলছবি কৰিব। বৰঙণি নিদিলেই গালি পাৰে। তুৱৰাৰ মতে সকলোবোৰ ধনী অসমীয়াই দেশদ্ৰোহী। জাতিদ্ৰোহী। শিল্প সংস্কৃতিৰ মৃত্যু মানে জাতিৰ মৃত্যু। জপানৰ টাহো ষ্টুডিঅ'ৰ কথা প্ৰায়েই কয়।"

টাহো ষ্টুডিঅ'ৰ নাম শুনি কথাছবি এখনলৈ মনত পৰিছিল ঃ কিংকং বনাম গডজিলা। সেইখন আমেৰিকাত থাকোঁতেই চাইছিলোঁ।

"বেচেৰা।" মোৰ মুখেৰে আপোনা আপুনি ওলাই আহিল।

ৰাও থমকি ৰলত মযো থমকি ৰলোঁ।

বগা কৰবী এজোপাৰ তলৰ বেঞ্চ এখনত অকলে বহি আছিল

এজন ডেকা। ৰাৱে আঙুলিয়াই দেখুৱাইছিল। মোৰ দৃষ্টি গৈ ডেকাজনৰ মুখত থুপ খাইছিল। দেহত কাৰ্ত্তিকৰ ৰূপ। বাহুত বলিয়া হাতীৰ বল। এই ত্ৰিশ বত্ৰিশ বছৰীয়া ডেকাজনৰ চকুত বিস্ময়। এটা সন্দেহৰ ভাৱ। শঙ্কাৰ ছাপ।

"এই হতভাগীয়া ডেকাজনলৈ সঁচাকৈয়ে বৰ বেয়া লাগে দেহি! বিয়া কৰোৱাৰ এসপ্তাহৰ পিচতে উন্মাদ হ'ল। ঘৈণীয়েকনী প্ৰায়ে আহে। আকৌ অহা বাটেৰেই উভতি যায়। আহোঁতে বুকুত বান্ধি লৈ আহে এবুকু আশা; আৰু যাওঁতে লগত লৈ যায় হতাশা আৰু এসাগৰ চকুলো। ইয়াৰ পৰা অসম কিমান দূৰ নাজানোঁ। অসমলৈ মই কোনো দিনে যোৱা নাই। তথাপি অনুমান কৰিছোঁ: হেজাৰ মাইলতকৈ কম নিশ্চয় নহয়। এই হেজাৰ মাইল বাট বেচেৰীয়ে কিমান আশা লৈ আহে! গিৰিয়েকক এবাৰ চাব। এষাৰ কথা কব। কিন্তু এইখিনি পোৱাৰ লগে লগে সকলো আশা আকাঙ্ক্ষা যেন নিমিষতে নিঃশেষ হৈ যায়। যিজনৰ কাৰণে ইমান আকুল আশা এটা লৈ আহে, সেইজনৰ সন্মুখত থিয় হৈ কথা এষাৰ কোৱাৰো সুযোগ নাপায়।"

"কিয়?" আচৰিত হৈ মই প্ৰশ্ন কৰোঁ।

সকলো সময়তে ডেকাজন সুস্থ। ক'তো অকণো বলিয়ালিৰ লক্ষণ নাই। মাজনিশা কেতিয়াবা কেতিয়াবা চিঞৰি উঠে। ভয়ত। আতঙ্কৰ চিঞৰটো শুনিলে আপোনাৰো বুকু কঁপি উঠিব। চকুত সদায় এটা সন্দেহৰ চাৱনি। ভীতিকাতৰ দৃষ্টি। চিঞৰি উঠাৰ লগে লগে ডেকাজন শোঁতা পৰি যায়। তাৰ পিচত অজ্ঞান হৈ ঢলি পৰে। বিশেষকৈ মাইকী মানুহ দেখিলে প্ৰায়ে তেনেকুৱা হয়। ঘৈণীয়েকজনীক দেখিলে চিঞৰি দিয়ে আৰু লগে লগেই অজ্ঞান হৈ পৰে। অথচ ঘৈণীয়েকজনী ইমান মৰমলগা; মৰমীয়াল। প্ৰথমতে দুবাৰমান আমি সাক্ষাতৰ অনুমতি দিছিলোঁ। পিচত বন্ধ কৰি দিলোঁ। তথাপি ঘৈণীয়েকজনী প্ৰায়ে আহে। আলেঙে আলেঙে চায়। খা-খবৰ লয়। টকা-পইচা জমা দি চকুপানী মচি

আঁতৰি যায়। অন্তৰত পুহি লৈ যায় এটা আশা। ডেকাজন ভাল হোৱাৰ। ভাঙি যোৱা সংসাৰ এখন ন'কৈ পতাৰ।"

একেৰাহে কথাবোৰ কৈ ভাবোৎসাহত ৰাৱে যেন নিজকে পাহৰি গৈছিল। মই তন্ময় হৈ শুনি গৈছিলোঁ।

ৰাও অকণমান সময়ৰ বাবে হঠাতে এবাৰ ৰৈ গৈছিল। সেই সুৰুঙাতে সুধিছিলোঁ: "ডেকাজনৰ নাম কি? অসমৰ ক'ত ঘৰ?"

"অনুপম কোঁৱৰ। ঘৰ যোৰহাটত।"

প্ৰশ্নৰ উত্তৰ দি ৰাও ৰৈ গৈছিল। ময়ো মৌন হৈ ৰ'লোঁ।

এখোজ দুখোজকৈ আমি আগুৱাই গৈছিলোঁ।

মোৰ মনত এটা প্ৰশ্নই বাৰে বাৰে ভুমুকি মাৰিছিল: ধ্ৰুৱজ্যোতি দুৱৰা আৰু অনুপম কোঁৱৰ দুয়ো ভাই ককাই নেকি? দুয়োজনৰ চেহেৰাত ইমান সাদৃশ্য! একে চকু। একে মুখ, যেন একেটা সাঁচতে গঢ়া। এহাল মাক-দেউতাকৰ যমজ সন্তান।

"ধ্ৰুৱজ্যোতি আৰু অনুপম ভাই-ককাই নেকি?" ৰাওক সুধিব খুজিও নুসুধিলোঁ। তেনে প্ৰশ্ন কৰাটো অবান্তৰ। কোঁৱৰ আৰু দুৱৰা। একে পৰিয়ালৰ দুজন ভাই-ককায়েকে দুটা বিভিন্ন উপাধি কেতিয়াও নিলিখে। বিশেষকৈ অসমত।

মৌনতা ভাঙি ৰাৱে কৈছিল: আৰু এজন পুৰুষ ৰোগী আছে —অসমৰ। সেইজনক আপুনি নাচালেও হব।

"কিয়?"

"মানুহজন প্ৰকৃততে উন্মাদ বুলি মোৰ বিশ্বাস নহয়। বলিয়ালিৰ কাৰণ মই প্ৰায় উদ্ধাৰেই কৰিছোঁ।"

বলিয়া নহয়। অথচ বলিয়া হাস্পাতালত আছেহি। ইয়াৰ অৰ্থ কি? প্ৰশ্নবোধক দৃষ্টি এটা লৈ ৰাওৰ মুখলৈ চাইছিলোঁ। মোৰ চকুৰ ভাষা ৰাৱে বোধহয় বুজিছিল। কৈছিল: মোৰ অনুমানটোৱে সঁচা হব কিজানি। আপুনিও চাব। আমি তেওঁক দুই এসপ্তাহৰ ভিতৰতে মুকলি কৰি দিব পাৰিম হবলা।

ৰাওক মই প্ৰশ্ন কৰিছিলোঁ: বয়স কিমান? হাস্পাতালত থকা

কিমান বছৰ হ'ল? প্ৰিভিয়াচ ৰিপ'ৰ্ট কি? বংশ-কাহিনী কিবা আছে নে নাই? ইত্যাদি।

বংশগত ৰোগৰ সন্দেহ কৰি হয়তো মানুহজনক চিকিৎসালয়ত ৰাখিছে। যাতে বংশৰ আনবোৰৰ দৰে ৰোগগ্ৰস্থ হৈ নপৰে। সেই বুলিয়ে অনুমান কৰিছিলোঁ। নহলে সুস্থ মানুহ এজন হাস্পাতালত থাকিবহি কিয়?

"ধনী মানুহৰ ল'ৰা। দেউতাকৰ তিনিখন নে চাৰিখন চাহ বাগিছা আছে। অপৰ্য্যাপ্ত সম্পত্তি। চাকৰি-বাকৰি নকৰে। চিকাৰ কৰে। বাঘ আৰু পহু চিকাৰ। জহৰ দিন কেইটা শ্বিলঙত থাকে। শ্বিলঙত শীত নামিলে নীহাৰ ভান্নুও ভৈয়ামলৈ নামে। বিল আৰু বননিত ঘূৰি ফুৰে। পিস্তলেৰে বাঘ মাৰে নে ৰাইফলৰ গুলীয়ে বাঘক ধাৰাশায়ী কৰে—মোক হলে সুসুধিব দেই। কাৰণ সেই বিষয়ত মই ওস্তাদ।"

ৰাৱে নিজকে ৰসিক বুলি প্ৰমাণ কৰিবৰ যত্ন কৰিছিল।

"তাৰ পিচত?" মোৰ প্ৰশ্নত দায়িত্বৰ ধ্বনি।

মোৰ পৰা কোনো উৎসাহ নাপাই ৰাৱে পুনৰ কৈ গৈছিল: তেনেকুৱা পৰিয়ালৰ ডেকা এজনৰ বিষয়ে সাধাৰণতে মানুহৰ যি ধাৰণা, মোৰ মনলৈও সেইবোৰ ধাৰণাই আহিছিল। দৃঢ় বিশ্বাস: মোৰ অনুমানটোৱে সঁচা হব।

এদিন ডেকাজন আহি আমাৰ হাস্পাতালত সোমাল। সোমাল মানে মোমায়েক নে কোনোবা এজনে আনি সোমাই থৈ গ'লহি। মূৰত এটা প্ৰকাণ্ড বেণ্ডেজ। মগজুত হেনো পিস্তলৰ গুলীৰ আঘাত পাইছিল। আঁতি গুৰি নোহোৱা কথা কিছুমান বলকে। সকলো কথাই বিশৃঙ্খল। বিশৃঙ্খল নহয়; উশৃঙ্খল। বিস্মৃতি। চিঞৰ বাখৰ কৰে। নাৰ্চবোৰক অশ্লীল মুখভঙ্গী দেখুৱায়। মদ খোজে। নাৰ্চ, ৱাৰ্ডবয়, ঝাড়ুনী, ৱাৰ্ডগাৰ্ল সকলোকে ধমক দিয়ে। গালি পাৰে।

প্ৰথমৰ পৰাই মোৰ ধাৰণা হৈছিল: ডেকাজন বলিয়া নহয়। বলিয়ালিবোৰ এটা অভিনয়। বলিয়ালো এটা স্বাভাবিক ধৰ্ম

আছে। থাকে। কিন্তু এইজনৰ ক্ষেত্ৰত যেন তাৰ অভাৱ। স্বাভাৱিক উন্মাদৰ উন্তগুালি আৰু অভিনয়ৰ কৃত্ৰিমতা কেতিয়াও একে নহয়। সুকীয়া। পৰস্পৰ বিৰোধী।

বাওৰ কোৱা শেষ হৈছিল।

"কোনোবা ৰক্ষিত অভয়াৰণ্যত চিকাৰ কৰিছিল নেকি? আপুনি জানে?"

"সেই কথা মই সোধা নাই।"

"মূৰত গুলীৰ আঘাত তেন্তে পালে কেনেকৈ? আত্মহত্যা কৰিবলৈ যত্ন কৰিছিল নেকি?"

"সেই সম্পৰ্কে অনুসন্ধান কৰা উচিত আছিল। কিন্তু তেতিয়া সেইবোৰ কথা মই ভবাই নাছিলোঁ।"

ভবা নাছিলা যদি কাৰ মূৰটো কৰিছিলা? কিহৰ ওপৰত ভিত্তি কৰি চিকিৎসা আৰম্ভ কৰিম বুলি ভাবিছিলা বাৰু? এয়া জ্বৰ নহয় যে কিবা এটা বড়ী অথবা মিক্সচাৰ কেইদাগমান দিলেই ৰোগী সুস্থ হৈ উঠিব। এই জ্ঞান লৈ মানসিক বিকৃতলোকৰ চিকিৎসা কৰিছা?

কব খুজিছিলোঁ। কিন্তু নকলোঁ।

"এজন মানুহে মূৰত গুলীৰ আঘাত পাইছে। কি হৈছিল, কেনেকৈ আঘাত পালে এই সাধাৰণ কৌতূহলটোও আপোনাৰ নহ'লনে?" খঙত ভোৰভোৰাই উঠিছিলোঁ।

"কিমানৰ কিমান কথা শুনিব? যিবোৰ মানুহ ইয়ালৈ আহে, সুস্থ হবলৈ নাহে। আত্মীয় স্বজনেও সুস্থ হউক বুলিয়েই ইয়াত থৈ নাযায়হি। উন্তগুালি সহ্য কৰিব নোৱাৰে বুলিয়েই ইয়াত থৈ যায়।"

ৰাওৰ যুক্তি শুনি খঙত ঘোচা এটা সোধাই দিবৰ মন গৈছিল। কিন্তু উপায় নাই। শান্ত হৈ ৰলোঁ।

ইটাৰ দেৱালেৰে ঘেৰা হাস্পাতালখনৰ পশ্চিম কোণত আমি গৈ উপস্থিত হৈছিলোঁ। আমাৰ সন্মুখত এখন প্ৰকাণ্ড ইটাৰ দেৱাল। আমাৰ সোঁহাতে এখন দুৱাৰ। লোৰ। বন্ধ।

"এয়া মহিলা বিভাগ। অ' বাই দি বাই—আপোনাক কথা এটা কবলৈ পাহৰিয়ে আছোঁ।"

ৰাওৰ মুখলৈ চালোঁ। অৰ্থাৎ ঃ কি কথা ? কোৱা।

আমাক দেখি চকিদাৰ এজন দৌৰি আহিছিল। ৰাওক নমস্কাৰ দিছিল। মই তেতিয়াও হাস্পাতালৰ আটাইবোৰ কৰ্ম্মচাৰীকে চিনি নাপাওঁ। নামবোৰ নাজানোঁ। তথাপি অনুমানতে ধৰিছিলোঁ ঃ সেইজন হাস্পাতালৰে কৰ্ম্মচাৰী। খুউব সম্ভৱ চকিদাৰ। সিও বোধহয় মোক চিনি পোৱা নাছিল। চিনি পোৱাৰ সুবিধাও নাছিল। যোৱা কালি মাথোঁন কামত ভৰ্ত্তি হৈছোঁ। সি হয়তো ভাবিছিল ঃ মই এজন সাধাৰণ দৰ্শক। কাৰোবাক দেখা কৰিবলৈ আহিছোঁ। তাৰ পিচত গুচি যাম।

ৰাওৰ ইংগিতত চকিদাৰজনে ককালত ওলোমাই থোৱা চাবি এপাটেৰে দুৱাৰৰ তলাটো খুলি দিছিল। আমি ভিতৰলৈ সোমাই গৈছিলোঁ।

"ফিমেল চাইকোল'জিষ্টৰ বৰ অভাৱ। বিশেষকৈ ভাৰতত। ফিমেল পেচেন্টৰ বাবে ফিমেল চাইকোল'জিষ্টে যিমানখিনি কৰিব পাৰে, আমি নোৱাৰোঁ। নোৱাৰাটোৱে স্বাভাৱিক। আহক, সৌ কোঠাটোলৈকে যাওঁ। তাত এজনী অসমীয়া বোৱাৰী আছে।"

ৰাওক মই অনুসৰণ কৰিছিলোঁ। মনতে ভাবিলোঁ ঃ চাইক'থেৰাপিৰ নামত তুমিয়ে যি ফলাইছা সেয়ে বহুত। ফিমেল চাইকোল'জিষ্ট আৰু নহলেও হব।

আমি গৈ কোঠা এটাৰ সম্মুখত থিয় হৈছিলোঁ। বাৱে দুৱাৰত টুকুৰিয়াই দিছিল। টোকৰ শুনি পৰ্দ্দা ঠেলি ওলাই আহিছিল এজনী ভদ্ৰমহিলা। গাত এখন মুগাৰ মেখেলা আৰু কপাহী চাদৰ। জীয়া পাখিৰ ৰঙৰ এটা ব্লাউজ। চকু-মুখত দীপ্তি আৰু লাৱণ্যৰ উজ্জ্বলতা। মই উচপ্ খাই উঠিলোঁ। নবৌজনী ইয়ালৈ আহিল কেনেকৈ ? মোৰ দৃষ্টি স্থিৰ হৈ ৰ'ল। এজনী যেন দায়িত্বপূৰ্ণা সুস্থা গৃহিণী। চকু-মুখত ক'তো অকণো উদ্বেগ অথবা ক্লান্তিৰ ছাপ নাই।

মোৰ অনুমান হৈছিল : এই মহিলাগৰাকীক কোনোবা নিদাৰুণ স্বামীয়ে জীয়াতু ভোগাবলৈকেহে যেন ইয়াত বন্দিনী কৰি ৰাখিছে।

মহিলাগৰাকীয়ে আমাক নমস্কাৰ দিছিল। মোৰ চকু-মুখৰ ওপৰেৰে দৃষ্টি বুলাই নি ৰাওৰ মুখলৈ চাইছিল। সেই দৃষ্টিৰ ভাষাই যেন প্ৰশ্ন কৰিছিল : এখেত কোন? মইচোন চিনি পোৱা নাই। নীলা চকুযুৰিৰ দৃষ্টিৰ ভাষা মৌন। শান্ত। মোহলগা।

আমি প্ৰতি নমস্কাৰ জনাইছিলোঁ।

"গা কেনে পাইছে?"

ৰাৱে অসমীয়াতে সুধিছিল। নিৰ্ভুল উচ্চাৰণ। মই অবাক দৃষ্টি এটাৰে ৰাওৰ মুখলৈ চাইছিলোঁ। মোৰ দৃষ্টিয়ে ৰাওক প্ৰশ্ন কৰিছিল : তুমি তেন্তে অসমীয়াও জানা? তেনেহলে কালিৰ পৰা তাকে কোৱা নাই কিয়? মোৰ লগত ইংৰাজীতে কথা নকলেও দেখোঁন হ'লহেঁতেন।

"মই সদায়ে ভাল। মোৰতো একো অসুখ হোৱা নাই।" মহিলা গৰাকীয়ে হাঁহিছিল। এটা ধুনীয়া হাঁহি। হাঁহিত পদুম ফুলা হাঁহি। জোনাক সৰা হাঁহি। মাতটো ইমান মিঠা। হাঁহিত অলপকৈ ঢৌ উঠা গালদুখনত কোনোবাই যেন ৰঙা ৰং কিছুমানহে সানি দিছিল। ইমান তেজ। গালৰ পাতল ছাল দুখন ছিৰি তেজবোৰ চিটিকি আহি আমাৰ গায়ে মূৰে যেন ফিচ্‌কাৰিহে মাৰিব।

চেৰেংকৈ মনত পৰা নবৌজনীৰ সতে মই এই মহিলাজনীক বিজাই চাবৰ যত্ন কৰিছিলোঁ। মহিলাজনী যেন আন কোনো নহয়। মোৰ নবৌ। হাস্পাতালত নহৈ আন ঠাইত হোৱা হলে মই কিজানি নবৌ বুলিয়ে চিঞৰি উঠিলোঁহেঁতেন : আপুনি ইয়ালৈ ক'লৈ আহিছে? কাৰ লগত আহিছে?

"আপুনি পুৰণি কথাবোৰ মনত পেলাব পাৰিছেনে বাৰু?"

"সকলোবোৰ কথাই মোৰ মনত আছে। কিবা সুধিব নেকি? সোধক।"

"ধন্যবাদ। আমি পিচত আহিম। এতিয়া আহিছো দেই।"

আমি আঁতৰি আহিলোঁ। ওচৰৰ কোঠাটোলৈকে গৈছিলোঁ। বাৰান্দাৰ ৰেলিঙত পেট পেলাই দূৰৰ আকাশলৈ চাই আছিল এজনী গাভৰুৱে। গাৰ সাজ-পাৰটোৱে কৈছিল ঃ এইজনী অসমীয়া গাভৰু। আমাৰ পদশব্দত গাভৰুজনীয়ে পিচলৈ উভতি চাইছিল। মই শিহঁৰি উঠিলোঁ। আপোনা আপুনি মোৰ মুখেৰে বৈ আহিল ঃ যুতিমালা!

মোৰ চকু দুটাৰ ওপৰতে অবিশ্বাস হৈছিল। সিটো কোঠাত সাইলাখ নবৌৰ চেহেৰাৰ এজনী ভদ্ৰমহিলা। আৰু ইয়াত এইজনী যুতিমালা। মোৰ নিজৰে যেন মূৰৰ বিকৃতি ঘটিছিল। যিজনী মহিলা আৰু গাভৰুকে দেখোঁ সেইজনীয়েই মোৰ চিনাকি। কিন্তু সেয়া কেনেকৈ সম্ভৱ?

মই কিন্তু নিঃসন্দেহ ঃ এইজনী যুতিমালা।

যুতিমালা ইয়ালৈ আহিল কেনেকৈ? যুতিমালা উন্মাদ হব কিয়? তেনেকুৱা কিবা এটা অঘটন ঘটিলে নবৌৱে মোলৈ নিশ্চয় লিখিলেহেঁতেন। এইজনী বাৰু যুতিমালাই। কিন্তু বিধৱা মাকজনীয়ে জানোঁ যুতিমালাক চিকিৎসাৰ বাবে ইয়ালৈ পঠিয়াব পাৰিছে? যুতিমালাৰ মাকৰ সিমান কণ সামাৰ্থ্য আছে? ইয়াত তাইক ঠাই বিচাৰি দিলে কোনে? কোনে আনি থৈ গ'ল? অকলশৰীয়া কাঞ্চন পেহীয়ে যুতিমালাক ইয়াত থৈ যোৱা কথাটো জানো বিশ্বাসযোগ্য? কোনোদিনে গাওঁৰ বাহিৰ নেদেখা পেহীজনীয়ে ইমান সাহস পালে ক'ত? তেন্তে ককাইদেৱে থৈ গ'লহি নেকি? চিকিৎসাৰ বাবে ইমান টকা পাইছে ক'ত?

মিছা কথা। এয়া যুতিমালা নহয়। যুতিমালা বুলি মই সন্দেহ কৰাৰ কোনো ভিত্তি নাই। যুতিমালা হোৱা হলে মোক নিশ্চয় চিনি পালেহেঁতেন। কথা কলেহেঁতেন। আনন্দতে চিঞৰি দিলেহেঁতেন। এবা, মানুহৰ মনে জানো মানুহ থাকিব নোৱাৰে? এইমাত্র [illegible] পাই অহা মহিলাগৰাকীক জানো মই নবৌ বুলি ভুল

কৰা নাছিলোঁ। ? একে মুখ, একে শৰীৰৰ গঠন, গাৰ ৰং আৰু চকুৰ চাৱনি। নবৌজনী ঘৰত নথকা সময়ত যদি এই মহিলাগৰাকী গৈ মাক কয়ঃ মা, তামোল এখন খাব নেকি ? মাই নিশ্চয় কবঃ এৰা; তামোল এখনকে দেহ'ক। ৰাতিলৈ মই ভাত নাখাওঁ হবলা। মোলৈ ভাত ৰান্ধিব নালাগে। বুইছ ন-ছোৱালী ?

ককাইদেৱে কবঃ মোক চাহ এপিয়লা দিবলৈ বাপুটিক কোৱাচোনহে স্বাতী। তুমি সিদিনা কেনেকুৱা ৰঙৰ উল অনাৰ কথা কৈছিলা ?

বেগুনী ৰংটো নবৌয়ে বৰ ভাল পায়। বেগুনী ৰং কলিজাৰ ৰং। ৰঙা ৰং তেজৰ। মহিলা গৰাকীয়ে জানো কি ৰং ভাল পায় ?

মুহূৰ্ত্তৰ ভিতৰতে বহুত কথাই মই ভাবিছিলোঁ।।

'যুতিমালা' বোলা মোৰ বিস্ময়সনা চিঞৰটোত ৰাৱে মোৰ চকুলৈ চাইছিল। এটা অবোধ্য দৃষ্টি। বোবা চাৱনি! যুতিমালা বুলি ভবা গাভৰুজনীয়ে তেতিয়া নিৰুদ্বেগ ভাৱে সোঁহাতখনেৰে বাওঁপিনৰ বুকুখনত আলফুলকৈ পিহি দিছিল। কোঁচত টোপনি যোৱা এটা কেচুৱা এটাকহে যেন মৰম কৰিছিল।

পলকহীন দৃষ্টিৰে গাভৰুজনীলৈ মই চাই ৰলোঁ।।

যুতিমালা বুলি ভুল কৰা গাভৰুজনী কিন্তু যুতিমালা নহয়।

গাভৰুজনীৰ ওচৰৰ পৰা আঁতৰি গৈ আৰু কেইজমান ৰোগীক আমি চাইছিলোঁ। সেইবোৰ অসমৰ নহয়। অসমৰ বাহিৰৰ। ভাৰতৰ বিভিন্ন ঠাইৰ। বিভিন্ন প্ৰদেশৰ।

ৰাৱে সঁচা কথাকে কৈছিল। অসমৰ ৰোগী কেইজনৰ প্ৰত্যেকৰে একোটা বিশেষত্ব আছে। আনবোৰ বিকৃত মস্তিষ্কৰ লোকতকৈ এই সকল বহুত সুস্থ। অনেক শান্ত। শিষ্ট। মানসিক বিকৃতি ঘটা বুলি অনুমান নহয়। প্ৰকৃতিস্থ।

অফিচ কক্ষত বহি আমি কথা পাতি আছিলোঁ।।

"স্মৃতিকণা কোঁৱৰ। মহিলাগৰাকীৰ নাম। অনুপম কোঁৱৰৰ মবৌয়েক। ধনী আৰু ভদ্ৰ পৰিয়ালৰ এজনী বোৱাৰী। [illegible]

কোনো বিকৃতি নাই। এজনী সম্পূর্ণ সুস্থ বোৱাৰী। কিন্তু স্মৃতিশক্তি হীন। বিকৃত মস্তিষ্কৰ প্ৰায়বোৰ মানুহৰেই স্মৃতিশক্তি দুৰ্ব্বল। ৰূঢ় ভাষাৰে আপুনি যদি কিবা প্ৰশ্ন কৰে—বোবা দৃষ্টি এটাৰে আপোনালৈ এনেদৰে চাই ৰ'ব যেন মহিলাগৰাকী কিবা এটা ঘোৰতৰ অপৰাধত অপৰাধিনী। দৃষ্টিত শঙ্কা আৰু বিহ্বলতাৰ চিন। কি কৰিলোঁ? এয়া কি হ'ল এনে এটা ভাৱ। তেজ দেখিলেই মূৰ ঘূৰায়। অজ্ঞান হৈ পৰে। ৰঙা ৰং, ৰঙা ফুল দেখিলেও তেনেকুৱা হয়। কেচুৱা ল'ৰা-ছোৱালীৰ কান্দোন শুনিলে চঞ্চলা হৈ পৰে। মূৰৰ চুলি আজোৰে। কেচুৱা ল'ৰা-ছোৱালী দেখিলেই ডিঙিত চেপি ধৰিবলৈ দৌৰি যায়। কিন্তু দৌৰি ফুৰা অথবা সৰু সৰু ল'ৰা-ছোৱালীবোৰক বৰ ভাল পায়। মৰম কৰে। বুকুৰ মাজত সাৱটি ধৰি চুমা খায়। পিঠিত হাত বুলাই চেনেহ যাচে।”

ৰাৱে থমকি বৈ চিগাৰেট এটা জ্বলাইছিল। মৌলে চিগাৰেট কেচটো আগুৱাই দিছিল।

কিবা কিবি ভাৱবোৰ আহি মোৰ মনৰ মাজত খেলি-মেলি লগাইছিল। তেজ। কেচুৱা আৰু কেচুৱাৰ কান্দোন। চকুত অপৰাধিনীৰ দৃষ্টি।

মই সিদ্ধান্ত লৈছিলোঁঃ ৰাওৰ ধাৰণা যদি সঁচা হয়, তেন্তে মহিলাগৰাকীৰ বলিয়ালিৰ কেন্দ্ৰ বিন্দু কেচুৱা। কিন্তু ৰাওক বিশ্বাস কৰিবলৈ মোৰ টান লাগিল। চকুৰ ভাষাতঃ কি কৰিলোঁ? এয়া কি হ'ল? তেনেবোৰ ভাৱৰ কথা ৰাৱে কেনেকৈ উমান পালে? চকুৰ ভাষাত সিমানবোৰ প্ৰশ্ন উদ্ধাৰ কৰিবলৈ ৰাও কেনেকৈ সক্ষম হ'ল? সেয়া যেন চকুৰ ভাষা নহয়। মহিলাগৰাকীয়ে ৰাওক কোৱা কথা। লিখিত প্ৰশ্ন।

দেখিলেই শ্ৰদ্ধা ওপজা মানুহ এগৰাকীৰ প্ৰতি অশ্লীল কল্পনা এটা কৰিবলৈ মোৰ লাজ লাজ লাগিছিল। সেয়া যেন মোৰ দুৰ্ব্বল মনৰ নীচাত্মিকাবোধ।

“কি ভাবিছে মিঃ বৰুৱা? এনি চলিউচন?”

ভাবিছিলোঁ। বহুত কিবা কিবি। কিন্তু কি ভাবিছিলোঁ। ৰাওক ফুটাই কবলৈ ভাল নালাগিল। এজনী লখিমী স্বৰূপা বোৱাৰীৰ শালিনতাক ক্ষুণ্ণ কৰা অশ্লীল কল্পনাবোৰ ৰাওক জনাবলৈ মন নগ'ল। ৰাওৰ প্ৰশ্নটো ইচ্ছা কৰিয়েই এৰাই যোৱাৰ যত্ন কৰিছিলোঁ।।

ৰাৱে পুনৰ মোক সেই একেটা প্ৰশ্নকে কৰিছিল। মই ফাঁকি দিব খুজিছিলোঁ।। কিন্তু নোৱাৰিলোঁ।। অনিচ্ছা সত্ত্বেও কৈছিলোঁ।। মিছেছ্ কোঁৱৰ যে অবৈধ সন্তানৰ মাতৃ নাছিল আপুনি কেনেকৈ কব? আৰু হয়তো সেই সন্তানটোক ডিঙি চেপি মৰাৰ যত্ন কৰিছিল। সেই বিষয়ে আপুনি কিবা পৰীক্ষা কৰিছিল নে?

"ভেৰি লাইক্‌লি। এনেদৰে মই কেতিয়াও ভবা নাই। পতিকে পৰীক্ষা কৰাৰ প্ৰশ্ন নুঠে। এৰা—এতিয়াহে বুজিছোঁ।"

"কি বুজিলে?"

"অনুসন্ধানৰ উহঁ এটা পাইছোঁ।"

"কি?"

"ডাক্তৰ বেদান্ত বিকাশ বৰুৱাৰ লগত মিছেছ্ কোঁৱৰৰ নিশ্চয় কিবা সম্পৰ্ক আছে। সেই সম্পৰ্ক কি আৰু ক'ত আমি তাক উদ্ধাৰ কৰিবই লাগিব।"

মোৰ হাঁহি উঠিব খুজিছিল। মই কোৱা কাৰণেহে যেন ৰাৱে মিছেছ্ কোঁৱৰক সন্দেহ কৰিব খুজিছে। তাকো আকৌ বৰুৱাৰ সতে। পিতৃতুল্য বৰুৱাৰ জানো ইমান অধঃপতন ঘটিছিল? বৰুৱা আৰু স্মৃতিকণা কোঁৱৰৰ মাজত যোগসূত্ৰ ক'ত? আৰু সেয়া সম্ভৱ হ'ল কেনেকৈ? দুয়োজন অসমৰ। সেইবুলি অসমখন' এখন গাঁও নহয়।

"বৰুৱা আৰু মিছেছ্ কোঁৱৰৰ ঘৰ জানো একে ঠাইত? কোঁৱৰৰ গিৰিয়েকৰ নাম কি? তেখেতৰ লগত কেতিয়াবা আপুনি কিবা কথা পাতিছিল নে?"

"ওহো। এই বিষয়ে গিৰিয়েকক আমি কেতিয়াও একো সোধা

নাই। মিছেছ্ কোঁৱৰৰ চৰিত্ৰ সম্পৰ্কে গিৰিয়েকৰ কি ধাৰণা সেই বিষয়ে কেতিয়াও প্ৰশ্ন কৰা নাই। তেতিয়া এনেদৰে ভবাৰ আৱশ্যকো অনুভৱ কৰা নাছিলোঁ।"

"আৱশ্যক জানো নাই?"

"এতিয়া দেখিছোঁ: নিতান্ত আৱশ্যক। আমাৰ বৰং বহুতো পলম হৈ গ'ল। আপুনি আৰু কি সুধিছিল? ও কোঁৱৰ আৰু বৰুৱাৰ ঘৰ? হয়, একে ঠাইতে। সেই কাৰণেই সন্দেহটো মোৰ বদ্ধমূল হৈ পৰিছে। আৰু এটা কথা……।"

"সেইটো আকৌ কি? বৰুৱা আৰু কোঁৱৰৰ মাজত অবৈধ প্ৰেমৰ কিবা গোন্ধ পালে নেকি?

ৰাও মনে মনে ৰ'ল। তপৰাই মোৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ হয়তো প্ৰয়োজন বোধ নকৰিলে। ৰাৱে যেন কিবা এটা কথা গভীৰ ভাৱে চিন্তা কৰিছিল। বিশ্ব সাহিত্যত আলোড়ন সৃষ্টি কৰা উপন্যাস 'ললিতা'খনৰ কাহিনীটোলৈ মনত পৰিল। মানৱ মনৰ চাৰিওফালে যেৰি আছে সামাজিক ন্যায়ৰ অলঙ্ঘ্য প্ৰাচীৰ। সেই প্ৰাচীৰ ভাঙি দিলে মানৱ সমাজত কি প্ৰতিক্ৰিয়াই দেখা দিয়ে তাকে চাবলৈ অধ্যাপক নবকভে ৰচনা কৰিছিল ললিতা। পিঞ্জৰাৱদ্ধ চিম্পাঞ্জীৰ ছবি এখনে জন্ম দিছিল ললিতাৰ ভ্ৰূণ। মানুহৰ সুস্থ মানৱতাবোধ আৰু সামাজিক ব্যভিচাৰ: এয়েতো ললিতাৰ মূল কথা। তেনেহলে বৰুৱা আৰু মিছেছ্ কোঁৱৰৰ মাজত অশ্লীল সম্পৰ্ক এটা কল্পনা কৰাৰ জানো কোনো ভিত্তি নাই?

"অবৈধ প্ৰেমৰ গোন্ধ—এক্সাক্টলি নট দেট। মোৰ ধাৰণা কি জানে? সন্তান সম্ভৱা কুমাৰী কোঁৱৰৰ গৰ্ভত অবৈধ সন্তানৰ ভ্ৰূণ। সেই ভ্ৰূণ নিপাতৰ বাবে হয়তো কোঁৱৰে ওচৰ চাপিছিল ডাক্তৰ বৰুৱাৰ। বৰুৱাই কোঁৱৰৰ অনুৰোধ ৰক্ষা কৰিব নোৱাৰিলে। হয়তোবা অনুৰোধ ৰক্ষা কৰাৰ তেতিয়া আৰু কোনো উপায় নাছিল। তাৰ পিচত সময়ে এদিন কঢ়িয়াই আনিছিল এটা [illegible] [illegible]। আবিষ্টে কোঁৱৰ শিহৰি উঠিল। 'আতংকত'। [illegible]

ভয়ত। সেইদিনা কুমাৰী জীৱনৰ কলঙ্ক লুকাবলৈ মানুহ নামৰ মাংস-পিণ্ডটোৰ ডিঙিত চেপি ধৰিছিল তুখন হাতে। সেই সময়ত সেই তুখন নাৰীৰ মৰম কোমল হাত নহয়, নৰঘাতক দস্যুৰ বজ্ৰকঠোৰ হাত। তাৰ পিচত এটা ক্ষীণ আৰ্ত্তনাদ। জীয়াই থকাৰ। হয়তোবা জীৱনক চিৰদিনলৈ হেৰুৱাই পেলোৱাৰ। যিখন মুখৰ ধ্বনিয়ে বিশ্বক এদিন জনাইছিল এটা জীৱনৰ আগমন, সেই কণমানি মুখৰ তুৰ্ব্বল আৰ্ত্তনাদ এটাৰেই বিশ্বক জনাই থৈ গ'ল মৃত্যুৰ বাৰতা। এজনী মাতৃৰ বাহিৰে কোনোৱেও হয়তো নুশুনিলে সেই আৰ্ত্তনাদ। কিন্তু ঈশ্বৰত বৈ গ'ল তাৰ প্ৰতিধ্বনি। শিশু হলেও মৃত্যুৰ যন্ত্ৰণা অতিশয় ভয়াবহ। মৃত্যুৰ আৰ্ত্তনাদ করুণতম্। ফেনেকি বৈ অহা এমজিয়া কেঁচা তপত তেজ আৰু হাত ভবি শিথিল হৈ যোৱা এটা মহাজীৱন। পৰবৰ্ত্তী জীৱনত ৰেখাপাত কৰিবলৈ মিছেছ কোঁৱৰৰ কাৰণে সেয়েই যথেষ্ট। অভ্যস্ত হত্যাকাৰীৰ ক্ষেত্ৰত তাৰ হয়তো কোনো মূল্য নাই। এটা নিৰপৰাধ জীৱনৰ মৃত্যুৱে চৰিত্ৰৰ পতাকা ৰঞ্জিত কৰা স্মৃতিকণা কোঁৱৰৰ স্মৃতিত চিৰদিন জিলিকি ৰ'ল সেই স্মৃতি। কাণত বাজি ৰ'ল সেই মৃত্যু আৰ্ত্তনাদ। কেচুৱাৰ কান্দোন।"

কথাবোৰ কৈ যাওঁতে ৰাৱে যেন উশাহ লবলৈও পাহৰি গৈছিল। আবৃত্তি কৰাৰ দৰে ৰাৱে কৈ যোৱা কথাবোৰ মই তন্ময় হৈ শুনি গৈছিলোঁ। ৰাৱৰ অনুমানটোৰ সত্যতা হয়তো নাথাকিব পাৰে। কিন্তু অবিশ্বাস্য বুলি মই উৰুৱাই দিব নোৱাৰিলোঁ। সমৰ্থনৰ ভঙ্গীত মৌন হৈ ৰলোঁ। আঁৰ নলগাকৈ ইমান কথা চিন্তা কৰিব পৰা ৰাৱে কিছুমান ক্ষেত্ৰত আৱশ্যকীয় বা-বাতৰি খিনিও সংগ্ৰহ কৰিবৰ যত্ন নকৰে কেলেই ?

"আন এটা কথা কি জানে ? এৰা, ইমান দিনে তাৰ যোগাযোগ ক'ত, সেই কথা মই উদ্ধাৰ কৰিব পৰা নাছিলোঁ।......অথনি আপোনাক কওঁ বুলিও কোৱা নহ'ল।"

"এতিয়াও কওক।"

"ৰক্তাক্ত দেখিলেই মহিলা গৰাকীয়ে চিঞৰি দিয়ে। সেই

চিঞৰৰ আতঙ্কৰ।' চকুত হেজাৰ প্ৰশ্নবোধক চিন আঁকি বৰুৱাদেৱে একেথৰে চাই থাকে। হাতভৰিবোৰ থৰ্ থৰকৈ কঁপে।"

"সেই সময়ত বৰুৱাৰ চকু-মুখৰ কিবা পৰিবৰ্ত্তন হয়নে? আপুনি কেতিয়াবা লক্ষ্য কৰিছে নে?"

"নিশ্চয়। চকুত মৰম সনা দৃষ্টি। পুতৌৰ। মৰমীয়াল পিতৃ এজনে যেন এজনী অসহায় কন্যাক আশ্বাস দিয়াৰ যত্ন কৰিছে। বৰুৱাই যেন কোঁৱৰৰ গাত হাত বুলাই মৰমহে কৰিব।"

তাৰ পিচত আমাৰ মাজত বহু সময়ৰ মৌনতা।

হাতৰ চিগাৰেটটো পুৰি আঙুলিৰ কাষ পাইছিল। বেৰৰ ঘড়ীটোৰ পেন্দুলামে একেৰাহে কেবাটাও কোব মাৰিছিল।

ময়ো যেন কল্পনাবিলাসী হৈ পৰিছিলোঁ। পেন্দুলামৰ শব্দই মোৰ তন্দ্ৰা ভাঙি দিছিল।

"মিঃ ৰাও।"

"কওক।"

"সেই গাভৰুজনী কোন?"

'অথনি যে আপুনি যুতিমালা বুলি মাতিছিল সেইজনী?

"হয়।"

"সেইটোও এটা সমস্যা। নামটো ধৰক ঃ যুতিমালা অথবা আন কিবা এটা। এটা ছোৱালীজনীয়ে ইয়াত কেনেকৈ ঠাই পালে কব নোৱাৰো। কোনে ঠাই মঞ্জুৰ কৰিছিল নাজানোঁ।"

"কিয়?"

"আটাইবোৰ খবৰ মই নাৰাখোঁ। ঠাই মঞ্জুৰ কৰাৰ দায়িত্ব ব'ৰ্ডৰ। অৱশ্যে ব'ৰ্ডৰ ময়ো এজন সভ্য। মোৰ ধাৰণা ঃ গাভৰুজনী অপহৃতা। ভুৱা নাম। ভুৱা ঠিকনা। কেবাখনো চিঠি-পত্ৰ দিও আমি কোনো উত্তৰ পোৱা নাই। চিঠিবোৰ উভতি আহে। গাভৰুজনীক ইয়াত থৈ যোৱাৰ পিচৰ পৰা খা-খবৰ লবলৈও কোনো অহা নাই।"

"তেন্তে খৰচ-পত্ৰ কোনে দিয়ে? ছোৱালীজনীক ইয়াত থৈ গৈছিলহি কোনে?"

"খৰচ-পত্ৰ কোনোৱে নিদিয়ে। চি ইজ্ এ লায়েবিলিটি টু দিছ্ ইন্‌ষ্টিটিউশ্যন। উপায় নাই। ক'লৈ খেদি পঠিয়াব?"

ৰাও নিস্তব্ধ হৈ ৰৈছিল। কিছু সময়ৰ মৌনতাৰ পিচত পুনৰ কৈছিল ঃ প্ৰথমেই আমি সন্দেহ কৰা উচিত আছিল?

"মানে? মই বুজা নাই?"

"ছোৱালীজনীক ইয়াত থবলৈ আনিছিল এজন সাপ বাজীকৰে। বঙালী বাজীকৰজনৰ কথাকে আমি তেতিয়া বিশ্বাস কৰিছিলোঁ। পিতাপুত্ৰীৰ পৰিচয় দিয়া বাজীকৰজনক অবিশ্বাস কৰাৰ কোনো কাৰণ বিচাৰি নাপালোঁ। কিন্তু গাভৰুজনী যে অসমীয়া—তেতিয়া সেই কথা জনাৰ আমাৰ উপায় নাছিল। সাজ-পোছাক লৈ মানুহক বিচাৰ কৰা সহজ নহয়। বিশেষকৈ আজিৰ দিনত। অসমীয়া তিৰোতাৰ সাজ-পাৰ যে মেখেলা চাদৰ সেই কথা মই তেতিয়াও নাজানোঁ। অৱশ্যে ছোৱালীজনীৰ বয়স আৰু দৈহিক গঠনলৈ চাই আমাৰ সন্দেহ হোৱা উচিত আছিল। বয়সৰ ব্যৱধান পিতা-পুত্ৰীৰ নহয়। ককাই-ভনীৰ। সেই ব্যৱধান স্বামী-স্ত্ৰীৰ। শাৰীৰিক গঠনত পিতা-পুত্ৰীৰ সাদৃশ্য নাই। ভদ্ৰ ঘৰৰ ছোৱালীজনক সেই বাজীকৰটোৰ লগত দেখিও সন্দেহ নকৰাটোৱে আমাৰ মূৰ্খামি। অৱশ্যে এয়া পুলিচ অফিচ নহয় যে আমি সন্দেহ কৰিম। আমাৰ কৰ্ত্তব্য মানুহৰ সম্পৰ্ক বিচাৰ কৰা নহয়। কৰ্ত্তব্য ঃ অসুস্থলোকক সুস্থ কৰি তোলাৰ।"

"ঠিকনাটো কি দিছিল বাৰু?"

সম্মুখতে থকা ৰেজিষ্টাৰটো খুলি পাত এখিলালৈ ৰাৱে মোক আঙুলিয়াই দেখুৱাইছিল। মই পঢ়িছিলোঁ।

"শ্ৰীমতী ত্ৰিপুৰা বিশ্বাস। (খুকী)

পিতা—শ্ৰীগৌৰাঙ্গ বিশ্বাস।

কামৰূপ কামাখ্যা ধাম ঃ অসম।"

বয়স, বলিয়ালিৰ লক্ষণ, উৎপত্তি আৰু পৰিয়ালৰ ইতিহাসৰ বিৱৰণী পৃষ্ঠাটোত চকু ফুৰাই বুজিলোঁ ঃ সেয়া সঁচা নহয়।

"খুকীৰ তিনিবছৰ বয়সতে মাক ঢুকাল। মাকৰ মৃত্যু অৱতঃ। ভাই ককাই অথবা বাই-ভনী কোনো নাই। একমাত্র ছোৱালী। মাতুল অথবা পিতৃবংশৰ কাৰো মূৰৰ বিকৃতি কেতিয়াও ঘটা নাই। চাৰি বছৰ বয়সত খুকীক এবাৰ বলিয়া কুকুৰ এটাই কামুৰিছিল। ডাক্তৰক দেখুওৱা হোৱা নাছিল। গাৱঁলীয়া বেজৰ চিকিৎসা কৰোৱা হৈছিল।

আজিৰ পৰা ছমাহমান আগতে মূৰৰ বিকৃতিৰ লক্ষণ প্ৰকাশ পায়। হঠাতে এদিন চিঞৰি উঠিছিল: নিলে। সিহঁতে কাঢ়ি নিলে। মানুহে কাঢ়ি নিলে।

তাৰ পিচত গাভৰুজনী অস্বাভাৱিক ৰূপে গম্ভীৰ হৈ পৰে। কথা-বতৰা নকয়। খোৱা-বোৱাত ৰুচি নাই। কেতিয়াবা মন গলে খায়। কেতিয়াবা নাখায়। সোঁ হাতেৰে কেচুৱা ল'ৰা-ছোৱালীক মৰম কৰাৰ দৰে নিজৰ গাৰ বাওঁ অংশত হাত বুলাই কৰোবাক মৰম কৰে।

গাভৰুজনী অবিবাহিতা।

ইয়াৰ আগতে কোনো চিকিৎসা কৰা নাই। মায়াঙীয়া বেজ এজনৰ পৰা তাবিজ এটা দিয়া হৈছিল। ফল একো নহ'ল।"

এয়া গাভৰুজনীৰ দেউতাকৰ (?) বিবৃতি। বংশলিপি, বলিয়ালিৰ সূত্ৰপাত আৰু লক্ষণ।

ৰেজিষ্টাৰটো মই বন্ধ কৰি থৈছিলোঁ।

শাৰীৰিক অসুখৰ লক্ষণ শুনিয়েই ব্যৱস্থাবিধি দিব পাৰি। কিন্তু উন্মাদ ৰোগীৰ অকল বলিয়ালিৰ ওপৰতে নিৰ্ভৰ কৰিয়েই চিকিৎসা কৰিব নোৱাৰি। মানসিক অসুস্থ লোকসকলৰ লগত ডাক্তৰৰ পুনঃ পুনঃ সান্নিধ্য থকা প্ৰয়োজন। উন্মাদসকলৰ বিভিন্ন দিনৰ টুকুৰা টুকুৰ কথা; প্ৰলাপ; আৰু সেইবোৰৰ কিছুমান কথা সংযোগ কৰি সম্ভাব্য অথচ কল্পিত কাহিনী ৰচনা কৰাই হ'ল বলিয়া হাস্পাতালৰ ডাক্তৰসকলৰ কাম। বলিয়ালিৰ কাৰণ উদ্ধাৰ কৰিব লগীয়া [illegible] বলিয়াসকলে বলকা প্ৰলাপবোৰৰ পৰা। বলিয়ালিৰ মাজত প্ৰকাশ পোৱা ভাৱ, অনুভূতি, ৰুচি-অভিৰুচি আদি নানা বিষয়ে সুক

লক্ষ্য ৰখা আৱশ্যক। তাৰ বাবে চিকিৎসকসকলৰ থাকিব লাগিব ধৈৰ্য্য আৰু তীক্ষ্ণ বুদ্ধি। কল্পনা শক্তিৰ প্ৰখৰতা। মগজুৰ স্নায়ুৰ দুৰ্ব্বলতাই বলিয়ালিৰ মুখ্য কাৰণ। স্নায়ুৰ দুৰ্ব্বলতাৰ কাৰণ উদ্ধাৰ কৰিব নোৱাৰিলে ৰোগীৰ স্বাভাৱিক অৱস্থা ঘূৰাই অনাৰ আশা মিছা। সুস্থতাৰ আশা দিবা স্বপ্ন।

ডাক্তৰ জঁ। মাৰ্টিন, ক্ৰুয়াৰ, চিগমণ্ড ফ্ৰয়েড, আৰ্ণষ্ট ব্ৰুক, গুস্তেভ ফেকনাৰ আদিলৈ মোৰ মনত পৰিল। মনত পৰিল প্ৰসিদ্ধ মনোবৈজ্ঞানিকসকলৰ বহুমূলীয়া উক্তিবোৰলৈ।

"মানুহৰ দমিত স্মৃতিয়ে উন্মাদৰোগৰ মূল কাৰণ। সাধাৰণতে এনেকুৱা স্মৃতিবোৰ যৌনজ ঘটনাৰ স্মৃতি। যৌনজ ঘটনাৰ পৰা উৎপত্তি। এই ক্ষেত্ৰত যৌনজ শব্দৰ অৰ্থ স্থূল নহয়। সূক্ষ্ম।" এয়া কিছুমান মনোবৈজ্ঞানিকৰ উন্মাদ ৰোগৰ সূত্ৰ।

"অপ্ৰকাশিত গভীৰ বেদনা আৰু কামনাৰ পুনঃ পুনঃ চিন্তাই সুস্থ মানুহৰ মগজুৰ স্নায়ুমণ্ডলী দুৰ্ব্বল কৰি পেলায়। আৰু তেতিয়া সেইসকল লোকৰ মনলৈ আহে বিস্মৃতি। এই বিস্মৃতিয়েই জন্ম দিয়ে বলিয়ালিৰ। সেয়াই বলিয়ালিৰ সূত্ৰপাত। মগজু অথবা চিন্তাৰ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰা লোকসকলেই হ'ল উন্মাদ। অপ্ৰকাশিত বেদনা আৰু দমিত কামনা প্ৰকাশ কৰাৰ পথ উলিয়াই দিব পাৰিলেই শুকান চূণত চেঁচা পানী পৰাৰ দৰে স্নায়ুমণ্ডলী হঠাতে উত্তপ্ত হৈ উঠে। তাৰ পিচত আকৌ লাহে লাহে চেঁচা হৈ যায়। বিস্মৃতিয়ে ঠাই লয় স্মৃতিৰ। গাড়ী চলিবলৈ আৰম্ভ কৰাৰ লগে লগে নিঃশেষ হৈ যাব খোজা বেটাৰীয়ে পুনৰ শক্তি (চাৰ্জ্জ) ঘূৰাই পোৱাৰ দৰে দুৰ্ব্বল স্মৃতিশক্তি পুনৰ শক্তিশালী হৈ উঠে। চলন্ত মটৰে বেটাৰী ক্ষয় কৰে। আকৌ সেই চলন্ত গাড়ীয়েই বেটাৰীৰ শক্তিৰ জন্ম দিয়ে। যি ঘটনাই আমাৰ স্মৃতিশক্তি দুৰ্বল কৰে সেই ঘটনায়ে বিস্মৃতিৰ ৰূপান্তৰ ঘটায়। মৰি যাব খোজা স্নায়ুমণ্ডলীবোৰ সজীৱ কৰি তোলে। স্মৃতি ওভতাই পাব খোজা ৰোগীৰ মনলৈ সাহস ওভতাই আনিব পাৰিলেই ৰোগ নিৰাময় হয়। তাকে

কৰিবলৈ ৰোগীৰ চিন্তাধাৰাক সমৰ্থন কৰি ৰোগীৰ কামনা কল্পনাই যে সঁচা, এই কথা প্ৰত্যয় নিয়াব লাগিব। সেয়া সম্ভৱ হলে উন্মাদ ৰোগী পুনৰ সুস্থ হৈ উঠাৰ আশা কৰিব পাৰি।”

এয়া কোনো মনোবৈজ্ঞানিকৰ মনোবিশ্লেষণ নহয়। এয়া মোৰ কথা—মোৰ ধাৰণা আৰু বিশ্বাস। অৱশ্যে বংশানুক্ৰমে উন্মাদ ৰোগত ভুগি অহা ৰোগীসকলৰ ক্ষেত্ৰত এই পদ্ধতিৰ প্ৰয়োগ অৰ্থহীন।

মনোবৈজ্ঞানিকসকলৰ দৃঢ় বিশ্বাস: দমিত স্মৃতিবোৰ যৌনজ ঘটনাৰ স্মৃতি। সেয়া সঁচা হলেও সদায় সেইটোকে সঁচা বুলি মই নাভাবোঁ। ‘হেজাৰ হেজাৰ বছৰৰ কৃষ্টি, সভ্যতা আৰু সংস্কৃতিৰ ঘৰ্ষণেও মানুহৰ আদিম প্ৰবৃত্তিবোৰ সমূলি নাশ কৰিব পৰা নাই।’ এয়া ‘দি ইগো এণ্ড দি ইড’ গ্ৰন্থত সোণাৰ কলমেৰে লিখি থৈ যোৱা ফ্ৰয়েডৰ কথা। ফ্ৰয়েডী মতবাদ।

ফ্ৰয়েডৰ সৈতে নিজক ৰিজোৱাৰ ধৃষ্টতা মোৰ নাই। কিন্তু ফ্ৰয়েড যদি সঁচা, তেন্তে ময়ো নিশ্চয় সঁচা। মানুহৰ আদিম প্ৰবৃত্তি দুটা। বৰ্ব্বৰতা আৰু ক্ষুধা। এই ক্ষুধা অন্নৰ আৰু সন্তান উৎপাদনৰ। সেই কাৰণেই মানুহৰ আটাইবোৰ স্মৃতিয়েই যে সদায় যৌনজ ঘটনাৰ স্মৃতি: সেয়া কেতিয়াও সমৰ্থনযোগ্য নহয়। ইয়াৰ সত্যতা সন্দেহশীল। মানুহৰ আদিম প্ৰবৃত্তিৰ অৰ্থই অকল যৌনজ আকাঙ্ক্ষাকে নুবুজায়। যৌন আকাঙ্ক্ষা আৰু বৰ্ব্বৰতা দুটা সুকীয়া মনোবৃত্তি। যৌনজ ঘটনাৰ পৰাও মানুহৰ মনত বৰ্ব্বৰতাই ঠাই লব পাৰে। সেয়া অস্বীকাৰ্য্য নহয়। তেনেদৰে দমিত স্মৃতিবোৰো বৰ্ব্বৰতা জনিত ঘটনাৰ পৰা উদ্ভৱ হব পাৰে। এয়া মোৰ বিশ্বাস। অপৰাধ বিজ্ঞানে ইয়াৰ সাক্ষ্য দিব।

মোৰ বিশ্বাস যদি সঁচা, তেন্তে দমিত স্মৃতিবোৰ অকল যৌনজ ঘটনাৰে স্মৃতি বুলি কলে নিশ্চয় ভুল কোৱা হব। আশা, আকাঙ্ক্ষা, বৰ্ব্বৰতা আদি নানা প্ৰবৃত্তিৰ স্মৃতি। মোৰ আন এটা বিশ্বাস: উন্মাদ ৰোগীৰ বহুতেই জীৱনৰ প্ৰতি মমতা হেৰুৱাই পেলায়। সেয়া উন্মাদ ৰোগৰ লক্ষণ প্ৰকাশ পোৱাৰ আগৰ স্তৰ। সেইসকলক জীৱনে

আমুৱায়। ফাঁকি দিয়ে। আত্মহত্যাৰ জীৱনৰ মূল্যাঙ্কন কৰিবলৈ বিচাৰে। আত্মহত্যাৰ প্ৰচেষ্টাত ব্যৰ্থ হোৱা লোকসকল জীৱনৰ তিক্ততাত অসহায় হৈ পৰে। এয়া অৱশ্যে আত্মহত্যা আৰু উন্মাদ ৰোগৰ সমীকৰণ নহয়। প্ৰত্যেকজন উন্মাদেই যে উন্মাদ হোৱাৰ আগে আগে আত্মহত্যা কৰিবলৈ বিচাৰে, সেয়াও সঁচা নহয়। কিন্তু এইটো সঁচাঃ উন্মাদ আৰু আত্মহত্যাকাৰী দুয়ো শ্ৰেণীৰ লোকেই মানসিক সুস্থতাৰ দাবী কৰিব নোৱাৰে। যদিও এই মানসিক অসুস্থতাৰ পৰ্য্যায় বিভিন্ন। স্তৰ বেলেগ।

মাৰ্কিন গবেষণাগাৰত বহি চিন্তা কৰাৰ দৰেই মোৰ অনুমান হৈছিল। মই পাহৰি গৈছিলোঁঃ সেয়া যে এখন মানসিক বিকাৰ-গ্ৰস্তলোকৰ হাস্পাতাল। বেৰৰ ঘড়ীৰ দ্বিতীয়বাৰৰ শব্দত মোৰ তন্দ্ৰা ভাঙি গৈছিল। ৰাওৰ মুখলৈ চাইছিলোঁ। কিবা এটা ভাৱত ৰাৱো তন্ময়। সেই তন্ময়তা ভঙাৰ ইচ্ছা মোৰ নহল।

চিগাৰেট এটা উকিয়াই জ্বলাইছিলোঁ। লাইটাৰটো জ্বলোৱাৰ শব্দত ৰাৱৰ তন্ময়তা ভাঙি গৈছিল।

"আমাৰ বহুত বেলি হ'ল। নহয়নে?" ৰাৱে হাতৰ ঠাৰিত বান্ধি থোৱা ঘড়ীটোলৈ চাইছিল।

"এৰা। মিঃ ৰাও, অসমৰ পৰা অহা ৰোগীকেইজনৰ ঠিকনাবোৰ মোক দিব পাৰিবনে?"

"এতিয়াই লাগিব নেকি?"

"বেছি সময়তো নালাগে। এজনীৰ পৰিচয়তো পালোঁৱেই।"

সন্মুখৰ শকত ৰেজিষ্টাৰটোৰ পাতবোৰ লুটিয়াই লুটিয়াই ৰাৱে এখিলা কাগজত কিবা কিবি লিখি ৰেজিষ্টাৰটো আকৌ বন্ধ কৰি থলে। তাৰ পাচত আলমাৰীৰ পৰা আন এটা ৰেজিষ্টাৰ উলিয়াই পাতবোৰ লুটিয়াই গ'ল মই বুজিছিলোঁঃ ৰাৱে সেয়া ঠিকনাবোৰ বিচাৰিছে।

"বিতৃত বিৱৰণীবোৰো এখিলা কাগজত টুকি দিব দেই। আজি অসুবিধা হলে পিচত দিলেও হব।"

ৰাৰে মুৰ ডাঙি মোলৈ চাইছিল। চকুৰ ভাষাৰে সন্মতি জনাইছিল। তাৰ পিচত মুৰ গুজি আকৌ লিখি গ'ল।

এটা নিস্তব্ধ পৰিবেশ। মই ভাবিছিলোঁ: যুতিমালা যুতিমালা লগা এই ছোৱালীজনী কোন? সঁচাকৈয়ে যুতিমালা নেকি? মোৰ ইমান ভুল হব নে? আজি প্ৰায় ছয়-সাত বছৰ যুতিমালাৰ খবৰ পোৱা নাই।

মুখৰ ছবিৰ মিল আছে। চকুৰ দৃষ্টিৰ সাদৃশ্য আছে। গাৰ ৰং আৰু চুলিখিনিও একে। কিন্তু সেই বুলিয়ে জানো এইজনী যুতিমালা? আৰু যদি সঁচাকৈয়ে যুতিমালাই, মই বাৰু তেন্তে কি কৰিম? কি কৰিব পাৰোঁ?

কথাখাৰ ভাবি মোৰ কান্দো কান্দো লাগিছিল।

আজি ৰাতিয়ে নবৌলৈ চিঠি এখন লিখিম।

"এয়া হোৱক।"

ৰাৰে আগুবাই দিয়া কাগজখিলাৰ ওপৰত দৃষ্টি বুলাই নিছিলোঁ।

আটাইতকৈ শেষৰ ঠিকনাটো আছিল যুতিমালা বুলি ভবা গাভৰুজনীৰ।

কাগজখিলা সামৰি জেপত ভৰাই থলোঁ।

চিন্তাৰ জোঁলোঙাত সোমাই ৰ'ল যুতিমালা।

* * * *

॥ দুই ॥

চিঠি এখন লিখিছিলোঁ। নবৌলৈ। কিন্তু যুতিমালাৰ বিষয়ে বিশেষ একো লিখাৰ প্ৰয়োজন অনুভৱ নকৰিলোঁ। চিঠিখনৰ শেষৰ পিনে মাত্ৰ এষাৰ কথা লিখিছিলোঁ: গাওঁৰ খবৰ। যুতিমালাইঁতৰ কেনে? জনাব।

মই জানোঁ: যুতিমালাৰ বিষয়ে পেৰেলিয়াই পেৰেলিয়াই বহুত কিবা কিবি লিখিলেও নবৌএ মোক একো সন্দেহ নকৰে। কিন্তু তোই

বুলিয়েই লিখিবলৈ আছে কিটো? যুতিমালা বলিয়া হৈ ইয়াৰ বলিয়া হাস্পাতালত আছে বুলি মইতো আৰু লিখিব নোৱাৰোঁ। সেইজনীয়েই যে যুতিমালা সেই বিষয়ে মই নিজেই সন্দিহান।

বেচেৰী! তাই এতিয়া চাগে ক'ত বা মনৰ আনন্দত নৈৰ পৰা পানী আনিছে? সোণগজা ভূঁইতলিত সোণগছৰ পুলি পুতিছে?

ছিঃ। মই যে কি অমঙ্গলীয়া কথাবোৰ নাভাবিছোঁ।

এৰা। ভুলেই হ'ল। চিঠিখন বন্ধ কৰিছিলোঁ। এতিয়াও খুলি লিখি দিম নেকি: যুতিমালাৰ দৰে ছোৱালী এজনী আমাৰ হাস্পাতালত আছে। তাইক দেখিলে যুতিমালালৈ মোৰ বৰকৈ মনত পৰে। যুতিমালাহঁতৰ বিষয়ে বহলাই লিখিবচোঁন। তাইৰ বিয়া হ'ল নে নাই? হ'ল যদি কেতিয়া? ইত্যাদি।

কিন্তু বন্ধ খামটো খুলি লিখাৰ ইচ্ছা আৰু নহ'ল।

ৰোগীকেইজনৰ ঠিকনাবোৰ চাই কোনো সিদ্ধান্ত মই লব নোৱাৰিলোঁ। এজনৰ লগত আনজনৰ কিবা সম্পৰ্ক আছে নেকি তাকেই বিচাৰ কৰি চাবৰ যত্ন কৰিছিলোঁ। অনুপম আৰু স্মৃতিকণা কোঁৱৰ। একোটা পৰিয়ালৰ হলেও বিভিন্ন বংশৰ তেজৰ সোঁত লৈ দুয়োজনৰ জন্ম। গতিকে বংশ পৰম্পৰা জনিত ৰোগ বুলি কৰা সন্দেহ ভিত্তিহীন। বিশেষতঃ বংশ-বুৰঞ্জীয়ে সেই কথা স্বীকাৰ নকৰে।

অফিচৰ সংশ্লিষ্ট নথি-পত্ৰবোৰ চাইছিলোঁ। তন্ন তন্নকৈ পৰীক্ষা কৰিছিলোঁ; কিন্তু একো সূত্ৰই মই উদ্ধাৰ কৰিব নোৱাৰিলোঁ। যিবোৰ কথা মই বিচাৰিছিলোঁ তেনে কোনো কথা বিবৰণীৰ নথিত মই নাপালোঁ। বিবৰণী নথিত নাছিল। নথি-পত্ৰবোৰত বহুত কথাই আছিল। কিন্তু মই বিচৰা কথা এটাও তাত নাছিল। নথি-পত্ৰৰ বিবৰণীবোৰ পঢ়ি প্ৰতিকাৰৰ বিধান লোৱাৰ পথ মই বিচাৰি নাপালোঁ। প্ৰত্যেকজন অসুস্থ লোকৰে পৰিয়ালৰ একোজন নিৰ্ভৰযোগ্য ব্যক্তিক লগ পোৱাৰ প্ৰয়োজন বোধ কৰিছিলোঁ। এই ৰোগীসকলৰ বিষয়ে বহুত কথাই মোৰ সুধিবলগীয়া আছিল। সোধাৰ আৱশ্যক অনুভৱ কৰিছিলোঁ।

আনবোৰ বেমাৰৰ ক্ষেত্ৰত এজন ডাক্তৰৰ চিকিৎসা-পদ্ধতি আনজন ডাক্তৰৰ চিকিৎসা পদ্ধতিৰ লগত মিল আছে। থাকে। কিন্তু মানসিক বিকৃত লোকৰ চিকিৎসাৰ ক্ষেত্ৰত প্ৰত্যেকজন চিকিৎসকৰে চিকিৎসা পদ্ধতি স্বকীয়া। বিশেষকৈ উন্মাদ ৰোগৰ উৎপত্তিৰ কাৰণ উদ্ধাৰৰ ক্ষেত্ৰত।

অৱশেষত প্ৰত্যেকজন অসুস্থলোকৰ পৰিয়াললৈ মই চিঠি লিখিছিলোঁ। সেই চিঠিবোৰত আছিল মোৰ উদ্দেশ্যৰ আভাস। চিঠি পায়েই যেন কোনোবা এজন আহি চিকিৎসালয়ৰ বিশেষ মনোবৈজ্ঞানিক পলাশ প্ৰকাশ বৰুৱাক লগ ধৰেহি।

গাভৰুজনীৰ ঘৰলৈ চিঠি দিয়া নাছিলোঁ। কাৰণ ঠিকনাৰ অভাৱ। চিকিৎসালয়ৰ নথি-পত্ৰত থকা ঠিকনাটো সঁচা নহয়। ভুৱা। নীহাৰভানুৰ ঘৰলৈ ইচ্ছা কৰিয়ে চিঠি নিদিলোঁ। ইচ্ছা কৰি নহয়, আৱশ্যক নাছিল বাবেই। নীহাৰভানুক ময়ো পৰীক্ষা কৰিছিলোঁ। ৰাওৰ অনুমানটোৱে সঁচা যেন লাগিছিল। আৰু সেই অনুমানটোক সঁচা বুলি প্ৰমাণ কৰিব পাৰিলেই আমি নীহাৰক মুকলি কৰি দিম। আমাৰ অনুমানটো প্ৰমাণ কৰিব পাৰিম বুলিয়েই মোৰ বিশ্বাস হৈছিল।

অসমৰ আটাইবোৰ ৰোগীয়ে শিক্ষিত। কোনোজন নিৰক্ষৰ বা নিৰক্ষৰা নহয়। অশিক্ষিত বুলি অনুমান নহল।

মানুহৰ মন দুটা। সচেতন আৰু অৱচেতন। সচেতন মনৰ চিন্তা বা কল্পনাবোৰ উজ্জ্বল। স্থূল। অৱচেতন মনৰ কল্পনাবোৰ ম্লান। শেঁতা। সূক্ষ্ম। অৱচেতন মনৰ মাজত ভাঁহি থকা কল্পনাবোৰৰ উমান আমি সততে নাপাওঁ। সচেতন মনৰ চিন্তাধাৰাই সকলো সময়তে মানুহক ব্যতিব্যস্ত কৰি ৰাখে। সেই কাৰণেই অৱচেতন মনৰ আশা আকাঙ্ক্ষাবোৰৰ কথা ভাবিবলৈ আমাৰ সময় নাই।

অৱচেতন মনত সদায় ঢৌ তুলি থকা চিন্তা বা আশা-আকাঙ্ক্ষাৰ ঢৌবোৰ সূক্ষ্মতকৈও সূক্ষ্মতৰ। সেই ঢৌৰ আলোড়নৰ বিষয়ে আমি নিজেও বহুত সময়ত গম নাপাওঁ। সচেতন অথবা অৱচেতন

এনেছুৱা সময়কণত সেই চিন্তা বা কামনাবোৰে চকামকাকৈ ধৰা দিয়া। মানুহৰ অতৃপ্ত কামনাবোৰ পূৰণ হয় সপোনত।

বৃদ্ধ অধ্যাপক ষ্টেম বেকলৈ মনত পৰিল। অৱচেতন মনৰ বিশ্লেষণ কৰি অধ্যাপক গৰাক য়ে কৈছিল: সুস্থ আৰু মানসিক বিকাৰগ্ৰস্ত লোকসকলৰ অৱচেতন মনোৰাজ্যৰ বিষয়ে জনাৰ বিভিন্ন কৌশল আছে। সুস্থ মানুহৰ অৱচেতন মনৰ উমান লোৱাৰ প্ৰয়োজন আমাৰ নহয়। প্ৰয়োজন চোৰাংচোৱা আৰু অপৰাধ বিজ্ঞান বিশেষজ্ঞসকলৰ।

: মানসিক বিকাৰগ্ৰস্তসকলৰ সতে মৰম প্ৰীতিৰে মধুৰ সম্পৰ্ক এটি গঢ়ি তোলা। কথা প্ৰসঙ্গত মানসিক অসুস্থজনে যোৱা নিশা কি সপোন দেখিছিল, সোধা। খৰখেদা নকৰিবা। ৰোগীজনে হয়তো কব: ক'তা? ওহো। মইতো সপোন দেখা নাই। নেদেখোঁ।

হতাশ নহবা। ন-দি কোবা: তেওঁ সপোন দেখাটো সঁচা। যোৱা নিশা টোপনিতে তেওঁ কাক চিঞৰিছিল? ইতিমধ্যে তুমি সংগ্ৰহ কৰা ৰোগীজনৰ বহু ব্যৱহাৰিত শব্দ দুটা এটাও উন্মুকিয়াৰ প্যাৰা। সপোনটো মনত পেলাবলৈ উৎসাহ দিয়া। দেখিবা, ৰোগীজনে হয়তো তোমাক কিবা কিবি কৈ গৈছে।

সেইবোৰ লিখি ৰখা। কিন্তু ৰোগীজনৰ সম্মুখত নহয়। সপোন অথবা ৰোগীজনে কৈ যোৱা কথাবোৰ ৰোগীজনে যাতে লিখি ৰখা বুলি অকণো ভু নাপায়, সেই বিষয়ে সতৰ্ক হবা। তেনেদৰে এদিন দুদিনকৈ কেবাসপ্তাহৰ সপোন, কথা, প্ৰলাপবোৰ সংগ্ৰহ কৰা। তাৰ পিচত এদিন সেই সপোনবোৰ বিশ্লেষণ কৰি চোঁৱা। দেখিবা: কোনোবা এটা সপোন অথবা সপোনৰ বিষয়বস্তু সেই ৰোগীজনে তোমাৰ আগত একাধিক বাৰ প্ৰকাশ কৰিছে।

দ্বিতীয় পদ্ধতি হিচাপে ৰোগীৰ ওচৰত লিখাৰ সজুলি কিছুমান ৰাখি থব পাৰি। শিক্ষিতসকলে ওচৰত কাগজ কলম পালে অৱসৰময় সময়খিনিত এনেই অৰ্থহীন কিবা কিবি লিখি থাকে।

কিছুমান শব্দ, কথা অথবা লিখা বা অঁকাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰে। কিবা কিবি কথাবোৰ একেৰাহে কেবাবাৰো লিখে। একেটা চিত্ৰকে কেবাবাৰো আঁকে। একোটা শব্দৰ ওপৰত কলম ঘঁহাই ঘঁহাই চিয়াহী বোলায়।

তেনেবোৰ কাগজ সংগোপনে গোটাই থোৱা। লিখাবোৰ তুমি গোটোৱা বুলি ৰোগীজনে যাতে গম নাপায় সেই বিষয়ে সতৰ্ক হবা। এদিনাখন অনুসন্ধিৎসু মন এটা লৈ সেই লিখাবোৰ পৰীক্ষা কৰা। সপোনৰ দৰে কিছুমান শব্দ বা পংক্তিৰ ওপৰত তোমাৰ চকু স্থিৰ হৈ ৰব। সেইবোৰকে তুমি চালি-জাৰি চোৱা। লিখাবোৰৰ ওপৰত ভিত্তি কৰি কিছুমান কল্পিত কাহিনী ৰচনা কৰি ৰোগীজনক কৈ যোৱা। তুমি এনে কিছুমান কথা পাবা, যাৰ বাবে তোমাৰ মনত কিবা কিবি প্ৰশ্ন জাগিব। ৰোগীজনৰ পৰা সেইবোৰ প্ৰশ্নৰ উত্তৰ উলিয়াবলৈ যত্ন কৰিবা।

তৃতীয় পদ্ধতি ঃ ৰোগীসকলৰ প্ৰতি আলেঙে আলেঙে সূক্ষ্ম লক্ষ্য ৰখা। অকলশৰীয়া অৱস্থাত ৰোগীজনে কি কৰে, কি বলকে, তোমাৰ তীক্ষ্ণ দৃষ্টিৰ পৰা যেন এৰাই নাযায় সেই বিষয়ে সচেতন হবা। উন্মাদসকলৰ কাৰ্য্যকলাপ, হাত-ভৰিৰ সঞ্চালন, চকু-মুখৰ অঙ্গী-ভঙ্গী, বিভিন্ন পৰিস্থিতিৰ বিভিন্ন অৱস্থা, পৰিবৰ্ত্তন ইত্যাদিবোৰ তোমাৰ লক্ষ্যনীয়। উন্মাদসকলৰ অকলশৰীয়া সময়ৰ প্ৰলাপ, দৈনন্দিন কথা বতৰাবোৰ ধৰি ৰখাৰ বাবে উত্তম মাধ্যম হ'ল টেপ ৰেকৰ্ডাৰ।

মনত ৰাখিবা ঃ বিশেষ ঘটনা, পৰিস্থিতি অথবা বতৰৰ পৰিবৰ্ত্তন আদিৰ প্ৰভাৱত কেতবোৰ ৰোগীৰ চকু-মুখত বিশেষ পৰিবৰ্তন কিছুমানে ধৰা দিয়ে। সেইবোৰ মনো বিশ্লেষণ কৰি চোৱা। এটা উদাহৰণ লোৱা। ধৰা ঃ এজন মানসিক বিকৃতলোক সকলো সময়তে সুস্থ। স্বাভাৱিক প্ৰকৃতিৰ। কিন্তু আকাশত মেঘে গাজিলেই অস্বাভাৱিক হৈ পৰে। তেতিয়া অনুমান কৰি লব লাগিব, মেঘৰ গাজনিৰ লগত এই মানুহজনৰ বলিয়ালিৰ সম্পৰ্ক নিহিত আছে। আজিমানি এজনী ৰোমান্টিক। ধুনীয়া। [illegible] [illegible]। [illegible] [illegible]

সময়তে সুস্থা। স্বাভাৱিক প্ৰকৃতিৰ। কিন্তু জলাশয়, জুৰি, নদী আদি দেখিলেই গাভৰুজনীয়ে চিঞৰি উঠে। দৌৰি আঁতৰি আহে। জোৰপূৰ্ব্বক পানীৰ ওচৰলৈ নিব খুজিলেই অজ্ঞান হৈ পৰে। চিকিৎসকসকল ব্যৰ্থ হৈ পৰিল। অৱশেষত সেই গাভৰুজনীক আন এখন চিকিৎসালয়লৈ নিয়াৰ বন্দবস্ত হ'ল। মাজ পথত এটা নদী। মটৰ লাঞ্চেৰে পাৰ হব লাগে। আড্ৰিয়ানাক লৈ চিকিৎসকসকল বিপাঙত পৰিল। নদীখন কেনেকৈ পাৰ কৰোৱা যায়? অৱশেষত চকুত কাপোৰ বান্ধি নদী পাৰ হোৱাৰ বন্দবস্ত হ'ল। দুৰ্ভাগ্যবশতঃ ঢৌ লাগি মটৰ লাঞ্চখন ডুবিল। আচৰিত ঘটনাঃ পানীত ডুবা আড্ৰিয়ানাক আৰু নন্দন চিকিৎসালয়লৈ নিয়াৰ আৱশ্যক নহ'ল। আড্ৰিয়ানা সুস্থা হৈ পৰিল। অৱশেষত গম পোৱা গ'ল ঃ বিয়াৰ পিচত মধুযামিনী যাপনৰ বাবে দূৰৰ চহৰলৈ যোৱা নৱদম্পতি আড্ৰিয়ানাৰ স্বামীৰ বাটতে নাও ডুবি মৃত্যু হৈছিল। পানীত। তাৰ পিচতেই আড্ৰিয়ানাৰ মনত নদী, জলাশয়ৰ প্ৰতি গভীৰ ভয় সোমাল। অকল অসুস্থলোকৰ ক্ষেত্ৰতে নহয়। সুস্থ মানুহৰো কেতিয়াবা তেনেকুৱা হয়। ডাক্তৰ ফ্ৰয়েডৰ কি হৈছিল জানাঃ মুকলি পথাৰৰ মাজেৰে অকলে যাবলগীয়া হলেই মূৰ আচন্দ্ৰাই কৰে। আৰু এজন উন্মাদ লগ পাইছিলোঁ। মাজৰাতি টোপনিতে চিঞৰে। ভয়ত কঁপে। শেঁতা পৰে। মূৰ্চ্ছা যায়। অৱশেষত এদিন বলিয়ালিৰ কাৰণ উদ্ধাৰ হ'ল মানুহজনৰ সেই সময়ত বয়স তিনি নে চাৰি বছৰ। মুৰ্গীৰ গড়ালত শিয়াল সোমাই দুজনী নে তিনিজনী মুৰ্গী মাৰিলে। আত্মৰক্ষাৰ বাবে চিঞৰি উঠা মুৰ্গীকেইজনীৰ আতঙ্কবিহ্বল চিঞৰ শুনি তেতিয়া সেই ল'ৰাজনেও চিঞৰি উঠিল। ভয়ত। তাৰ পিচত মুৰ্গীৰ মাত শুনিলেই ল'ৰাজন অজ্ঞান হৈ পৰে।

গল্প গল্প লগা মনোৰঞ্জক সঁচা কাহিনীবোৰ অধ্যাপকজনে আমাক প্ৰায়েই কৈছিল। চিকিৎসা পদ্ধতিবোৰ বুজাই দিছিল।

ঘটনা এটা মনত পৰিছে। ক'ৰবাত শুনিছিলোঁ নে পঢ়িছিলোঁ মনত নাই। পাহৰি গৈছোঁ। লেখক অথবা কাহিনী কওঁতাজনৰ

নামো মনত নাই। কাহিনীটো মাথোঁ মনত আছে। কাহিনীটো মানসিক বিকৃতলোকৰ নহয়। সুস্থ মানুহৰ। আগাথা কৃষ্টিৰ ৰচনাৰ দৰেই সজীৱ। মন ভুলোৱা। মই লব খোজা পদ্ধতিবোৰৰ লগত সাদৃশ্য আছে।

ঘটনাটো এজন অপৰাধীৰ মনোবিজ্ঞানৰ কাহিনী। এজন নাৰীঘাতকৰ। এজনী যুৱতী নাৰীৰ মৃতদেহ পোৱা হৈছিল ঘৰৰ ভিতৰত ; শোৱনি কোঠাৰ দুৱাৰ দলিত। দুৱাৰৰ সোঁ পিনে।

চোৰাংচোৱা বিভাগৰ চতুৰ বিষয়াই সেই অপৰাধীজনক আবিষ্কাৰ কৰিছিল যদিও প্ৰমাণৰ অভাৱত দোষী সাব্যস্ত কৰিব পৰা নাছিল। অপৰাধৰ সন্দেহ লৈ কোনোবা এজনক বন্দী কৰিলেই যথেষ্ট নহয়। বিচাৰ চ'ৰাত অপৰাধীৰ বিৰুদ্ধে অপৰাধৰ উপযুক্ত প্ৰমাণ দাখিল কৰিব নোৱাৰাটো পুলিচ বিভাগৰ পক্ষে লাজৰ কথা। চতুৰ অপৰাধীবোৰে নিজৰ অপৰাধৰ কথা কেতিয়াও স্বীকাৰ নকৰে। পুলিচৰ সকলো চেষ্টা বিফল কৰি নিজক নিৰপৰাধী বুলি প্ৰমাণ কৰিবলৈ যত্ন কৰে। চৰকাৰী উকীল ভাগৰি পৰে। প্ৰমাণৰ অভাৱত অপৰাধীয়ে পায় মুক্তি। সমাজত অপৰাধৰ সংখ্যা নুটুটে। বাঢ়ে। দোষীয়ে মুক্তি পাওক। আপত্তি নাই। কিন্তু নিৰাপৰাধীয়ে যাতে শাস্তি ভোগ কৰিবলগীয়া নহয়। এয়া বিচাৰকৰ লক্ষ্য। সেইকাৰণেই দোষীক দোষী বুলি জানিও বিচাৰকে মুক্তি দিয়ে ; উপযুক্ত প্ৰমাণৰ অভাৱত।

ৰাজহুৱা মঞ্চত নাট অভিনয়ৰ আয়োজন কৰা হৈছিল। বিশেষ ভাৱে ৰচিত এই নাট অভিনয়ৰ আয়োজন কৰিছিল পুলিচ বিষয়া-সকলে। কিন্তু সেই কথা সাধাৰণ দৰ্শকে নাজানে। জানে মাথোঁ ন নিমন্ত্ৰিত বিচাৰক আৰু দায়িত্বশীল চৰকাৰী কৰ্ম্মচাৰী কেইজনমানে। ৰাজবিষয়া, বিচাৰকমণ্ডলীৰ লগতে অভিনয় চাবলৈ আহ্বান কৰা হ'ল হেজাৰ জনতাক। নিমন্ত্ৰণ কৰা হ'ল হত্যাকাণ্ডত লিপ্ত অপৰাধীজনক। এই অভিনয় সম্পৰ্কে সাধাৰণ দৰ্শক আৰু অপৰাধী-জনে যাতে কোনো সন্দেহ কৰিব নোৱাৰে তাৰ বাবে সকলো

প্ৰকাৰৰ সতৰ্কতা অৱলম্বন কৰা হ'ল। বিশিষ্ট ৰাজবিষয়া আৰু বিচাৰকসকলে জানে ঃ এই অভিনয়ৰ অন্তৰালত লুকাই থকা গোপন উদ্দেশ্য। এই সকল লোকৰ দৃষ্টি অকল মঞ্চতে নহয়। দৃষ্টি ঃ এজন বিশেষ ব্যক্তিৰ ওপৰত। কিন্তু বেচেৰা অপৰাধীজন? সিতো নাজানে ঃ এই অভিনয়ৰ আঁৰত লুকাই আছিল কি ষড়যন্ত্ৰ!

প্ৰেক্ষাগৃহত ঠাহ খোৱা দৰ্শকমণ্ডলী। যথা-সময়ত নাট মুকলি কৰা হ'ল। বলিষ্ঠ অভিনয়। মন খোৱা দৃশ্য সজ্জা। চিত্তাকৰ্ষক কাহিনী। দৃশ্যবোৰ মঞ্চৰ ওপৰেৰে বাগৰি গ'ল। এটাৰ পিচত আন এটা। প্ৰেক্ষাগৃহৰ দৰ্শকমণ্ডলী নিজম। নিমাত।

ঘটনাই শীৰ্ষবিন্দুত উপনীত হৈছিল। নায়িকাৰ লগত বিবাদমান নায়কে প্ৰতিশোধৰ মনোভাৱ লৈ মঞ্চত থিয় হ'ল। ধুনীয়া মঞ্চ সজ্জা। নিখুঁত আলোক সম্পাত। অভিনয় চলিল। আৰম্ভ হ'ল নায়ক-নায়িকাৰ মাজত তুমুল বাদ প্ৰতিবাদ। সংলাপৰ লগত খাপ খোৱা ক্ৰিয়া। দৃশ্য সজ্জাত অৱতৰণা কৰা শোৱনি কোঠাৰ দুৱাৰৰ বাওঁপিনে শোৱাপাটিৰ ওচৰত প্ৰতিশোধ পৰাণ নায়কে ক্ৰোধত উন্মত্ত হৈ নায়িকাৰ বুকুত চুৰিকাঘাত কৰে। চুৰিৰ আঘাতত মঞ্চত ঢলি পৰা নায়িকাৰ বুকু ছিৰি বৈ আহিল সহস্ৰ ৰক্তৰ ধাৰ। পলাশৰ ৰং। মৃত্যুমুখী নায়িকাই যন্ত্ৰণাকতৰ ক্ৰিয়া আৰু সংলাপেৰে বৰণ কৰে মৃত্যুক। ঠিক সেই সময়তেই প্ৰেক্ষাগৃহৰ আসনৰ পৰা চিঞৰি উঠিল এজন দৰ্শকে ঃ ভুল? ভুল! মূৰ্খ পৰিচালক। এয়া সঁচা নহয়। যুৱতী গৰাকীক হত্যা কৰা হৈছিল দুৱাৰৰ বাওঁপিনে নহয়। সোঁপিনে। শোৱা পাটীৰ পৰা টানি আনি।

লগে লগেই আত্মগোপনকাৰী শান্তিৰক্ষকৰ হাতত কেৰিয়াই বান্ধি পেলাইছিল মন্তব্য প্ৰকাশ কৰা অভিনয়মুগ্ধ দৰ্শক গৰাকীক। অপৰাধৰ সাক্ষ্য দিবলৈ ঠাহ খোৱা হেজাৰ হেজাৰ দৰ্শকমণ্ডলী, ৰাজবিষয়া আৰু বিচাৰকৰ দল।

মঞ্চৰ শব্দবাহী যন্ত্ৰত প্ৰতিধ্বনিত হ'ল ঃ অভিনয়ৰ উদ্দেশ্য আমাৰ সফল হৈছে। এতিয়াও কাৰোবাৰ সন্দেহ আছে নে, যিজন দৰ্শকক

পুলিচে এই মাত্র বন্দী কৰিলে সেইজনেই শ্ৰীমতী·········ৰ হত্যাকাৰী নহয় ?

অৱচেতন মনৰ কথা উল্লেখ কৰিলেই মোৰ এই কাহিনীটো লৈ মনত পৰে। বেচেৰা অপৰাধীজনে জানো ভাবিছিল: অৱচেতন মনৰ চিন্তাই তেওঁক এনেদৰে বিপদত পেলাব ?

ঠিক এই ঘটনাৰে পুনৰাবৃত্তি কৰি হয়তো আন এজন দোষীৰ অপৰাধ প্ৰমাণ কৰাৰ যত্ন কৰা মিছা। তাৰ বাবে উদ্ভৱ কৰিব লাগিব নতুন পদ্ধতি। বেলেগ কৌশল। উন্মাদসকলৰ ক্ষেত্ৰতো সেই একেই কথা। সুচতুৰ কল্পনাৰে উদ্ধাৰ কৰিলগীয়া হয় মানসিক বিকৃতিৰ কাৰণ। অপৰাধীসকল সদায় সচেতন। নিজ-অপৰাধ প্ৰকাশ পোৱাৰ ভয়ত প্ৰতিমুহূৰ্ত্ততে তেওঁলোক সতৰ্ক। এই সতৰ্কতা শাস্তিৰ পৰা ৰক্ষা পোৱাৰ সতৰ্কতা। কিন্তু মানসিক বিকাৰগ্ৰস্তসকল এই বিষয়ে অকণো সতৰ্ক নহয়। ইচ্ছাকৃত ভাৱে নিজক লুকোৱাৰ অভিলাষ এইসকল লোকৰ নাই। চিকিৎসাৰ উপযুক্ত পদ্ধতি লব পাৰিলে উন্মাদসকলেই চিকিৎসকসকলক সহায় কৰে আত্মপ্ৰকাশত। এদলে আত্মপ্ৰকাশৰ বাট বিচাৰে। আনদলে আত্মগোপন কৰিবলৈ অহোপুৰুষাৰ্থ কৰে। দুটা বিপৰীত ধৰ্ম্মী মনোভাৱ।

সপোন উদ্ধাৰৰ বাহিৰে বাকী পদ্ধতিবোৰ মই ব্যৱহাৰ কৰিছিলোঁ। টেপত বন্দী কৰি ৰাখিছিলোঁ প্ৰত্যেকজন উন্মাদৰ প্ৰতিদিনৰ বলিয়ালি। উন্মাদসকলৰ টুকুৰ টুকুৰ বিশৃঙ্খল লিখাবোৰ যত্নেৰে সংগ্ৰহ কৰিছিলোঁ। কিয়নো ৰোগীৰ বিষয়ে একো নজনাকৈ সপোন উদ্ধাৰৰ প্ৰচেষ্টা কৰা মিছা।

এদিন দুদিনকৈ কেবাদিনো পাৰ হৈ গৈছিল। মই লক্ষ্য কৰিছিলোঁ: ৰোগীসকলে কাগজ-কলম পোৱাৰ প্ৰথম কেইদিনত লিখাৰ প্ৰতি যি আগ্ৰহ দেখুৱাইছিল, পিচলৈ ক্ৰমান্বয়ে সেই আগ্ৰহ যেন কমি আহিছিল। কিন্তু পৰ্য্যবেক্ষণৰ ত্ৰুটি আমি কৰা নাছিলোঁ। প্ৰতিজন উন্মাদৰ কাৰ্য্যকলাপৰ প্ৰতি লক্ষ্য ৰাখিছিলোঁ। সেই লক্ষ্য সূক্ষ্ম। তীব্ৰ।

মোৰ চিঠি পাই অহা প্ৰথম সাক্ষাতকাৰীজন আছিল এজনী নাৰী। মাতৃ। লগত এজন কলেজীয়া ডেকা। সেই মাতৃগৰাকীয়ে কৈছিল ঃ আপোনালোকৰ পৰা চিঠি নোপোৱা হলেও মই আহিম বুলি ভাবিছিলোঁ। মই ধ্ৰুৱৰ মাক।

অকলশৰীয়া কোঠা এটাত আমি কথা পাতিছিলোঁ। সুধিছিলোঁঃ সেই ডেকাজন কোন ?

"মোৰ ভতিজা। কলেজত পঢ়ে। তাকেই লৈ আহিলোঁ। ধ্ৰুৱই এতিয়া কেনে পাইছে ?

"এৰা। ভালেই কৰিলে ! অ' ধ্ৰুৱজ্যোতি ভাল হব। আগতকৈ ভালেখিনি ভাল পাইছে। সেই কাৰণেই আপোনালোকক মাতিছিলোঁ। অ' মইনা, তুমি অলপ ঘূৰি-পকি অহা। এঘণ্টা মানৰ পিচত এখেতক লৈ যাবাহি।"

মোৰ কথাবাৰ শুনি ডেকাজনে ভালেই পাইছিল। অনুমতিৰ কাৰণেহে যেন ডেকাজন ৰৈ আছিল। মোৰ অনুমতি পায়েই কোঠাটোৰ পৰা ওলাই গ'ল। কোঠাটোত তেতিয়া মই আৰু ধ্ৰুৱজ্যোতি দুৱৰাৰ মাক মিছেছ্ দুৱৰা।

মিছেছ্ দুৱৰাৰ অস্থিৰ মনোভাৱটো দেখি মই বুজিছিলোঁ ঃ মহিলাগৰাকীয়ে ধ্ৰুৱজ্যোতিৰ মানসিক উন্নতিৰ বিষয়ে জানিবলৈ ব্যগ্ৰ হৈ পৰিছে। পুতেকৰ বিষয়ে মোক সুধিব খুজিও যেন সুধিব পৰা নাই। কৈছিলোঁ ঃ ধ্ৰুৱজ্যোতি বৰ্ত্তমানে প্ৰায় সুস্থ। দুই এমাহমানৰ ভিতৰতে ঘৰলৈ উভতি যাব পাৰিব বুলি মোৰ বিশ্বাস। কিন্তু ভৱিষ্যতলৈ যাতে পুনৰ ৰোগত ভুগিবলগীয়া নহয় তাৰ বাবে কিছুমান কথা জনা প্ৰয়োজন। সেই কাৰণেই আপোনাক মাতি আনিছোঁ। আশাকৰোঁ মোৰ ওচৰত কোনো কথাই যেন গোপন কৰাৰ যত্ন নকৰে। ধ্ৰুৱৰ মঙ্গলৰ কাৰণেই মই আপোনাক কিবা কিবি প্ৰশ্ন কৰিম।"

"বুজিছোঁ। আপোনাৰ ওচৰত কোনো কথা মই গোপন নকৰোঁ। মোৰ বিশ্বাস ঃ গোপন কৰিবলগীয়া কোন কথা ইয়াত

নাই। আপোনাৰ যি ইচ্ছা তাকে সুধিব পাৰে। অৱশ্যে আপোনাৰ সকলোবোৰ প্ৰশ্নৰে উত্তৰ মই দিব পাৰিম নে নোৱাৰিম নাজানোঁ। মই যি জানোঁ সেইখিনি আপোনাক জনোৱাত মোৰ কোনো আপত্তি নাই।"

"ধন্যবাদ।"

লক্ষ্য কৰিছিলোঁঃ মিছেছ্ হুৰবা যেন হঠাতে শেঁতা পৰি গৈছিল। পাণ্ডুৰ হৈ পৰিছিল মুখৰ ৰং। মহিলাগৰাকী প্ৰগল্‌ভা নেকি? ভাবিছিলোঁ।

"হুৱৰাৰ এই অসুখটো হোৱাৰ কিমান বছৰ হ'ল?"

"ধৰক—প্ৰায় চাৰি বছৰ।"

"প্ৰথম লক্ষণবোৰ কি আছিল বাৰু? বলিয়ালিৰ লক্ষণ প্ৰকাশ পোৱাৰ আগতে হুৱৰাই কেতিয়াবা ক'ৰবাত কিবা মানসিক আঘাত পাইছিল নেকি?"

"ওহো। মোৰতো মনত নপৰে। প্ৰথম লক্ষণ হিচাবে……এই ধৰক, হঠাতে এদিন অস্বাভাৱিক ভাৱে গম্ভীৰ হৈ পৰিল। খোৱা-বোৱাত ৰুচি নাইকিয়া হ'ল। মানুহৰ সৈতে আগৰ দৰে মিলিব নোখোজে। কথাবতৰা নকয়। সকলোকে এৰাই ফুৰিব খোজে। তাৰ প্ৰায় দুমাহমান পিচত। ঘৰ-মাটি আদি বিক্ৰী কৰিবলৈ মানুহ এজন এদিন মাতি আনিলে।

"তেখেতে হঠাতে ইমান টকাৰ প্ৰয়োজন অনুভৱ কৰিছিল কিয়?"

"নাজানোঁ।"

"তেখেত বিবাহিত নে অবিবাহিত?"

"বিয়াৰ কথা আমি ভাবিছিলোঁ। কিন্তু…।"

"কিন্তু কি হ'ল? হুৰবাই আপত্তি কৰিলে?"

"আমি বিয়াৰ কথা ভৱা গুৱই নাজানেই। তাৰ আগেয়ে অসুখ আৰম্ভ হ'ল।"

"ক্ষমা কৰিব। অশোভনীয় কথা এটা সুধিব খুজিছোঁ। আশা কৰো বেয়া নাপাব।"

"নাই। নাই। বেয়া পাম কেলেই? কি সুধিব খুজিছে স্নোধক।"

"কোনোবা ছোৱালীক ধ্ৰুৱৰাই ভাল পাইছিল নেকি? কোনো প্ৰকাৰৰ অবৈধ সম্পৰ্ক? আপুনি সেই বিষয়ে কিবা জানে?"

"ওহো। আৰু আছিল যদিও মই নাজানোঁ। মেৰে দৃঢ় বিশ্বাস: নাছিল। ধ্ৰুৱৰ চৰিত্ৰ মই জানোঁ। মোৰ ওচৰত তাৰ কোনো কথাই গোপনীয় নাছিল।"

"প্ৰেমৰ কাহিনী সকলো ল'ৰাই মাক দেউতাকৰ আগত প্ৰকাশ কৰিবলৈ সাধাৰণতে লাজ পায়। বিশেষ দৰ্কাৰ নহলে প্ৰেম থাকে গুপুতে। ধ্ৰুৱৰাই কাৰোবাক ভাল পাইছিল যদিও হয়তো আপোনালোকক জনোৱা নাছিল।"

"সেই বিষয়ে আপুনি মিশ্চিন্ত থাকিব পাৰে। চন্দ্ৰত কলঙ্ক থাকিলেও ধ্ৰুৱৰ চৰিত্ৰ নিৰ্ম্মল।"

"কাৰোবাক ভাল পোৱাটো কলঙ্কৰ কথা নহয়। এজন সক্ষম ডেকাই এজনী গাভৰুক ভাল পালেই চৰিত্ৰহীনতাৰ কথা নুসুচায়।"

"ধ্ৰুৱই কাকো ভাল পোৱা নাছিল। মই জানো।"

"আপোনাৰ ল'ৰা-ছোৱালী কেইজন?"

"ধ্ৰুৱই মোৰ একমাত্ৰ সন্তান।"

"আপোনালোকৰ বিয়াৰ কিমান বছৰ পিচত তেখেতৰ জন্ম?"

"জন্মৰ লগত তাৰ অসুখৰ সম্পৰ্ক ক'ত মই নুবুজিলোঁ।"

"সম্পৰ্ক আছে বুলিয়েই সুধিছোঁ। কবলৈ বেয়া পাইছে কেলেই?"

"বেয়া মই ঠিক পোৱা নাই। আচল কথা সিমানবোৰ হিচাব মোৰ মনত নাই। ধৰক: ধ্ৰুৱৰ জন্ম আমাৰ বিয়াৰ প্ৰায় দহ বাৰ বছৰ পিচত?"

ধ্ৰুৱজ্যোতিৰ বয়সৰ লগত মহিলাগৰাকীৰ বয়সৰ আনুমানিক তুলনা এটা কৰি চাইছিলোঁ। কথাবোৰ মিছা যেন নালাগিল। কিন্তু মোৰ যেন কিবা এটা সন্দেহ উপজিছিল। এবাৰ [illegible]

জন্মৰ কথা দেউতাকৰোৰৰ মনত নাথাকিলেও মাকবোৰৰ প্ৰায়ে মনত থাকে। জন্মৰ চন তাৰিখ মই জানিব বিচৰা নাই। জানিব বিচাৰিছিলোঁ। বিয়াৰ কিমান বছৰৰ পিছত ধ্ৰুৱৰ জন্ম। মাক হৈ সেই কথাটোও নজনাৰ অৰ্থ কি? দহ বাৰ বছৰ বুলি দুটা সময়ৰ কথা নকৈ এটা সময়ৰ কথা নকলে কেলেই?

"ধ্ৰুৱৰ বাহিৰে আপোনাৰ আন ল'ৰা-ছোৱালী নাছিল নে জন্মৰ...।" কথাষাৰ মই শেষকৈ কব নোৱাৰিলোঁ। যদিও মিছেছ্ ডুৰবাই বুজিছিল: মই কি সুধিব খুজিছোঁ।

"নাই নাই। ধ্ৰুবই মোৰ একমাত্ৰ ল'ৰা। ধ্ৰুৱৰ বাহিৰে দ্বিতীয় সন্তান মোৰ নাছিল। তাক মই নিজৰ প্ৰাণতকৈও ভাল পাওঁ বেছি।"

"ভালপোৱাটোৱে স্বাভাবিক। কাৰণ ধ্ৰুৱৰা আপোনাৰ প্ৰথম আৰু একমাত্ৰ সন্তান। বিশেষতঃ বিয়াৰ কেবা বছৰো পিচত ধ্ৰুৱৰাৰ জন্ম।"

"আপোনাৰ অনুমান সঁচা।"

"মিঃ ডুৰবাই অৰ্থাৎ ধ্ৰুৱৰ দেউতাকে কি কৰিছিল? তেখেতৰ মৃত্যু হয় কেতিয়া? আৰু কেনেকৈ?"

মহিলাগৰাকীৰ উকা কপালখন দেখি বুজিছিলোঁ: ধ্ৰুৱৰ দেউতাকৰ মৃত্যু হৈছে। জীয়াই থকা নাই।

"দেউতাক আছিল এজন উকীল। তেখেতৰ স্বাভাৱিক মৃত্যুৱেই হৈছিল: জ্বৰত। ধ্ৰুৱ ইয়ালৈ অহাৰ তিনিমাহ পিচত।"

"আপোনালোকৰ বংশৰ কাৰোবাৰ উন্মাদ ৰোগ আছিল নেকি? মানে ধ্ৰুৱৰ দেউতাকৰ, আপোনাৰ পিতৃ অথবা মাতৃ বংশৰ কাৰোবাৰ?"

"ওঁহো।"

আপুনি অলপ গভীৰভাৱে ভাবি চাওকচোন: বলিয়ালিৰ লক্ষণ প্ৰকাশ পোৱাৰ আগেয়ে মিঃ ডুৰৱা কিবা গভীৰ সমস্যাৰ সন্মুখীন হবলগীয়া হৈছিল নেকি?"

"তেনেকুৱা বিশেষ সমস্যাৰ সম্মুখীন হবলগীয়া হৈছিল বুলি মইতো নাভাবোঁ।"

"কোনো কাৰণত আপুনি অথবা দেউতাকে তেখেতক কেতিয়াবা কিবা মনত আঘাত পোৱা কথা কৈছিল নেকি বাৰু? টান কথা? ৰূঢ় ব্যৱহাৰ?"

"সেই কথা আমি ভাবিবই নোৱাৰোঁ। মোতকৈও দেউতাকে তাক বেছিহে মৰম কৰিছিল। ধ্ৰুৱ দেউতাকৰ চকুৰ মণি।"

"কিমানলৈকে পঢ়িছিল? কিবা চাকৰি-বাকৰি কৰিছিল নেকি বাৰু?"

"কোনে? ধ্ৰুৱই?"

"হয়।"

"বি-এ পাছ কৰি এম-এ পঢ়াৰ কথা আছিল। কিন্তু পঢ়া নহ'ল।"

"কেলেই?"

"তাৰ ইচ্ছা অনিচ্ছাত আমি কেতিয়াও হস্তক্ষেপ কৰা নাছিলোঁ। বি-এ পাছ কৰিয়েই সি চিনেমা কৰিবলৈ লাগিল। স্কুল-কলেজত থকাৰ পৰাই সঙ্গীত আৰু অভিনয়ত তাৰ গভীৰ ৰাপ। অভিনয় বুলিলে সি এনেকি খোৱা-বোৱাৰ কথাও পাহৰি যায়।"

"চিনেমাত কি কৰিছিল? তুৰবাই নিজে কিবা ছবি উলিয়াইছে নেকি?"

"ধ্ৰুৱই সদায় পৰিচালনা আৰু প্ৰযোজনাৰ দায়িত্বই লৈছিল। তিনিখন ছবি কৰিছে। নাগপঞ্চমী, সতী আৰু অপৰাধী।"

"সতী আৰু অপৰাধীৰ পৰিচালক এখেতেই ধ্ৰুৱজ্যোতি তুৰবা?" মোৰ প্ৰশ্নটোত এটা বিস্ময়ৰ সুৰ বাজি উঠাৰ কথা মই নিজেই গম পাইছিলোঁ।

"আপুনি তেনেহলে ছবি কেইখন চাইছে?

'নাগপঞ্চমী'খন মই দেখা নাই। বাকী দুখন চাইছোঁ। কিন্তু মই দেখা কোনোখন ছবিতে তেখেতেচোন অভিনয় কৰা নাই।"

"তাৰ মতে: এজন লোকেই সকলো দিশতে পাৰদৰ্শিতা দেখুৱাবলৈ গৈ এখন আদৰ্শনযোগ্য ছবি কৰাৰ কোনো অৰ্থ নাই। অসমীয়া বোলছবিৰ যিটো সাধাৰণ দোষ, ধ্ৰুৱই বিচাৰিছিল তাৰ ব্যতিক্ৰম।"

"ছবিৰ বাবে দুৱৰাই টকা পাইছিল ক'ত?"

"কথাছবি সস্থা খুলি অংশ বিক্ৰী কৰি পাইছিল প্ৰায় ষাঠি হেজাৰ। বাকী তেৰ হেজাৰ দিছিল দেউতাকে। 'সতী' ছবিখনত লাভ হৈছিল বহুতো। দেউতাকৰ পৰা লোৱা টকা পৰিশোধ কৰাৰ পিচতো কেবা হেজাৰো লাভৰ টকা তাৰ হাত আছিল। তাৰ পিচত 'অপৰাধী' ছবিখনে সিহঁতৰ হাতলৈ কঢ়িয়াই আনিছিল এটা বৃজন লাভাংশ। কথাবোৰ ধ্ৰুৱই মোক কৈছিল।

"অসমীয়া ছবিত লাভ হয় জানো?"

"লাভ হয় নে নহয় নাজানোঁ। কিন্তু সিহঁতৰ হৈছিল।"

"সিহঁতৰ মানে?"

"ধ্ৰুৱহঁতৰ কথাছবি সস্থাটোৰ: ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠানৰ।"

মুহূৰ্ত্তৰ বাবে মই মৌন হৈ ৰলোঁ। 'সতী' আৰু 'অপৰাধীয়ে' অসমীয়া বোলছবি জগতত অকল বলিষ্ঠ পদক্ষেপকে পেলোৱা নাছিল। এই দুখন ছবি অসমীয়া কথাছবি আকাশৰ ধ্ৰুৱতাৰা। কলামোদীসকলে 'অসমৰ সত্যজিত' নাম দিয়া ধ্ৰুৱজ্যোতি দুৱৰাৰ নাম শুনিছিলোঁ। কিন্তু দেখা নাছিলোঁ। দেখা পালোঁ বলিয়া হাস্পাতালৰ ইটাৰ দেৱালেৰে ঘেৰা এখন শেঁতা আকাশৰ তলত এটা শোকলগা অৱস্থাত।

"আৰু কিবা সোধে নে?"

"নাগপঞ্চমীখন তেখেতৰ তৃতীয় ছবি?"

"হয়।"

"নাগপঞ্চমীৰ পিচত আন একো ছবি তেখেতে হাতত লোৱা নাছিল নে?"

"নাই। নাগপঞ্চমীখনো বৰ কষ্টেৰেহে মুকলিকৈ আনিবলগীয়া হৈছিল।"

"কিয় ?"

"ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠানৰ ভাঙন ধৰিছিল 'অপৰাধী'ৰ মুক্তিৰ লগে লগে। সতী কথাছবিৰ যোগ্য অভিনেতা বিকাশ কুসুমক অপৰাধীত কোনো সুবিধা দিয়া হোৱা নাছিল।"

"ত্ৰুৱাৰ লগত কিবা কাৰণত মনোমালিন্য ঘটিছিল নিশ্চয়।"

"ঠিক সেই কাৰণে নহয়। মনোমালিন্য ঘটিল পিচত। ধ্ৰুৱই এদিন কোৱা শুনিছিলোঁ ঃ সতী ছবিত সফল অভিনয় কৰা বিকাশৰ বাবে হেনো অপৰাধীত যোগ্য ভাওঁ নাছিল। অপৰাধীত বিকাশে বিচৰা ভাওটো বিকাশক দিয়া হলে হেনো অভিনয় জগতৰ বিকাশৰ মৃত্যু হ'লহেঁতেন। অসমীয়া কথাছবিৰ নিম্নতন মানদণ্ডৰ বাবে অপৰাধীয়ে লৰলগীয়া হ'লহেঁতেন অপৰাধৰ বোজা। সেইকাৰণেই বিকাশে ধ্ৰুৱৰ বিৰুদ্ধে যেই সেই কথা প্ৰচাৰ কৰিছিল। অংশীদাৰ-সকলক পতিয়ন নিয়াইছিল ঃ অপৰাধীয়েই ৰূপকোঁৱৰ প্ৰতিষ্ঠানৰ শেষ ছবি। ধ্ৰুৱই সকলো টকা আত্মসাৎ কৰাৰ যত্ন কৰিছে।"

মিছেছ্ ত্ৰুৱা বৈ গৈছিল।

"অপৰাধীৰ মুক্তিৰ লগে লগে আটাইবোৰ অংশীদাৰে অংশৰ টকা লাভে মূলে দাবী কৰি ধ্ৰুৱৰ ওচৰ পালে। সেই সময়ত ধ্ৰুৱৰ হাতত টকা সঁচাকৈয়ে নাছিল। অপৰাধী ছবিখনৰ বাবে প্ৰায় আটাইবোৰ টকাই খৰচ হৈ গৈছিল। টকা নোহোৱা কথাই অংশীদাৰসকলক পতিয়ন নিয়ালে ঃ বিকাশৰ কথা সঁচা। ধ্ৰুৱই টকা আত্মসাৎ কৰিছে। আমি ভাবিছিলোঁ ঃ ধ্ৰুৱই অংশীদাৰসকলক হয়তো বুজাব ইয়াৰ মাজত কি ষড়যন্ত্ৰ লুকাই আছে। টকা কিদৰে খৰচ হ'ল। কিন্তু সি কাকো একো নকলে। প্ৰতিষ্ঠানৰ নিয়মাৱলী অনুসৰি সভ্য ভৰ্তি হোৱাৰ প্ৰথম পাঁচ বছৰৰ ভিতৰত কোনো অংশীদাৰেই অংশৰ টকা ওভতাই নিব নোৱাৰে। কোনো অনিবাৰ্য্য কাৰণত ওভতাই দিবলগীয়া হলেও এক দহাংশ কাটি

ৰাখিছে ঘূৰাই দিয়া হব। লাভাংশৰ প্ৰশ্নতো নাহেই। প্ৰতিষ্ঠানৰ লাভ লোকচানৰ দায়িত্ব অংশৰ মূল্য অনুপাতে সকলোবোৰ অংশীদাৰৰে সমান।

"ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠানৰ বিষয়ে আপুনি বহুত কথা জানে।"

"আপোনাৰ অনুমান সঁচা। উপযাচিয়েই মই প্ৰতিষ্ঠানৰ সকলোবোৰ কথা খৰচি মাৰি জানিবলৈ বিচাৰিছিলোঁ। কাৰণ ধ্ৰুৱ মোৰ একমাত্ৰ সন্তান। তাৰ ভাল-বেয়াৰ বাবে সকলো সময়তে সকলো বিষয়তে আমি তাৰ ওপৰত ৰাখিছিলো তীব্ৰ দৃষ্টি।"

"অংশীদাৰবোৰৰ টকাৰ পিচে কি হ'ল? টকা দিলেনে?"

"দিলে। মূল আৰু মূলৰ ওপৰত শতকৰা দহ টকা হিচাবে লাভাংশ।"

"লাভাংশ দিয়াৰ সত্বতো বোধহয় নাছিল?"

"নাছিল। কিন্তু ধ্ৰুৱই কাকো অসন্তুষ্ট কৰিবলৈ বিচৰা নাছিল। ময়ে তাক উপদেশ দিছিলোঁ। সভ্য ভৰ্তি হোৱাৰ তাৰিখৰ পৰা পাঁচ বছৰৰ ভিতৰত অংশৰ টকা ওভতাই নিয়া অংশীদাৰসকলো যদি লোকচানৰ বাবে বাকীবোৰ অংশীদাৰৰ সতে সমানে দায়ী তেন্তে লাভাংশ নোপোৱাটো জানো অন্যায় নহয়?"

"নিয়মাবলীৰ চৰ্ত্ত উলঙ্ঘা কৰি টকা দিয়াৰ অধিকাৰ ধ্ৰুৱাই ক'ত পালে?"

"তেতিয়া ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠান যুটীয়া কোম্পানী হিচাবে জীয়াই থকা নাছিল। প্ৰাইভেট কোম্পানী হিচাবে জীয়াই ৰখাৰ বাবে যত্ন কৰিছিল একমাত্ৰ ধ্ৰুৱই। ব'ৰ্ডৰ সভ্যসকলে অংশৰ টকা ওভতাই নি সভ্যপদ ইস্তাফা দিছিল। অংশীদাৰ হৈ নাথাকিলে স্বাভাৱিকতেই সভ্যপদৰ স্বত্ব পৰা বঞ্চিত হৈ পৰে।"

"ইমানবোৰ আপুনি কেনেকৈ জানিলে?"

"প্ৰত্যেকটো কথা ধ্ৰুৱই মোক কৈছিল। জনাইছিল। [illegible] সৈতে আলোচনা কৰিছিল। কাৰণ আইন সম্পৰ্কীয় বহু কথাই ইয়াৰ মাজত নিহিত হৈ আছিল।"

"সকলোবোৰ অংশীদাৰকে অংশ-মূল্য দিলে জানো ?"

"আটাইবোৰ অংশীদাৰেই অৱশ্যে টকা বিচৰা নাছিল। কিন্তু টকা দাবী কৰা সভ্য-সংখ্যাই আছিল সৰহ। মুষ্টিমেয় সভ্য সংখ্যা এটাই মাথোঁন অংশীদাৰ হিচাবে থকাৰ বাবে ইচ্ছা প্ৰকাশ কৰিছিল কিন্তু সেইসকল অংশীদাৰকো টকা ওভতাই দিয়া হৈছিল।"

"ইমান টকা ধ্ৰুৱাই হঠাতে পালে ক'ৰ পৰা ?"

"ইতিমধ্যে অপৰাধী ছবিখনে বজাৰৰ পৰা সংগ্ৰহ কৰিছিল যথেষ্ট টকা। এমাহ মানৰ ভিতৰতেই ছবিৰ ব্যয় ধন আহি ধ্ৰুৱৰ হাতত পৰিছিল। অংশীদাৰসকলক অপৰাধী ছবিখনৰ লাভাংশ দিয়াৰ প্ৰশ্ন তেতিয়া নুঠে। অৱশ্যে সেই সময়ত প্ৰায় সত্তৰ হেজাৰমান টকা নিৰ্মিয়মান কথাছবি নাগ পঞ্চমীখনত আৱদ্ধ হৈ আছিল। কিন্তু অপৰাধী ছবিখনে আশাতীত পৰিমাণে কঢ়িয়াই আনিছিল এটা বুজন লাভাংশ। প্ৰায় আশী হেজাৰ টকা। ধ্ৰুৱক মই কৈছিলোঁ ঃ অংশীদাৰসকলৰ ভুল বিশ্বাস ভাঙি দিয়া উচিত। হিচাব-পত্ৰবোৰ দেখুৱাই বিকাশৰ অভিযোগটো মিছা বুলি প্ৰমাণ কৰা তাৰ কৰ্ত্তব্য। কিন্তু ধ্ৰুৱই কি কৈছিল জানে ?"

"কৈ যাওক।"

"বুইছ মা ! অসমীয়া প্ৰতিষ্ঠানবোৰ এনেকৈয়ে ধ্বংস হৈ যায়। যিসকলৰ মনত এবাৰ ভুল ধাৰণা সোমাইছে, সেই সকলক লৈ অনুষ্ঠান জীয়াই ৰখাৰ আশা কৰা মিছা। আজি হয়তো ভুল ভাঙিব। কিন্তু সুবিধা পালেই সেই ধাৰণাই এদিন আকৌ পুলি-পোখা মেলি এজোপা প্ৰকাণ্ড গছ হৈ পৰিব। বিকাশৰ প্ৰতি মোৰ কোনো আক্ৰোশ নাই। সি নিজেই এদিন বুজিব তাৰ নিজৰ ভুল। সিদিনা সি অনুতাপ কৰিব। বৰং মই তাৰ প্ৰতিভাক শ্ৰদ্ধা কৰোঁ। ইমানবোৰ অংশীদাৰক সি তাৰ কথাৰে পতিয়ন নিয়াবলৈ সক্ষম হোৱাত তাৰ যথেষ্ট কৃতিত্ব আছে। হিচাবপত্ৰ বুজাই অংশীদাৰসকলৰ ভুল ধাৰণা নিৰ্মূল কৰাতকৈ তেওঁলোকে নিজৰ ভুল নিজে উপলব্ধি কৰিব পাৰিলেহে লাভবান হব বেছি। মুক্তিত প্ৰজন্ম যোৱা আক

উপলব্ধিৰে প্ৰত্যয় মনা দুটা স্বকীয়া কথা। প্ৰথমটোতকৈ দ্বিতীয়টোৰ মূল্য স্থায়ী। অধিক। টকা পোৱাৰ পিচত তেওঁলোকে নিজৰ ভুল নিজেই বুজিব।"

মিছেছ দুৱৰা কোৱাৰ পৰা থমকি ৰৈছিল! বোধহয় ভাগৰি পৰিছিল। অধ্যাপকৰ নিৰক্ষৰা ঘৈণীয়েকে অধ্যাপিকা, ডাক্তৰৰ মূৰ্খা পত্নীয়ে ডাক্তৰণী নাম পোৱাৰ দৰে মিছেছ্ দুৱৰাক পাৱত গজা উকীলনী বুলি ভাবিবলৈ মোৰ সন্দেহ হ'ল। তেখেতৰ কথাবোৰেই প্ৰমাণ কৰিছিল। মিছেছ্ দুৱৰা পাৱত গজা উকীলনী নহয়। যেন এজনী প্ৰশিক্ষণ প্ৰাপ্তা উকীলনীহে।

নিস্তব্ধতা ভাঙি কৈছিলোঁ: "ৰ'ব। চাহ এপিয়লা খ'ক।"

"এৰা, চাহ এপিয়লা খাব পৰা হ'লে বেয়া নাছিল"

ৱাৰ্ডবয় একজনক মাতি মাতি চাহ দুপিয়লা আৰু খোৱা বস্তু অলপ আনিবলৈ দিলোঁ। মই জেপৰ পৰা পইচা উলিয়াই দিয়া বাবে মহিলাগৰাকীয়ে লাজ পাইছিল। চাহৰ খৰচটো তেখেতেহে যেন বহন কৰা উচিত। মই নহয়। এনে এটা ভাব লৈ মোলৈ চাইছিল। কিন্তু মই বেয়া পাম বুলিয়ে হবলা তেখেতে পইচা দিব খোজা নাছিল। মিছেছ্ দুৱৰাৰ ভদ্ৰজ্ঞান আৰু সুস্থ ৰুচিবোধটোৱে মোক মুগ্ধ কৰিছিল। সাধাৰণ পইচা কেইটামানৰ কাৰণে তেখেতে মোৰ সন্মান লঘু কৰিবলৈ যেন ভাল নাপালে।

বাৰ্ডবয়জন আঁতৰি গৈছিল।

"আপোনাৰ হয়তো বহুত সময় মই নষ্ট কৰিছোঁ; কিন্তু কথাবোৰ আপোনাক কবলৈ পাই মই ভাল পাইছোঁ। ইয়াৰ আগতেও ইয়ালৈ মই কেবাবাৰো আহিছোঁ। কিন্তু এনেদৰে কথা কোৱাৰ সুবিধা পোৱা নাছিলোঁ। এই কথাবোৰ কৰাৰ বাতাবৰণ এটাৰে সৃষ্টি হোৱা নাছিল। আপোন ভাষাত কথাবোৰ কবলৈ পালে ভাল লাগে। কিন্তু ইয়াৰ আগতে এই চিকিৎসালয়ত কোনোবা [illegible] বাও নে কোন আছিল। বিদেশী [illegible] কথাৰে [illegible] [illegible] কথা উজাৰি কব নোৱাৰি নেকি জানো?

"আপুনি ঠিকেই কৈছে। ৰাও আজি-কালিও এই চিকিৎসালয়তে কাম কৰে।"

"হয় নেকি? মই আকৌ ভাবিছিলোঁ ঃ তেখেত নাই। তেখেতৰ ঠাইত আপুনিহে আছে।"

"সম্প্ৰতি দুয়োজনেই আছোঁ। পিচলৈ কি হয় নাজানোঁ।"

"আশাকৰো আপুনি বেয়া নাপাব। আপোনাক যথেষ্ট আমনি দিছোঁ। বহুত কিবা কিবি কৰি কৈছোঁ। অৱশ্যে আপোনাৰ কিবা সহায় হব বুলিয়েই এই কথাবোৰ কৈছোঁ। ধ্ৰুৱৰ প্ৰতি মোৰ কি স্নেহ মই আপোনাক কেনেকৈ বুজাম?"

"সেই বিষয়ে আপুনি অকণো নাভাবিব। বেয়া পাম বুলি কথাবোৰ নকয় যদিহে মই বৰং বেয়া পাম। এইবোৰ কথা মোৰ নিশ্চয় কামত লাগিব। কথা শুনিম আৰু সুধিম বুলিয়েই আপোনাক মাতি আনিছোঁ।"

"ধন্যবাদ। অ' হঠাতে কটা মোৰ মনত পৰিছে। মানসিক অশান্তি এটা ধ্ৰুৱই নোপোৱা নহয়। পাইছিল। কিন্তু সিমান গভীৰ বুলি অনুমান নহয়।"

"কওঁকচোন বাৰু।"

"নাগপঞ্চমীখন সেই সময়ত কলিকতাৰ ষ্টুডিঅ'ত। কাম শেষ হৈছিল। কিন্তু কেইহেজাৰ মান টকাৰ আৱশ্যক তেতিয়াও আছিল। সেই টকাখিনিৰ অভাৱত কলিকতাৰ ষ্টুডিঅ'ই ছবিখন মুকলি কৈ দিয়া নাছিল। চেন্সৰ বৰ্ডে স্থিৰ কৰি দিয়া দিনো পাৰ হৈ গ'ল। কিন্তু চেন্সৰ ব'ৰ্ডক ছবিখন দেখুৱাব পৰা নহ'ল। অৱশ্যে টকা এদিন যোগাৰ হ'ল। কিন্তু বহুত পলমকৈ। সময়ত টকা যোগাৰ কৰিব নোৱাৰাত আগতকৈ খৰচৰ সংখ্যাটো আৰু অলপ বাঢ়িল।"

"টকা ক'ত পালে?"

"দেউতাকেই আনি দিছিল। টকাও বিশেষ নহয়। মাত্ৰ আঠ হেজাৰ। কিন্তু সেই সময়ত [illegible] হাতত আঠ হেজাৰ টকাও

নাছিল। নাগপঞ্চমীখনে মুক্তি পোৱাৰ প্ৰায় তিনিমাহ পিচতেই ধ্ৰুৱৰ চালচলনত আমি অস্বাভাৱিকতা লক্ষ্য কৰিছিলোঁ।"

"দেউতাকে ক'ৰ পৰা টকা সংগ্ৰহ কৰিছিল বাৰু?"

"কোনোবা এজন মাৰোৱাৰীৰ পৰা ধাৰলৈ লৈছিল হবলা।"

"মাৰোৱাৰীজনৰ নাম কি? ধ্ৰুৱৰ দেউতাকৰ হাতত সেই সময়ত মাৰোৱাৰীজনক কিবা মৰ্কদ্দমা আছিল নেকি।"

"সিমানবোৰৰ ভূ মই নাপাওঁ। জানোঁ: টকা ধাৰলৈ লৈছিল। তাৰ পিচত এদিন পৰিশোধ কৰিছিল।"

"তুৱৰাই সেই কথা জানে?"

"জানে।"

"কি সূত্ৰপাতত মিঃ তুৱৰা—মানে ধ্ৰুৱৰ দেউতাকৰ লগত সেই মাৰোৱাৰীজন ঘনিষ্ঠ হৈ পৰিছিল সেই কথা আপুনি জানে নিশ্চয়।"

"নাজানোঁ।"

এনেতে ৱাৰ্ডবয়জনে চাহ-জলপান আনি আমাৰ সন্মুখত থৈছিল।

মিছেছ্ তুৱৰাই চাহত চেনী মিহলাই তুকাপ চাহ সাজু কৰিছিল। আমি খাইছিলোঁ।

"ধন্যবাদ। একোটা সময়ত বিশেষ একোটা বস্তুৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰা যায়। নহয় নে বাৰু?"

মিছেছ্ তুৱৰাই চাহ কাপৰ কথাকে কৈছিল। মই বুজিছিলোঁ।

"পটত উতলা পানী আছে হবলা। লাগিলে আৰু অলপ লওক।"

"মোৰ কাৰণে একাপেই যথেষ্ট। আপোনাক আৰু আধা পিয়লা দিমনে?"

মই শলাগিছিলোঁ। নালাগে।

"নাগপঞ্চমীখনে বাইজৰ পৰা কেনে সমাদৰ পাইছিল নাজানোঁ।" কাৰণ ধ্ৰুৱৰ কাৰণে আমাৰ কাৰো মনত ভেটিয়া শান্তি

নাছিল। অৱশ্যে ধ্ৰুৱ ইয়ালৈ অহাৰ আগে আগেই ছবিখনৰ প্ৰায় খৰচেই উঠিছিল। অলপ কেইহেজাৰ মানহে মাথোঁন বাকী আছিল। সেই ছবিখন লৈও আমি বিপাঙত পৰিছিলোঁ।"

"যেনে?"

"প্ৰাক্তন অংশীদাৰসকলে আহি লাভাংশৰ দাবী কৰিছিল। কাৰণ নাগপঞ্চমীখনো প্ৰকাশ পাইছিল ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠানৰ নামত। এই বিষয়ে দেইতাকে ধ্ৰুৱক আগতেই সতৰ্ক কৰি দিছিল। ধ্ৰুৱই কিন্তু সেই কথা নুশুনিলে। ধ্ৰুৱৰ যুক্তি: নামবোৰৰ এটা গুড্ উইল থাকে। ৰূপকোঁৱৰ কথাছবি প্ৰতিষ্ঠানৰ সেই সুনাম আছে। বিশেষকৈ প্ৰতিষ্ঠানৰ ভিতৰুৱা কথা আনক জনোৱাৰ পৰা লাভ কি?"

"সেই অংশীদাৰসকলে নাগপঞ্চমীৰ লাভাংশ পালে নে পিচে?"

"লাভাংশ পোৱাৰ অধিকাৰ অংশীদাৰ সকলে কেতিয়াবাই হেৰুৱাই পেলাইছিল। কিন্তু ধনৰ লোভে মানুহক অন্ধ কৰে। অৱশেষত কোৰ্টত মকৰ্দ্দমা চলিল। বিপক্ষৰ যুক্তি: তেওঁলোক প্ৰতিষ্ঠানৰ পৰা আঁতৰি যোৱাৰ আগতেই নাগপঞ্চমীৰ কাম আৰম্ভ হৈছিল। গতিকে লাভৰ অংশ প্ৰাক্তন অংশীদাৰসকলৰ প্ৰাপ্য। কিন্তু জয়ী হলোঁ আমি; ধ্ৰুৱৰ দেউতাক।"

"ত্বৰৰাই এইবোৰৰ কিবা ভু পায় নে?"

"ধ্ৰুৱৰ কথা কৈছে? ওহো।"

"কলেজৰ পৰা ওলায়ে তেখেতে কথাছবিৰ কামত হাত দিছিল নেকি?"

"নহয়। কলেজ এৰি আহি কলিকতাৰ কোনোবা এজন পৰিচালকৰ লগত কাম কৰিছিল। তাৰ পিচত বোম্বাইৰ ষ্টুডিঅ' এটাত কাম কৰিছিল প্ৰায় আঢ়ৈ বছৰ।"

"কি কাম?"

"ষ্টুডিঅ'ৰ ভিতৰখনকে মই দেখা নাই। কি কাম মই কেনেকৈ জানিম? কাম কৰিছিল মানে শিকিছিল।"

মিছেছ তুৰ্বা কোৱাৰ পৰা থমকি ৰ'ল।

ধ্ৰুৱৰ প্ৰলাপবোৰলৈ মোৰ মনত পৰিল। মই যেন এটা আশাৰ ৰেঙণি দেখিছিলোঁ। ধ্ৰুৱৰ প্ৰলাপ আৰু মিছেছ্ তুৰ্বাৰ কথাবোৰৰ মাজত যোগসূত্ৰ এটা স্থাপন কৰিবলৈ সক্ষম হৈছিলোঁ। মনটোৱে কৈছিল: সেই কাৰণেই প্ৰত্যেকজন ধনী অসমীয়াই জাতিদ্ৰোহী। দেশদ্ৰোহী। শিল্প সংস্কৃতিৰ মৃত্যু মানে জাতিৰ মৃত্যু।

"বাৰু মিছেছ্ তুৰ্বা, সেই ছবি কেইখনত অভিনয় কৰা অভিনেত্ৰীবোৰৰ বিষয়ে আপুনি কিবা জানে নে? মানে···· ··?"

"আপোনাৰ কথা মই বুজিছোঁ। কিন্তু কোনোজনীৰ প্ৰতি ধ্ৰুৱৰ তেনেকুৱা বিশেষ কিবা দুৰ্ব্বলতা আছিল বুলি মই নাভাবোঁ। কোনোবাই কলেও বিশ্বাস কৰিবলৈ টান পাম। বোধহয় প্ৰাক্তন অংশীদাৰসকলৰ কোনোবাই আপোনালৈ কিবা লিখিছে। কৈছে। বিকাশেও হয়তো কব পাৰে?"

"তেনেদৰে আপুনি কেনেকৈ ভাবিব পাৰে মই নাজানোঁ। বাট্ ইউ টেক্ ইট্ ফ্ৰম্ মি মিছেছ্ তুৰ্বা: এই বিষয়ে কোনোৱেও মোক একো কোৱা নাই। লিখা নাই। এয়া মোৰ সম্পূৰ্ণ ব্যক্তিগত কল্পনা। সঁচা মিছা বহুত কথা আমি অনুমান কৰি লবলগীয়া হয়। আমাৰ অনুমানবোৰ যে সদায় সঁচা তেনে নহয়। সৰহ ভাগ ক্ষেত্ৰতে অথলে যায়। মিছা বুলি প্ৰমাণিত হয়। এজনৰ বিষয়ে আন এজনে নজনা কথাবোৰ কল্পনা কৰিবলগীয়া হলে তেনেকুৱা হোৱাটোৱে স্বাভাৱিক। তথাপি আমি অনুমান কৰোঁ। সন্দেহ কৰোঁ বহুতক। বহুত কথা। সান্তাব্ৰ্য আটাইবোৰ কথা কল্পনা কৰি চিকিৎসা হাতত লওঁ। বলিয়ালিৰ কাৰণ উদ্ধাৰৰ প্ৰচেষ্টা চলাওঁ।"

মহিলাগৰাকীয়ে মোৰ কথাৰ প্ৰত্যুত্তৰ দিব খোজা নাছিল। মৌন হৈ শুনি ৰ'ল।

"অভিনেত্ৰী কেইজনীৰ ঠিকনাবোৰ মোক আপুনি দিব পাৰিব নহয়?"

মই পুনৰ কথা আৰম্ভ কৰিছিলোঁ।

"মই কেনেকৈ জানিম? অৱশ্যে ধ্ৰুৱই কথা নথি পত্ৰবোৰৰ মাজত বিচাৰিলে হয়তো ক'ৰবাত পাম। কিন্তু মই যিমান জানো আটাইবোৰ অভিনেত্ৰীৰে বিয়া হৈ গৈছে। এজনী অভিনেত্ৰীৰ অৱশ্যে........।"

"কৈ যাওক।"

"এজনীৰ বিয়া হোৱা নাছিল। মৰিল।"

"মৰিল? আত্মহত্যা কৰিছিল নিশ্চয়।"

"সঠিককৈ নাজানোঁ।"

"নামটো জানেনে? ঠিকনা?"

"একোকে নাজানো। হয়তো সেই গাভৰু গৰাকীৰ ঠিকানা ধ্ৰুৱৰ ৰেকৰ্ডবোৰ বিচাৰি পাত পাত কৰিলেও নাপাম।"

মিছেছ্ ফুকনৰ কথাবাৰত মোৰ মনটোৱে কিবা এটাৰ গোন্ধ পাইছিল। প্ৰশ্ন এটাই বাৰে বাৰে মনৰ মাজত ভুমুকি মাৰিছিল: এই অভিনেত্ৰীজনীৰ নাম ঠিকনা নথিপত্ৰবোৰৰ মাজত নাই কিয়? অথচ বাকী আটাইবোৰৰ আছে। সেই অভিনেত্ৰীজনীৰ স্বাভাৱিক মৃত্যু হৈছিল নে তাই আত্মহত্যা কৰিছিল? যদি আত্মহত্যা কৰিছিল: কিয়? কিহৰ বেদনাত?

অভিনেত্ৰীজনী ফুকনহঁতৰ ওচৰ-পাঁজৰৰ নাছিল। সেয়ে হ'লে মিছেছ্ ফুকনাই নিশ্চয় চিনি পালেহেঁতেন। নামটো জানিলেহেঁতেন! মিছেছ্ ফুকনাই যদি জানিও কিবা কাৰণত গোপন কৰিব খুজিছে তেন্তে সেই কথা সুকীয়া। ধ্ৰুৱজ্যোতিয়ে অভিনেত্ৰীজনীৰ নাম ঠিকনা নৰখাৰ নিশ্চয় কিবা অভিসন্ধি আছে।

"অভিনেত্ৰীজনীৰ মৃত্যু হ'ল কেতিয়া? ফুকনৰ মানসিক বিকৃতি প্ৰকাশ পোৱাৰ আগত নে পিচত?"

"সেই কথাও মই নাজানোঁ।"

কথাবাৰ শুনি মই ক্ষুব্ধ হৈ পৰিছিলোঁ। মিছেছ্ ফুকনাই ইমানবোৰ কথা জানে। কব পাৰে। অথচ সেই অভিনেত্ৰীজনীৰ বিষয়ে একো নাজানো বুলি ক'লেই জানো মই বিশ্বাস কৰা

উচিত? যদি নাজানাই তেন্তে তাইৰ মৃত্যু সংবাদ তুমি পালা কেনেকৈ? মোৰ অনুমান হৈছিল : মিছেছ্ ডুৰবাই সেই অভিনেত্ৰী গৰাকীৰ বিষয়ে সকলো কথা জানে। জানিও প্ৰকাশ কৰা নাই। অসতৰ্ক মুহূৰ্ত্তত হঠাতে সেই অভিনেত্ৰীজনীৰ মৃত্যুৰ কথা মিছেছ্ ডুৰবাৰ মুখেৰে ওলাই পৰিল।

অলপ কঢ় ভাৱেই কৈছিলোঁ :

"চাওক মিছেছ্ ডুৰবা! লাভ-লোকচান আপোনালোকৰ। মোৰ নহয়। আপোনাৰ ল'ৰা সুস্থ হৈ উঠিলে আপুনি যিমান আনন্দ পাব সিমান আনন্দ মই কেতিয়াও নাপাওঁ। মই যি আনন্দ পাম সেয়া কৰ্ত্তব্য পালনৰ আনন্দ। মোৰ চিকিৎসা বিজ্ঞানৰ সাফল্যৰ আনন্দ। আনন্দতকৈও তাত আছে মোৰ আত্মজহ আৰু আত্ম-প্ৰচাৰ। কিন্তু আপোনাৰ ল'ৰা সুস্থ নহলে মোৰ একো লোকচান নহয়।"

"আপুনি কি কব খুজিছে মই একো বুজা নাই। ধ্ৰুব তেনেহলে এতিয়া সুস্থ নহয়?

"অভিনেত্ৰী গৰাকীৰ বিষয়ে আপুনি সকলো কথাই জানে। কিন্তু প্ৰকাশ কৰিব খোজা নাই।"

মোৰ কথাষাৰ শুনি ডুৰবাৰ গাল-মুখবোৰ ৰঙা পৰি গৈছিল। লাজত, অপমানত নে খঙত নাজানোঁ।

জেপৰ পৰা চিগাৰেট এটা উলিয়াই জ্বলাই লৈ মই হুপিছিলোঁ। মাৰ বয়সৰ মহিলাগৰাকীৰ প্ৰতি ইমান পৰে শ্ৰদ্ধা দেখুৱাই চিগাৰেট হোপাৰ প্ৰবল ইচ্ছাটো জোৰকৈ চেপি ৰখাৰ আৱশ্যক আৰু মই অনুভৱ নকৰিলোঁ। মহিলাগৰাকীৰ প্ৰতি ইমান পৰে দেখুওৱা শ্ৰদ্ধা, বয়সৰ প্ৰতি থকা সমান সকলোবোৰ হঠাতে যেন মোৰ মনৰ মাজৰ পৰা কৰ্পূৰৰ দৰে বতাহত মিহলি হৈ গ'ল। শ্ৰদ্ধাৰ পৰিবৰ্ত্তে মহীলাগৰাকীৰ প্ৰতি মোৰ মনত ঠাই ললে এটা সন্তীয়া ধাৰণাই। বিদ্বেষে।

"আপুনি বিশ্বাস নকৰিলে মোৰ কোনো উপায় নাই। প্ৰথমত

খাই কৈছোঁ। ঃ অভিনেত্ৰী গৰাকীৰ বিষয়ে মই একো নাজানো যি জানো সকলোখিনি আপোনাক কৈছোঁ।”

কান্দোন জড়িত কণ্ঠেৰে মহিলাগৰাকীয়ে কৈছিল। মাতত অনুনয়ৰ সুৰ। ক্ষমা প্ৰাৰ্থনাৰ ধ্বনি।

মই একো নকলোঁ। মনত পৰিল ঃ বোলছবি জগতৰ অভিনেতা অভিনেত্ৰী সকলৰ বিষয়ে আমি বহুত কথাই শুনোঁ। জানো ? কাণ বগৰা বাতৰি। কিছুমান সঁচা। কিছুমান মিছা।

ৰুঢ় ব্যৱহাৰটোৰ কাৰণে মোৰ নিজৰে লাজ লাজ লাগিল। সাধাৰণ ভদ্ৰামিকণো মই তেতিয়া পাহৰি গৈছিলোঁ। মই নিজকে যেন ক্ষমা কৰিব পৰা নাছিলোঁ। কিন্তু মিছেছ্ ডুৱৰাৰ আগত অচল মনোভাৱটো প্ৰকাশ কৰাৰ সৎসাহস মোৰ নহল। দোষ স্বীকাৰ কৰি ক্ষমা খুজিব নোৱাৰিলোঁ’ কলোঁ ঃ নজনাটো স্বকীয়া কথা। নাজানিলে আপুনি কব কেনেকৈ ? কিন্তু জানিও প্ৰকাশ নকৰিলেহে মই দুখ পাম। ৰোগীৰ গোপনীয় কথা সদৰি কৰা ডাক্তৰৰ ধৰ্ম্ম নহয়। আমাৰ পৰা কাৰো একো অন্যায় হোৱাৰ ভয় নাই। আপোনালোকক সহায় কৰিবলৈ পালে আমি বৰং বংহে পাওঁ গৌৰৱ অনুভৱ কৰোঁ।

মিছেছ্ ডুৱৰাৰ মনটো পাতলাই দিবলৈ কৈছিলোঁ। কিন্তু তথাপিও মই শান্তি পোৱা নাছিলোঁ। বিবেকে মোক খুচিয়াই আছিল। গান্ধীজীলৈ মনত পৰিল। কোনোৱাই “হুলেৰে হুল কাটিব পাৰি’ বুলি কোৱা কথাষাৰৰ সত্যতা সম্পৰ্কে মই সন্দিহান হৈ পৰিছিলোঁ। মোৰ অভদ্ৰ ব্যৱহাৰটোৰ প্ৰতিশোধ মিছেছ্ ডুৱৰাই এনেদৰে লব বুলি মই কল্পনাও কৰা নাছিলোঁ। মোক ক্ষমা নকৰি তুষাৰ টানকৈ কোৱা হলেও শান্তি পালোঁহেঁতেন বেছি। ‘আপুনি ভদ্ৰমহিলা এগৰাকীৰ সতে কিদৰে কথা পাতিব লাগে তাকো শিকা নাই’ বুলি কোৱা হলেই মই আনন্দ পালোঁহেঁতেন।

আমাৰ কথাৰ অনাবিল সোঁতত বাধা পৰিছিল। সেই বাধাৰ

সৃষ্টি কৰিছিলোঁ মই। দায়ী মোৰ কঢ় ব্যৱহাৰ। কথা কোৱা আৰু শুনাৰ ধুনীয়া পৰিবেশটো নষ্ট হৈ যোৱাত অনুতাপ জন্মিল।

"এনেই তেনেহলে অকণো ভাল পোৱা নাই? মোৰে শপত কওক। পোনা জানো সঁচাকৈয়ে ভাল হৈ উঠিব? মোক এবাৰ চাবলৈ দিয়ক।"

মাতৃ-হৃদয়ৰ ভাঙি পৰা আকুল কণ্ঠস্বৰটোত মোৰ চকুহুটা সেমেকি পৰিছিল।

তাৰ পিচত আমাৰ মাজত আকৌ আৰম্ভ হৈছিল এটা অসহনীয় মৌনতা। মই বুজিলোঁ: নতুনকৈ আৰু আলোচনা কৰিবলৈ যত্ন কৰা মিছা। আমাৰ আলোচনাৰ মাজত যি ছেদ পৰিছিল, সেই ছেদ তিক্ততাৰ। তাৰ পাচত আলোচনা হয়তো আমি আকৌ আৰম্ভ কৰিব পাৰিম। কিন্তু আগৰ দৰে আলোচনাৰ সহজ সৰল গতি এটাৰ সৃষ্টি হোৱা অসম্ভৱ। স্বতঃস্ফূৰ্ত্ত গাতৰ আশা মিছা। সেই কাৰণেই কৈছিলোঁ: আপুনি ইয়াত ছুদিনমান আছে নহয়?

"পৰহিমানলৈকে যাম বুলি ভাবিছোঁ।"

"আছেহি ক'ত?"

"হোটেল এখনতে আছোঁহি। কি জানো নামটো!"

তাৰ পিচত আমাৰ কাৰো মুখত মাত নাছিল। এটা দীৰ্ঘ সময়ৰ মৌনতা।

মিছেছ্ ছুৱাৰক কম নেকি: আপুনি হোটেলৰ পৰা গুচি আহক। মোৰ লগতে থাকিব। থকা মেলাত অকণো অসুবিধা নাপায়।

ভাবিছিলোঁ। কিন্তু নকলোঁ। ফুটাই কলোঁ আন এটা কথা।

"কাইলৈ আপোনাক আকৌ লগ পাম। নহয় জানো?"

নিশ্চয়, নিশ্চয়, আপোনাক মাতি মাতি পঠিওৱা কাৰণেই মই আহিছোঁ। আৱশ্যক হলে আৰু এদিন থাকি যাম।"

"খুউব ভাল কথা। কাইলৈ আপুনি যেনে তেনে মোক লগ ধৰিব। যি কোনো সময়তে মোক পাব। আপোনাৰ লৈতে আৰু কিছু কথা আলোচনা কৰিব লাগিব।"

"আগেয়েও মই আহিছোঁ। কিন্তু কোনোৱেওতো মোক এনেদৰে প্ৰশ্ন কৰা নাই। সোধা নাই।"

বুজিছিলোঁ দোষ কাৰ। কলোঁ: সকলোৰে চিকিৎসা পদ্ধতি একে নহয়।

"এৰা। হব পাৰে।"

এনেতে বাহিৰত কাৰোবাৰ পদ শব্দ শুনি উভতি চাইছিলোঁ। সেই ডেকাজন।

"আহা মইনা।"

অনুমতি পাই ডেকাজন কোঠাটোৰ ভিতৰলৈ সোমাই আহিছিল।

"হুৱৰাক দেখা কৰিব খোজে নেকি?

মিছেছ্ হুৱৰাই যেন ইমান পৰে এই প্ৰশ্নটোলৈহে আগ্ৰহেৰে অপেক্ষা কৰি আছিল। মোৰ মুখৰ পৰা কথাষাৰ শেষ হৈ ওলোৱাৰ আগতেই আনন্দত উৎফুল্ল হৈ উত্তৰ দিছিল: অশেষ ধন্যবাদ। এইকণ উপকাৰ কৰক আৰু।

কলিং বেলটো টিপি দিছিলোঁ। ৱাৰ্ডবয় এজন সোমাই আহিল।

"ৰামদেও ক্যাহা গিয়া?"

"মালুম নেই হুজুৰ। ৱাৰ্ডমে হোনে সেকতা।"

"উস্‌কো কাপ্-প্লেট লেনেকো বল দো। আউৰ দেখো—য়ীহ মেমচাহাবকো লে জানা। ঞ্চৰ হুৱৰাকো সাথ মুলাকত কৰ দো। দো নম্বৰ। আপোনালোক ইয়াৰ লগতে যঁক।"

পিচৰ কথাষাৰ মিছেছ্ হুৱৰাক লক্ষ্য কৰি কৈছিলোঁ।

বহাৰ পৰা থিয় হৈ মিছেছ্ হুৱৰা আৰু ডেকাজনে মোক নমস্কাৰ দিছিল। মই প্ৰতি নমস্কাৰ জনাইছিলোঁ।

ডেকাজনৰ সৈতে মিছেছ্ হুৱৰাই ৱাৰ্ডবয়জনক অনুসৰণ কৰিছিল।

জেপৰ পৰা জিলিমিলি চিঠিখন উলিয়াই চালোঁ।

শ্ৰীমতী মমতা হুৱৰা

ব্লাৰ্ড কেয়াৰ : ধ্ৰুৱজ্যোতি তুৰুৱা।

নগাওঁ : অসম।

নামটো ধুনীয়া। শ্লিপখন টুকুৰা-টুকুৰ কৈ ছিঙি ৱেষ্ট পেপাৰ বাচ্কেটটোত পেলাই দিলোঁ।

হাস্পাতালত ভিজিটিং ৰুম দুটা। এটা সাধাৰণ কোঠা। আনটো বিশেষ ধৰণে সজা। বিশেষ ধৰণে সজা ভিজিটিং ৰুমটোকে আমি দুই নম্বৰ বুলি কওঁ। দুই নম্বৰ বুলিলে হাস্পাতালৰ প্ৰত্যেকজন কৰ্মচাৰীয়ে বুজি পায়। কিন্তু দৰ্শক অথবা ৰোগীবোৰে নাজানে এই দুই নম্বৰৰ বিশেষত্ব কি? এই বিশেষ কোঠাটো এনেদৰে সজোৱা যে ৰোগী আৰু দৰ্শনকাৰী উভয়ে এটা বিশেষ স্থানত থিয় হ'বলগীয়া হয়। আৰু সেই দৰ্শনকাৰী আৰু ৰোগীৰ প্ৰতিচ্ছবি পৰিবৰ্তে ওচৰৰ কোঠাটোৰ দৃষ্টিৰ আঁৰত সজাই থোৱা এখন প্ৰকাণ্ড আয়নাত। ভিজিটিং ৰুমৰ গুপ্তস্থানত টেপ ৰেকৰ্ডাৰৰ মিচিভাৰ এটা গোপনে ৰখা হয়। ওচৰৰ কোঠাটোৰ বিশেষ ঠাই এটুকুৰাত এজন চিকিৎসক আত্মগোপন কৰি থকাৰ ব্যৱস্থা আছে। ভিজিটিং ৰুমত ৰোগী আৰু দৰ্শনকাৰী সোমোৱা। লগে লগে আন কোঠাৰ আত্মগোপনকাৰী-জনে সম্মুখৰ আয়নাখনত দৃষ্টি নিবদ্ধ কৰি আটাইবোৰ কথাকে টেপ কৰি লয়।

বলিয়া হাস্পাতালৰ ডাক্তৰসকল অপৰাধ মনোবিজ্ঞানৰ মনো-বৈজ্ঞানিক নহয় সঁচা; তথাপি কেতিয়াবা কেতিয়াবা এই ব্যৱস্থা লব-লগীয়া হয়। কিয়নো তৃতীয় ব্যক্তিৰ সম্মুখত মানসিক বিকৃত লোক আৰু দৰ্শন প্ৰাৰ্থীৰ মাজত স্বাভাৱিকতাৰ সৃষ্টি নহবও পাৰে। নোহোৱা-টোৱে স্বাভাৱিক। তৃতীয় ব্যক্তি এজনৰ ওচৰত মনৰ স্বাধীনতা সম্পূৰ্ণৰূপে পোৱা নাযায়। ৰোগী আৰু দৰ্শনকাৰীৰ ক্ষেত্ৰতো একে কথা। ৰোগী আৰু দৰ্শনকাৰীৰ অঙ্গ-প্ৰত্যঙ্গৰ সঞ্চালন, চকুৰ দৃষ্টি, মুখভংগী আদিৰ মূল্য উলাই কৰিবলগীয়া নহয়। সেই কাৰণেই এই বিশেষ ব্যৱস্থাৰ আশ্ৰয় লোৱা হয়।

কেয়াৰৰ দুৱাৰ ওলাই আন এটা [illegible] যে আত্মগোপনৰ [illegible]

আচুতীয়াকৈ ৰখা নিৰ্দিষ্ট স্থানত বহি অধীৰ হৈ মই অপেক্ষা কৰিছিলোঁ : ধ্ৰুৱজ্যোতি আৰু মমতা তুৱৰাক।

সময় সদায় চঞ্চল। পাগলী ছোৱালী। ক'তো অকণো স্থিৰ হৈ নাথাকে। এমিনিট দুমিনিটকৈ প্ৰায় আধাঘণ্টা পাৰ হৈ গ'ল। কিন্তু ভিজিটিং ৰুমলৈ ধ্ৰুৱ অথবা মিছেছ্ তুৱৰা কোনো অহা নাছিল। নাহিল। মই চঞ্চল হৈ পৰিছিলোঁ। অধৈৰ্য্য হৈ উঠিছিলোঁ। ৱাৰ্ডবয়-জনৰ ওপৰত খং উঠিছিল। ভুলকৈ সি মমতা তুৱৰাইতক জেনেৰেল ভিজিটিং ৰুমলৈ লৈ গ'ল নেকি ? নহলে ইমান সময়লৈকে মিছেছ্ তুৱৰা আৰু ডেকাজন ইয়ালৈ নহাৰ অৰ্থ কি ? অথচ মই লক্ষ কৰিছিলোঁ : ধ্ৰুৱৰ দৰ্শনৰ কাৰণে মিছেছ তুৱৰা অধৈৰ্য্য হৈ পৰিছিল। উদবিগ্না হৈ পৰিছিল। এমিনিট সময়ৰ বিলম্বকেই কেবা বছৰৰো দীৰ্ঘতাৰ প্ৰতীক্ষা যেন অনুভৱ কৰিছিল। সেয়া ব্যৱধান এমিনিটৰ নহয়। হেজাৰ যুগৰ। অথচ সেইজনী মমতা তুৱৰাই দৰ্শনৰ অনুমতি পোৱাৰ পিচতো ইমান সময়লৈকে ধ্ৰুৱক দেখা কৰিবলৈ নহাৰ অৰ্থ কি ?

বিশৃঙ্খল চিন্তাবোৰ মোৰ মনত ভুমুকি মাৰিছিল। ইয়াৰ মাজত নিশ্চয় কিবা এটা ৰহস্য লুকাই আছে। মৃত্যু হোৱা অভিনেত্ৰী গৰাকীৰ বিষয়ে সঁচাকৈয়ে মিছেছ্ তুৱৰাই একো নাজানে নে জানিও কব খোজা নাই ? ইমানবোৰ খবৰ ৰাখিব পাৰে অথচ···।

মিছেছ্ মমতা তুৱৰা হয়তো ধ্ৰুৱৰ মাকেই নহয়। এটা ষড়যন্ত্ৰ। কাৰ কি অভিপ্ৰায় কোনে জানে ? বিচিত্ৰ পৃথিবী। তাতকৈ বিচিত্ৰ মানুহৰ চৰিত্ৰ। ধ্ৰুৱই এক মাত্ৰ সন্তান। যি গৰাকী নাৰীয়ে গৰ্ভত ভ্ৰূণ সংৰক্ষণ কৰি এটা সন্তানৰ জন্ম দিব পাৰে সেই গৰাকী মাতৃৰ গৰ্ভত দ্বিতীয় সন্তানৰ সম্ভাৱনাই দেখা নিদিলে কিয় ? ধ্ৰুৱ যদি মমতাৰ সন্তান তেন্তে মিছেছ্ তুৱৰাই ধ্ৰুৱৰ পিচতে কোনো কাৰণত নিশ্চয় হেৰুৱাই পেলাইছিল সন্তান উৎপাদনৰ ক্ষমতা। অথবা ধ্ৰুৱৰ দেউতাকৰ প্ৰজনন শক্তিৰ অভাৱ ঘটিছিল। হয়তো ধ্ৰুৱক মাক আৰু দেউতাকে এটা দীৰ্ঘকালৰ বাবে ইমান বুকু বুকু আছিল যে তাৰ বাবে মমতা তুৱৰাই দ্বিতীয় সন্তানৰ মাতৃ হোৱাৰ

সৌভাগ্যৰ পৰা বঞ্চিত হৈ পৰিছিল। ধ্ৰুৱ তেন্তে মহিলগৰাকীৰ সন্তান নহয় নেকি? যদি মমতা তুৱৰাৰ সন্তান তেন্তে দেউতাক বুলি ভবা মিঃ ধ্ৰুৱৰ দেউতাক নহয়। আন কোনোবা?

জনসাধাৰণৰ বিশ্বাস: জনপ্ৰিয় ডক্তাৰ আৰু উকীলৰ টকাৰ অভাৱ নাই। কিন্তু সেই বুলিয়েই জানো ধ্ৰুৱৰ দেউতাকে ইমান কম সময়ৰ ভিতৰতে ওকালতিৰ পৰা ইমান টকা সঞ্চয় কৰিবলৈ সক্ষম হৈছিল? কথাছবি নিৰ্ম্মাণৰ বাবে গধুৰ অঙ্ক এটা দিবলৈ এবাৰো সঙ্কোচ বোধ কৰা নাছিল? অকল অপত্য স্নেহৰ বাবেই জানো ধনৰ প্ৰতি মানুহৰ যি সনাতন হেঁপাহ সেই হেঁপাহকো তুচ্ছ কৰিছিল? ধ্ৰুৱক হয়তো দেউতাকেই টকা দিছিল। সেই টকা নিজৰ। আনৰ পৰা ধাৰলৈ লোৱা কথা মিছা। অসমীয়া কথাছবিত ইমান টকা লাভ হোৱা বুলি ইয়াৰ আগতে মই ক'তো শুনা নাই। তুৱৰা দেউতাকে হয়তো ধ্ৰুৱৰ জৰিয়তেই পাইছিল অসহস্ৰ সম্পতিৰ মালিকী হয়তো ধ্ৰুৱৰ জৰিয়তেই পাইছিল অসহস্ৰ সম্পতিৰ মালিকী স্বত্ব। সেই কাৰণে মমতা অথবা মিঃ তুৱৰাই কোনো কথাতে ধ্ৰুৱক অসন্তুষ্ট কৰিব খোজা নাছিল।

অলেখ টকাৰ মালিক ধ্ৰুৱ তেন্তে মমতাৰ আপোন সন্তান নহয়? পালিত?

দেহৰ গঠন, স্বভাৱ চৰিত্ৰৰ বাবে মাকৰ ওচৰত সন্তানবোৰ চিৰ ঋণী। "নৰাণাং মাতুলাকৃতিঃ।" সেয়ে যদি হয় তেন্তে মমতা তুৱৰাৰ লগত ধ্ৰুৱজ্যোতিৰ দেহৰ সাদৃশ্য ক'ত? ধ্ৰুৱই আকৃতি ললে মাকৰ নে দেউতাকৰ? অথচ অনুপম কোঁৱৰ আৰু ধ্ৰুৱজ্যোতি তুৱৰা দুয়ো যেন ভাই-ককাই। দুয়োৰে শৰীৰত একে বংশৰ তেজ।

এৰা, মোৰ অনুমানটোৱে হয়তো সঁচা। ধ্ৰুৱৰ মাক মমতা তুৱৰা নহয়। আনো কোনোবা। স্বাৰ্থৰ খাতিৰত মমতাই পৰিচয় দিছে: ধ্ৰুৱ তেখেতৰ সন্তান। সেই কাৰণেই মহিলাগৰাকীয়ে দৰ্শনৰ অনুমতি পায়ো ধ্ৰুৱক দেখা কৰিবলৈ নাহিল। জানোচা ক'ববাত ধৰা পৰি যায়। আঁচল কথা প্ৰকাশ পায়? মই কিবা এটা সন্দেহ কৰা বুলি

মমতা তুৰবাই নিশ্চয় বুজি পাইছে নহলে ধ্ৰুৱক চাবলৈ মিছেছ তুৰাৰ নাহিব কিয় ?

হঠাতে মোৰ সন্মুখৰ বহল আয়নাখনত কেবাটাও মানুহৰ ছবি ভাঁহি উঠিছিল। দৃষ্টি স্থিৰ কৈ মই চাই ৰলোঁ। ৱাৰ্ডবয়, মহিলাগৰাকী আৰু সেই ডেকাজন। মহিলাগৰাকীৰ হাতত এটা প্ৰকাণ্ড টোপালা।

"থোৰা থেহ্‌ৰিয়ে। উন্‌কো হাম অভী অভী লে আয়েগা।"

সেয়া ৱাৰ্ডবয়জনৰ কথা। কথাষাৰ কৈয়ে সি ওলাই গৈছিল।

মহীলা গৰাকীৰ চকুত অধীৰ অপেক্ষাৰ দৃষ্টি। সন্মুখৰ আয়নাখনত মই দেখিছিলোঁ। প্লাক পইণ্টত প্লাকটো গুজি দিছিলোঁ। তাৰ পিচত চুইচটো অন কৰি টেপৰেকৰ্ডাৰটো সজীব কৰি লৈছিলোঁ।

ৱাৰ্ডবয়জনে ধ্ৰুৱজ্যোতি তুৰৰাক লগত লৈ কঠোটোলৈকে সোমাই আহিছিল। চিৰকাৰলৈ থাপ লোৱা মেকুৰী এজনীৰ দৰে আয়নাখনৰ ওপৰত শেন দৃষ্টি ৰাখি শহাকণীয়া হৈ ৰলোঁ। শ্ৰৱণেন্দ্ৰিয়ই মোক ফাঁকি দিলেও টেপটোৱে ফাঁকি নিদিয়ে জানোঁ। তথাপি কথাবোৰ নিজ কাণেৰে শুনাৰ বাবে উদ্‌বিগ্ন হৈ ৰলোঁ।

ধ্ৰুৱক দেখিয়েই মমতা তুৰবাই কোঁপাইছিল। উত্তেজনাত শিহঁৰি উঠিছিল। আনন্দত। কঁপিছিল। তাৰ পিচত সক ল'ৰা এটাৰ দৰে ধ্ৰুৱক বুকুৰ মাজত সাৱটি ধৰি গালে মুখে অঁাকি দিছিল সহস্ৰ স্নেহ চুম্বন। গাল আৰু মুখত হাত বুলাই দিছিল।

আকুল মাতৃ হৃদয় এখনি যেন ক্ষণিকৰ বাবে শান্ত হৈ পৰিছিল। জুৰ পৰি গৈছিল দীৰ্ঘ দিনৰ বিৰহৰ পোৰণি।

## ॥ তিনি ॥

মৰমসনা চিঠি এখন পাইছিলোঁ। নবৌয়ে লিখিছিল।

এটা গধুৰ খাম। খামটো দেখি ভাবিছিলোঁ ঃ এয়া চিঠি নে কোনোবা লিখকে মাহেকীয়া আলোচনীৰ সম্পাদকলৈ পঠিওৱা গল্প-প্ৰবন্ধৰ টোপোলা?

খামটো খুলি মই আচৰিত হৈ গৈছিলোঁ। ইমান বকলা চিঠি লিখাৰ ধৈৰ্য্য নবৌয়ে ক'ত পালে? এই দীঘল চিঠিখনত নবৌয়ে ইমানবোৰ কি কথা লিখিছে বাৰু? চিঠিখন এবাৰ এবাৰকৈ দুবাৰ পঢ়িছিলোঁ। প্ৰথম কেইটামান পংক্তি বাদ দি পিচৰখিনি যেন চিঠি নহয়। অসমীয়া চুটি গল্প সাহিত্যৰ এটা চুটি গল্প। ৰূপ কথা। বি, এত নবৌৰ চেকেণ্ড লেংগুৱেজ আছিল। জানো। কিন্তু নবৌয়ে কোনো দিনে গল্প কবিতা লিখা নাছিল। লেখিকা হোৱাৰ যত্ন কৰা নাই।

নবৌয়ে যুতিমালাৰ খবৰ লিখিছিল। কিন্তু সেয়া যেন যুতিমালাৰ খবৰ নহয়। যুতিমালা নামৰ ছোৱালী এজনীৰ বিষয়ে এটা অবিশ্বাস্য কাহিনীহে ৰচনা কৰিছিল।

"........তুমি নিলিখাহেঁতেনো যুতিমালাৰ কথা তোমালৈ লিখিম বুলি ভাবিছিলোঁ। লিখিলোহেঁতেন।

এতিয়া বহুত ৰাতি সোণ। দেউতা কেতিয়াবাই শুলে। মা শুবলৈ গৈছে। ককায়েৰা ঘৰত নাই। ৰান্ধনীশালৰ জেওৰা মাৰি এয়া মই তোমালৈ চিঠি লিখিবলৈ বহিছোঁ।

ৰবৰুগজাক এৰা নাই। আকাশত মেঘ আৰু গাৰ্ৰৰ মুখত সেয়া কপিলীয়ে গাজিছে। এনেকুৱা নিশাবোৰত যুতিমালালৈ মোৰ প্ৰায়ে মনত পৰে।' কিয় জানা?' কম ৰ'বা।

এয়াই অৱাৰ জিলিমিলি—৷

তুমি যোৱাৰ বছৰতে যুতিমালাৰ জীৱনলৈ নামি আহিছিল দুৰ্যোগ। সেয়া আজি ছবছৰ আগৰ কথা।

যুতিমালাৰ খুড়ায়েকে এদিন ৰাইজ চপালে। ৰাইজে গোচৰ শুনিলেঃ যুতিমালাহঁতৰ বাৰীৰ ছ বিঘা মাটি যুতিমালাহঁতৰ নহয়। খুড়ায়েকৰ। পিতৃ-সম্পত্তিৰ ওপৰত আটাইবোৰ ভাই-ককায়েকৰে স্বত্ব সমান। গতিকে যুতিমালাৰ খুড়ায়েকে তাৰ অংশ নাপাব কিয়? গোচৰ শুনি ৰাইজে কি ৰায় দিছিল তুমিও নিশ্চয় বুজিছা। ৰংমনক বুদ্ধি দিলে দীন মণ্ডলে। কুবুদ্ধি পাই ৰংমন খংমন হৈ পৰিল।

আমাৰ দেউতাই কৈছিলঃ এয়া অন্যায় আই। কলিকাল। অধৰ্ম্মৰ যুগ। ৰংমনক পাপে চুব। ভগাৱানে দীন মণ্ডলৰ মইমতালি সহ্য নকৰে। যুতিমালাৰ দেউতাকৰ পূৰ্ব্বপুৰুষৰ নামত জোঙাল বলহু ৰজাই দিয়া সেই ৰাজ সম্পত্তি। যুতিমালাৰ ককা-দেউতাক নে আজুককাক আছিল ৰজাৰ সোঁ হাত। দান স্বত্বমতে সেই ভেটীৰ ওপৰত কাৰো স্বত্ব নৰজে। বংশৰ ডাঙৰ ল'ৰাজনে পিতৃ-সম্পত্তিৰ সমান অংশ পোৱাৰ উপৰিও সেই ভেটীটো ওপৰঞ্চি হিচাবে পাব। সেই ভেটীৰ ওপৰত ৰংমনৰ কোনো স্বত্ব নাই। সেয়া যুতিমালাৰ দেউতাকৰ নিগাজী সম্পত্তি। যুতিমালাৰ দেউতাক জীয়াই থাকোঁতে তেনেদৰেই পিতৃ-সম্পত্তিৰ ভাগ কৰা হৈছিল। দেউতাকৰ অৱিহনত সেই সম্পত্তিৰ গৰাকী যুতিমালাৰ মাক আৰু যুতিমালা। কিয়নো যুতিমালাৰ দেউতাকৰ ল'ৰা নাই। যুতিমালাই একমাত্ৰ ছোৱালী। এয়া আমি ইমান দিনে শুনি অহা কথা।

আচলতে উৰহি গছৰ ওৰ ক'ত জানা বোপাই? চহৰত পঢ়া দীন মণ্ডলৰ বৰ পুতেক চন্দ্ৰ পূজাৰ বন্ধত ঘৰলৈ আহিছিল। কাণিমুণি পৰত যুতিমালা গৈছিল কপিলীৰ ঘাটলৈ। অকল যুতিমালাই নহয়। গাৱঁৰ জীয়ৰী-বোৱাৰীবোৰ প্ৰায়েই যায়। কেতিয়াবা লগে ভাগে। কেতিয়াবা অকলে। গা ধোৱে। পানী আনে। শাক-পাচলি ধুই-পখালি ঘৰলৈ ওভতে। কপিলীৰ ঘাট গাৱঁৰ জীয়ৰী-বোৱাৰীবোৰৰ চিনাকি ঘাট।

সেইদিনা আছিল লক্ষ্মীপূজা।

আকাশত জোন উঠা নাই। উঠিব। অলপ পিচত। ঠিক তেনে সময়ৰ ঘটনা।

নৈৰ ঘাটৰ পৰা যুতিমালা কোবা-কুবিকৈ ঘৰলৈ আহিছিল। কাষত দুটা ভৰা কলহ। পানী কলহৰ ভৰত বেকা হৈ পৰা যুতিমালাৰ বুকু আৰু মুখ। তিতা ৰিহা মেখেলাৰ আৱৰণ ভেদ কৰি ওলাই অহা গাৰ ৰং। মাজ বাটতে থিয় হৈ আছিল চন্দ্ৰ। বাটৰ দুয়োকোষে সোণাধৰহঁতৰ কুঁহিয়াৰণি। সেই ঠাইতে চন্দ্ৰৰ সৈতে ভেটা-ভেটি হ'ল যুতিমালাৰ। ওচৰে পাঁজৰে কোনো ক'তো নাই। গাভৰু লুভীয়া চন্দ্ৰই যুতিমালাক হেনো কিবা কথা কৈছিল। লাজলগা কথা। যুতিমালাই মাকক কৈ দিলে। কাঞ্চন পেহীয়ে ৰাইজ চপালে। লাজত দীন মণ্ডল মৰা যেন হ'ল।

পূজা বন্ধৰ দিন পিচত এদিন কলেজ খুলিলে। চন্দ্ৰ আকৌ চহৰলৈ গ'ল। দীন মণ্ডলে ৰংমনৰ কাণত বিষমন্ত্ৰ ঢালিলে। মণ্ডলৰ ফুচলনিত ৰংমন ভোগ গ'ল। সম্পত্তিৰ লোভত ঘৰ শত্ৰু বিভীষণ হৈ পৰিল।

যুতিমালাহঁতৰ হৈ ৰূপায়ে মোকৰ্দ্দমাৰ তদাৰক কৰিছিল। গঞা ৰাইজে টকা সিকা দি সহায় কৰিছিল কাঞ্চন পেহীক। আপদে বিপদে সহায় কৰি দিয়া কাঞ্চন পেহীক সকলোৱে সহানুভূতি দেখুৱালে। ৰূপাই যুতিমালাৰ দূৰ সম্পৰ্কীয় মোমায়েকৰ ল'ৰা। কাছাৰীত পিয়ন কাম কৰে।

হাকিমে এদিন ৰায় দিলে। যুতিমালাহঁতৰ বাৰীৰ সমান অংশৰ ৰংমনো অধিকাৰী। হাকিমৰ ৰায় পাই দীন মণ্ডলে সীমা জুখি দিবলৈ আহিল। সমান অংশৰ পৰিবৰ্তে দীন মণ্ডলে এক চতুৰ্থাংশ যুতিমালাহঁতলৈ এৰি বাকীখিনি ৰংমনৰ বুলি সীমা দেখুৱাই দিলে। তাকে দেখি ৰংমনে হেনো কৈছিল: ইমান অধৰ্ম [illegible] [illegible] নাছিল মণ্ডল দেউতা? ৰংমনৰ কথা শুনি মণ্ডলে [illegible] [illegible] উঠিল।

তোমাক কি কম সোণ? সেইদিনা যুতিমালা আৰু কাঞ্চন পেহীৰ চকুলো দেখিলে তোমাৰো চকুলো ওলালহেঁতেন। ককায়েৰাই প্ৰতিবাদ কৰিব খুজিছিল। দেউতাই বাধা দিলে: নালাগে বোপাই। ভগৱানে ইয়াৰ বিচাৰ কৰিব। কাঞ্চনকনো মাটিবাৰী কেলেই? ছোৱালীজনী এঘৰলৈ উলিয়াই দিলেই কাঞ্চনৰ লেঠা ছিঙিল।

গঞা ৰাইজে ইস্ আহ কৰিলে। বয়সীয়ালসকলে মন্তব্য দিলে: ঘোৰ কলিকাল। কিন্তু মণ্ডলৰ বিৰুদ্ধে মাত মতাৰ সাহস ৰাইজৰ জানো আছে? গাৱঁৰ ডেকা চামে ভালেই পালে। লুভীয়া চকুৰে যুতিমালালৈ চাই আসৈ নোপোৱা ডেকাজাকে কাঞ্চন পেহীক শুনাই শুনাই কলে: ক'ৰ ৰজাই দিছিল অ'? এইবোৰ চৰ 'পৃথিমীত' পাৱ নিদিয়াজনীৰ দেউতাকৰ চলাহি। দেশত কিবা বিচাৰ নোহোৱা হৈছেনে?

কাঞ্চন পেহীয়ে বোলে কান্দি কান্দি চোতালৰ তুলসী জোপাৰ তলত মাটিৰ চাকি এগছ জ্বলাই কৈছিল: মোৰ যদি ধৰ্ম্ম আছে তুমি মোক দেখুওৱা ভগৱান। কোনে কাক ঠগিছিল তুমিয়ে বিচাৰ কৰা প্ৰভো।

ভগৱান নাই বুলিনো কেনেকৈ কবা বোপাই? কাঞ্চন পেহীয়ে তেনেদৰে কবলৈহে পালে বাৰীত হুলস্থুল লাগি পৰিল। সীমা জুখি দখল বুজাই দিবলৈ অহা দীন মণ্ডলক সাপে খুটিলে। সীমা নিৰ্দ্ধাৰণ কৰি চতুৰ্থ খুটিটো পোতাৰ লগে লগে ক'ৰ পৰা জানো দীঘল পকৰা এটা আহি মণ্ডলৰ সেঁা ভৰিত বিষ ঢালি আকৌ আঁতৰি গ'ল। মণ্ডল মূৰ্চ্ছিত হৈ পৰিল। কিছুমানে কলে: কলী ফেটী। আনবোৰে কলে শঙ্খচূড়। বুঢ়া মেথাবোৰে মন্তব্য কৰিলে: ধৰ্ম্ম, বোপাইহঁত ধৰ্ম্ম। ধৰ্ম্মৰ ধ্বজা বতাহত উৰে। কলী ফেটী, শঙ্খচূড় একো নহয়। সেয়া ৰাজনাগ। ৰাজসম্পত্তি ৰক্ষক। আমি ইয়াতে জন্মি ইয়াতে বুঢ়া হলোঁ। পুৰা পথুলি বাৰীখনত ঘূৰি ফুৰা সদায়ে দেখোঁ। [illegible] নলহে। মণ্ডলৰ অহঙ্কাৰ [illegible] বুলিনো আৰু কিমান সহিব। বিধাতাৰ ধৰ্ম্ম আছে। [illegible]

মৰিল। পোৱালিটোকে বুকুত সাৱটি স্বামী ভিঠাত মৰথামোচ মাৰি আছে। ঈশ্বৰ কিবা নাই নে?

দীন মণ্ডল নাবাচিল। মৰিল। বেজ জ্ঞানীয়ে আহি জাপ-জৰি দিলে। কিন্তু কোনো গুণ নহ'ল। অকল দীন মণ্ডলে নহয়। সেইদিনা গ'ল দীন মণ্ডল। তাৰ কেইদিনমান পিচত ৰংমন। ৰংমনে বাৰীৰ সেন্দুৰী আমজোপা কাটিবলৈ গৈছিল। কৰতীয়াক মাতি আনি ফলাব। ৰজা দিনীয়া আম। কিন্তু মানুহে পাতে ঈশ্বৰে ভাঙে। আমজোপাত কুঠাৰৰ ঘাপ মৰাৰ লগে লগে ৰংমনে চিঞৰি উঠিল। ক'ৰ পৰা জানো প্ৰকাণ্ড সাপ এটা আহি ভৰিত মেক্‌ৰাই ধৰিলে ৰংমনে কবই নোৱাৰিলে। সৰ্পদংশনত ৰংমন মৰিল। আমজোপা আগৰ দৰেই থাকিল। কিন্তু আচৰিত কথা কি জানা বোপাই। যুতিমালা আৰু যুতিমালাৰ মাকে তুপৰীয়া গোধূলি সেইবাৰীখনত সোমাই খৰি লুৰে। শাক-পাত বুটলে। কাকো একো অনিষ্ঠ নকৰে।

মোকৰ্দ্দমাৰ পিচৰ পৰা যুতিমালাইতৰ অৱস্থা বেয়া হৈ আহিছিল। সদৰৰ উকীলৰ ওচৰতো হেনো বহুত টকা ধাৰ নে বাকী হ'ল। এদিন ৰূপাই আহি যুতিমালাক চহৰলৈ নিবলৈ ওলাল। উকীলনীৰ গাত হেনো লেঠা। পো-পোৱালী কেইটাক চোৱা চিতাৰ কাৰণে মানুহ এজনীৰ দৰ্কাৰ। কাঞ্চন পেহীয়ে কান্দিলে। যুতিমালাই কান্দিলে। যুতিমালাই কান্দিলে গাওঁখনৰ মৰম চেনেহ এৰি যোৱাৰ দুখত। কাঞ্চন পেহীয়ে কান্দিলে পেটৰ ভাতৰ কাৰণে নিজৰ গাভৰু ছোৱালীক বৈ খোৱাৰ বেদনাত। দুখীয়া হলেও কাঞ্চন পেহীৰ এটা আত্মসন্মান আছে। কিন্তু উকীল দেউতাক কাঞ্চন পেহীয়ে অসন্তুষ্ট কৰে কেনেকৈ? সিমানকণ সাহস জানো পেহীৰ আছে? তাতে ৰূপায়ে বিপদৰ দিনত হাতত ধাৰ্থুৰি হৈ লিহিতক তৰালে। খাটি-খুটি দিলে। উপকাৰীক অকৃতজ্ঞ [illegible] পেহীয়ে নকৰে।

[illegible]

বৰ ভাল মানুহ। মই থাকোঁতে তোৰ কোনো ভয় নাই। তুমিও অকণো চিন্তা নকৰিবা পেহীটী।' এয়া ৰূপাইৰ কথা। ৰূপাইৰ আশ্বাস।

"তাই তেনেই আজলী বোপাই। আজিলৈকে গাওঁখনৰ সিমূৰকে দেখা নাই। টাউন চহৰৰ কথা। গাড়ী ঘোঁৰাৰ কথা। উকীল হাকিম মানুহ। অক'মান কথাতে দায় জগৰ লাগিব। তই বুজাই-বঢ়াই কৰি মোৰ সোণাই।"

"তুমি মোক শিকাব নালাগে পেহীটী। জিলাত থাকিয়ে ইমানটো হলোঁহি।"

আজিৰ দৰে সিদিনাও আছিল ধাৰাষাৰ বৰষুণ। গাজনি, আকাশত মেঘৰ। গাৰঁৰ মূৰত কপিলীৰ। সিদিনা যুতিমালাই আমাৰ ঘৰতে ভাত খাইছিল। ককায়েৰাই মাতিছিল। যোৱাৰ সময়ত মাত লগাই কৈছিল ঃ যাওঁ নবৌ। আকৌ আহি এই গাওঁ পাওঁ নেপাওঁ ঈশ্বৰেহে জানে।

যুতিমালা গ'ল। কিন্তু আৰু উভতি নাহিল।

কেইমাহমান পিচত। কাঞ্চন পেহীয়ে আহি এদিন মোক কৈছিল ঃ জান ন-বোৱাৰী, মোৰ কিবা বেয়া দিনহে পৰিছে হবলা। ভগৱান ঈশ্বৰে মোৰ কপালত কি লিখিছে তেওঁহে জানে।

"কিয় পেহীটী? কি হ'ল?"

তই কাকো নকবি আই। তোক বুলিহে কৈছোঁ।

কথাষাৰ শুনি ভাবিছিলোঁ ঃ পেহীয়ে যুতিমালাৰ কথা কব। চহৰত শুৱনি গাভৰু যুতিমালাৰ হয়তো কিবা কেলেঙ্কাৰী হৈছে। পেহীয়ে যুতিমালাৰ অধঃপতনৰ কিবা গোন্ধ পাইছে। মোক সেই কথাকে কব।

পেহীয়েনো কি কয় শুনিবলৈ মই কৌতূহলী হৈ পৰিছিলোঁ। গভীৰ উৎকণ্ঠা এটা চেপি ৰাখি পেহীৰ চকু-মুখলৈ চাইছিলোঁ। পেহীয়ে মোৰ কাণৰ কাষত ফুচফুচাই কৈছিল ঃ জানো আই, মোক বিশ্বাস কৰা নে নকৰা আক?

‘কিয় নকৰিম পেহী ? কি কথা কওঁকচোন ।’

‘আমাৰ বাৰীত মহাকাল এটা আছিল। বহু বছৰৰ পৰাই আছে। আজি কেইদিনমান হ’ল ; নাই ।’

‘কি মহাকাল পেহী ?’

‘আই মনসাৰ কৃপা আই। দীন মণ্ডল আৰু যুতিমালাৰ খুড়ায়েকৰ অধৰ্ম্মৰ যিয়ে বিচাৰ কৰিলে ।’

বুজিলোঁ ঃ পেহীয়ে ভেটী নে শঙ্খচূড় সাপটোৰ কথা কৈছে ।

“নাই বুলি কেনেকৈ জানিলে পেহী ?” সুধিছিলোঁ ।

“বগা পোহৰ এটা ৰাতি হলে বাৰীত ঘূৰি ফুৰে। মাজৰাতি সেই পোহৰটো বাৰীৰ পৰা আহি আমাৰ ঘৰৰ চাৰিওফালে পাক এটা মাৰি চোতালৰ শেৱালি জোপাৰ তলত পৰি থাকে। ৰাতিপুৱা দোকমোকালিতে আকৌ আঁতৰি যায়। ৰাতিপুৱা সদায় মই দেখোঁ। যুতিমালায়ো কথাটো জানে। আজি কেইদিনমান হ’ল ঃ মহাকাল নাই ।”

মই কি কম একো ভাবি নাপালোঁ। মনে মনে বলোঁ। কব খুজিছিলোঁ ক’ৰবালৈ গৈছে। আকৌ আহিব। শীত পৰি আহিছে কাৰণে হয়তো গাঁতত সোমাইছে ।

“জান আই, জাৰে জহে সিয়ে আমাৰ ৰখীয়া। আইৰ কিবা কোপ পৰিছে। নহলে এনে কেতিয়াও নহয় ।”

ধৰ্ম-বিশ্বাসে মানুহৰ মন পবিত্ৰ কৰি তোলে নে নাই নাজানোঁ। কিন্তু দুৰ্ব্বল কৰি তোলে। সেই দুৰ্ব্বলতা ভক্তিৰ দুৰ্ব্বলতা। এই দুৰ্ব্বলতাৰ কাৰণে সমৰায়োজন কৰিবলৈও মানুহ কুণ্ঠিত নহয়। গতিকে পেহীৰ মনৰ দুৰ্ব্বলতাত হস্তক্ষেপ কৰাৰ ইচ্ছা মোৰ নহ’ল ।

অবিশ্বাস্য হলেও পেহীয়ে যেন মিছা কোৱা নাছিল। মই পেহীৰ মুখলৈ চালোঁ। চকু মুখত ভক্তিৰ ভাব। ভক্তিয়েই যদি ভগৱান তেন্তে পেহীয়ে ভগৱানৰ দৰ্শন পাইছিল ।

তাৰ কেইদিনমান পিচত। ককায়েৰাই কৈছিল ঃ

“এটা কথা শুনিলোঁ নে ৰাতী ?”

মই আগ্ৰহেৰে সুধিছিলোঁ ঃ কি ?

"কাঞ্চন পেহীক নকবা আকৌ। যুতিমালাক বচাব পাৰিলেহে বচোৱা।"

"কিয় ? যুতিমালাৰ কি হ'ল ? মই প্ৰায় চিঞৰিয়ে সুধিছিলোঁ।

ককায়েৰা কিছু সময়ৰ বাবে মৌন হৈ পৰিছিল। মই উদ্বিগ্ন হৈ পৰিছিলো। অসহ্য লাগিছিল মৌন মুহূৰ্ত্তবোৰ। যুতিমালাৰ কিবা অসুখ নে আন কিবা বিপদ ? গাভৰু ছোৱালীৰ বিপদৰ সীমা নাই। যুতিমালা কাৰোবাৰ হাতত বলি হ'ল নে নিজৰ শুচিতা ৰক্ষা কৰিবলৈ গৈ যুতিমালাই বলি দিলে আন কাৰোবাক ?

"তাইৰ কি হ'ল কওক না।

মই পুনৰাই দোহাৰিছিলোঁ। ককায়েৰাই কৈছিল।

ককায়েৰাৰ পৰা মই যি শুনিছিলোঁ সেয়া এই ঃ

উকীল-উকীলনাৰ মনত যুতিমালা যুতিমালা নহয়। ঘৰৰ লখিমী। কামে বনে, স্বভাৱে চৰিত্ৰই এথোপা যুতিফুল। উকীলনীৰ মৰমৰ যুতিমালা উকীলনীৰ কাৰণে আৰু বেছি মৰমৰ। ল'ৰা-ছোৱালী হালৰ চেনেহৰ মাহীটি। উকীলৰ প্ৰতি কথাতে যুতি। মালা। মৰমৰ মাত পাই যুতিমালাই দেৱীৰ ঘোঁৰাৰ দৰে মনৰ উলাহত নাচি নাচি কাম কৰে। ৰাতি দুপৰলৈ উকীলৰ আলপৈচান ধৰে। লৰা-ছোৱালী হালৰ জেওঁ ভাগে। উকীলনীৰ মূৰ পিটিকি দিয়ে।

কিন্তু নিৰ্জ্জু হলেও হৰিণাৰ শত্ৰুৰ অভাৱ নাই। হৰিণাৰ মাংসই বৈৰী হোৱাৰ দৰে সাৰীৰ বৈৰী ৰূপ আৰু যৌৱন। যুতিমালা দুখীয়া। ধনৰ। কিন্তু ৰূপ আৰু যৌৱনৰ নহয়। দেহত ৰূপ আৰু যৌৱনৰ জোঁৱাৰ। মনত ৰাস পূৰ্ণিমাৰ জোন। সেইজনী যুতিমালাৰো ৰূপেই কাল হ'ল। উকীলনীয়ে যুতি আৰু উকীলৰ মাজত কিবা এটাৰ যেন গোন্ধ পালে।

সন্ধিয়া যুতিমালা সদায় ক'লৈ যায়। দহ পোন্ধৰ মিনিটৰ বাবে

ঘৰৰ পৰা হঠাতে যুতিমালা নাইকিয়া হৈ পৰে। তাৰ পিচত আকৌ ওলায়হি। ফোঁপাই জোপাই ঘামি জামি পৰা যুতিমালাই দীঘল দীঘলকৈ উশাহ লয়। 'ক'লৈ গৈছিলি' বোলা উকীলনীৰ প্ৰশ্নৰ উত্তৰ যুতিমালাই দিব নোৱাৰে। যুতিমালা নিমাত। নিৰুত্তৰ।

সন্দেহশীলা নাৰীৰ চকুত বিষ থাকে। সকলোবোৰ নহলেও সৰহ ভাগ নাৰীয়েই সন্দেহশীলা।

মাতৃ-মঙ্গল কেন্দ্ৰলৈ যোৱাৰ আগতে উকীলনীয়ে উদ্ধাৰ কৰিবই : যুতিমালা সন্ধিয়া ক'লৈ যায়? এদিন নহয়। দুদিন নহয়। সদায়।

হঠাতে উকীলনীয়ে এদিন আবিষ্কাৰ কৰিলে : যুতিমালা থিয় হৈ আছে উকীলৰ বেঠক ঘৰৰ ছাঁত। ওচৰত এটা খেৰৰ মেজি। সন্ধিয়াৰ এন্ধাৰত উকীলনীৰ সন্দেহ হ'ল : সেয়া জানো যুতিমালা? উকীল তেন্তে এতিয়া ক'ত?

দিন আৰু বাগৰিল। উকীলনীৰ সন্দেহেই সঁচা। সেয়া যুতিমালা। এদিন ৰাতিপুৱা। কোনো শুই নৌ উঠোতেই উকীলনা মেজিৰ ওচৰলৈ গৈ কিবা এটা পৰীক্ষা কৰিলে। মেজিৰ ওচৰত এবোজা খেৰ। সিঁচৰিত হৈ পৰি আছে। এজন মানুহ শুই থকাৰ ছাপ তেতিয়াও যেন সেই খেৰবোৰৰ ওপৰত পৰি আছে।

উকীলনীৰ চকু বিস্ফাৰিত হৈ পৰিল। লখিমী যুতিমালা সাপিনী হৈ উঠিল নাগিনী। যেনেকৈ হওক, যুতিমালাক এই ঘৰৰ পৰা দূৰ কৰিবই লাগিব। উকীলনীৰ এয়া দৃঢ় সঙ্কল্প। ভাবী মাতৃ উকীলনীয়ে স্ফীত উদৰৰ যন্ত্ৰণা পাহৰি গ'ল। ক্ৰুদ্ধা নাগিনীৰ দৰে গুমৰি উঠিল। খঙত। আক্ৰোশত। কিবা এটাৰ অসহ্য জ্বলাত।

সন্দেহে মানুহক অন্ধ কৰে হিতাহিত জ্ঞাত হেৰুৱাই পেলায়।

"যুতিমালাক আপুনি এতিয়াই ঘৰৰ পৰা খেদি দিয়ক।" এয়া উকীলনীৰ কথা। মাতত হিংসাৰ ছাপ।

"কিয়? হঠাতে কি হ'ল তোমাৰ? তোমাৰ বিপদটো আগেয়ে পাৰ হৈ যাওকচোন।" উকীলে বুজনি দিয়ে।

"ইয়াতকৈ ডাঙৰ বিপদ মোৰ কাৰণে আৰু একো হব নোৱাৰে। হয় তাইক উলিয়াই দিয়ক। নহলে মই ওলাই যাম।"

উকীলে বুজিলে ঃ এৰা সন্দেহশীলা নাৰী। নাৰীৰ সনাতন স্বভাৱ আপোন ভোলা হাঁহি এটা মাৰি উকীল আঁতৰি আহিল।

কিন্তু সেই হাঁহি যেন হাঁহি নাছিল। উকীলনীৰ কাৰণে সেয়া কটা ঘাত খাৰণি। জ্বলা জুইত প্ৰদান কৰা ঘৃতাহুতি। ফল স্বৰূপে যুতিমালাই পিঠিত লবলগীয়া হ'ল ফলা খৰিৰ ভুহতীয়া কোব। যুতিমালা অজ্ঞান হৈ মাটিত বাগৰি পৰিল।

কেইদিনমান পিচত। সুস্থ যুতিমালা সম্ভিয়া আকৌ ঘৰৰ পৰা নাইকিয়া হ'ল। উকীলনীয়ে প্ৰতিহিংসাত জুইৰ ফিৰিঙতিৰ দৰে ঘৰৰ ভিতৰতে চিটিকি ফুৰিলে। খঙত মূৰৰ চুলিবোৰ নিজে আজুৰিলে। ল'ৰা-ছোৱালী হালক বিনাদোষত চৰিয়ালে। যুতিমালা আৰু গিৰিয়েকৰ সাত পুৰুষ উদ্ধাৰিলে।

সেই সময়ত উকীল ঘৰত নাছিল। মোকৰ্দ্দমা এটাৰ সম্পৰ্কত ৰাতিপুৱাই ডিব্ৰুগড় নে যোৰহাটলৈ গৈছিল। ছুদিনৰ পিচত উভতি অহাৰ কথা। উকীলনী বলিয়া হৈ পৰিল। সন্দেহৰ চিতা বহ্নিত দেই পুৰি মৰা উকীলৰ মূৰত চয়তানে বাঁহ ললে।

উকীল ডিব্ৰুগড়লৈ নে ক'ৰাবালৈ যোৱা কথা মিছা। যোৱা নাই। সেয়া আনক দেখুওৱা কথা। নহলে এই সময়ত যুতিমালা ঘৰৰ পৰা নাইকিয়া হব কিয়? উকীল এইখন চহৰতে ক'ৰবাত আছে। ঘৰৰ পিচপিনে খেৰৰ মেজিৰ ওচৰত উকীল আৰু যুতিমালাই এই সময়ত নিশ্চয় কথা পাতি আছে। প্ৰেমৰ মৌজাল ৰচিছে।

এয়া উকীলনীৰ ধাৰণা ঃ

"যি হয় হব। ৰঙা মাটি, নহয় গুৱাহাটী।" এনে এটা ভাৱ লৈ টিপচাকি এটা হাতত লৈ উকীলনী ঘৰৰ পৰা বাহিৰ ওলাল। খোজত সন্তৰ্পণতা। বুকুত অস্থিৰ কঁপনি। উকীলনী তেতিয়া কঁপিছিল। কোঁপাইছিল। উশাহবোৰ ঘন হৈ পৰিছিল। অশ্লীল

সন্দেহ এটা সঁচা বুলি প্ৰমাণিত হোৱাৰ আশঙ্কাত। নিজৰ স্বামীক আন এগৰাকী যুৱতীৰ বাহু বন্ধনৰ মাজত দেখা পোৱাৰ সন্দেহত।

মেজিৰ নিচেই ওপৰত থিয় হৈ উকীলনীয়ে টিপচাকিটো জ্বলাই দিছিল। এৰা, এয়া উকীলনীৰ সন্দেহেই সঁচা। টিপচাকিৰ পোহৰত এইজনী যুতিমালা: খেৰৰ ওপৰত ওপৰ মু'কৈ শুই আছে।

'শাখিনী, তই মোৰ সংসাৰ······।'

উকীলনীয়ে শেষকৈ কব নোৱাৰিলে। মুখৰ মাত মুখতে ৰ'ল। সৰ্ব্বাঙ্গ শৰীৰ কঁপি উঠিল। ভয়ত। আতঙ্কত। নিশ্চিত মৃত্যুৰ আশঙ্কাত। জাপ মাৰি দুখোজ পিচুৱাই আহি উকীলনী কঁপিবলৈ ধৰিলে। নিজৰ চকু দুটাকে যেন বিশ্বাস নহ'ল। যুতিমালাক মেৰুৱাই এটা প্ৰকাণ্ড সাপ। মূৰৰ ওপৰত ফেট তুলি আছে। খঙত গুজৰিছে। চকু দুটা জ্বলিছে। যেন উৰি আহি উকীলনীৰ তালুতহে দংশন কৰিব।

আতঙ্কৰ চিঞৰ এটা মাৰি উকীলনী পিচুৱাই আহিল। কঁপা কঁপা হাতেৰে ঘৰৰ চাৰিওফালে নহৰু পানী আৰু ফেনাইন চটিয়াই দিলে। খৰ দুৱাৰ বন্ধ কৰি পোণা দুটাক সাৱটি ধৰিলে।

এটা উজাগৰী নিশা পাৰ হৈ গ'ল।

ৰাতিপুৱা ভয়ে ভয়ে উকীলনীয়ে দুৱাৰ ঘৰ মেলিলে। ভাব: সাপটো যেন ঘৰৰ ভিতৰতে ক'ৰবাত লুকাই আছে। নেদেখাতে গছক মাৰি দিব। কিন্তু যুতিমালা? আন দিনাৰ দৰে তাই জানো শুই উঠিছে? চোতাল ঘৰ সাৰিছে? যুতিমালা জানো এতিয়াও জীয়াই আছে? খেৰৰ মেজিটোৰ ওচৰৰ পৰা আঁতৰি আহি তাইৰ বিচনাত নিশা কটাইছে।

যোৱা নিশাৰ ঘটনাটো যেন যোৱা নিশাৰ ঘটনা নহয়। অলপ আগতে দেখি অহা ঘটনা। তেনেকুৱা ভাব এটাৰে উকীলনীয়ে ঘৰৰ চাৰিও পিনে দৃষ্টি বুলাই চাইছিল।

যুতিমালাৰ শোৱনি কোঠাৰ বন্ধ খিৰিকীখনত টুকুৰিয়াই যুতি-

মালাক জগাই দিয়াৰ সাহস উকীলনীৰ ন'হল। মানুহৰ কৌতূহলৰ শেষ নাই। উকীলনীৰো কৌতূহল জন্মিল ঃ যুতিমালা ওৰে নিশা মেজিৰ ওপৰতে কটালে নে ঘৰৰ ভিতৰলৈ আহি বিচনাত শুই আছে? ইমান দিনে মানৱী ৰূপত দেখা যুতিমালাজনী যেন যুতি-মালা নহয়। মানবী ৰূপত জীয়া নাগিনী। তাই জানো আগৰ দৰে কথা কব? মাতিব? হাঁহিব? মানুহৰ ৰূপ সলাই সেই সাপটোৰ লগতে তায়ো সাপ হৈ ক'ৰবালৈ গুচি যোৱা নাইতো? সজাগ দৃষ্টি এটা লৈ ভয়ে ভয়ে উকীলনী বাৰীৰ পিচলৈ গ'ল। যুতিমালাক চালে। কিন্তু যুতিমালা নাই।

উকীলনীৰ গাৰ থৰকা চুতি হোৱাল। যুতিমালা ক'লৈ গ'ল? কি হ'ল? উকীলনীয়ে ভবাৰ দৰে তাই সঁচাকৈয়ে সাপ হৈ গুচি গ'ল নেকি? যুতিমালা কালনাগিনী নে নাগদেৱী বিষহৰি?

ভয় আৰু উৎকণ্ঠাৰ মাজেৰে সময় বাগৰি গ'ল। বাতিপুৱাৰ কেঁচা ৰ'দ লাহে লাহে প্ৰখৰ হৈ আহিল। উকীলনীয়ে কাক মাতিব? কি কৰিব ভাবিছিল। এনেতে যুতিমালাৰ শোৱানি কোঠাৰ খিৰিকী খোলাৰ শব্দত উকীলনী উচাপ্ খাই উঠিল। দূৰৰ পৰা ডিঙি মেলি চাই পঠিয়ালে। মুহূৰ্ত্তৰ ভিতৰতে উকীলনীৰ কি হ'ল যেন জঠৰ হৈ পৰিছিল। চেতনা হেৰুৱাই পেলাইছিল।

খিৰিকী মুখত থিয় হৈ থকা গাভৰুজনী যুতিমালা নহয়। এজনী নাগিনীকন্যা। যুতিমালাৰ বাওঁহাতত মেৰুৰাই আছে যোৱা নিশাৰ সেই সাপটো। আৰু নাগিনী কন্যাই আলফুলকৈ হাতবুলাই দিছে নাগফণাত। এজনী মাতৃয়ে যেন মৰম কৰিছে নিজৰ সন্তানক। স্নেহ স্পৰ্শেৰে টোপনি নিয়াইছে কোলাৰ কেচুৱাক। এইজনী যুতিমালা নহয়। যুতিমালাৰ ৰূপত দেবী মনসা।

অশৰীৰী আত্মাটো তেতিয়া যেন যুতিমালাৰ দেহত নাছিল। যুতিমালা এজনী ছাবি দিয়া পুতলা। কাকো নামাতে। কথা নকয়। নাহাঁহে। ভাত পানী নাখায়। খায় মাথোঁন গাখীৰ আৰু

কল। সাপটোৰ উচ্ছিষ্ট গাখীৰ আৰু কল যুতিমালাৰ খাদ্য তাকে খায় আৰু সাপটোক মৰম কৰে।

উকীলনী ইতিমধ্যে সহজ হৈ পৰিছে। সেইটো যেন এটা বিষশূন্য পোহনীয়া সাপ। যুতিমালাক চাবলৈ অহা মানুহে উকীলৰ ঘৰ ঠাহ খাই পৰিছে। কিছুমানৰ মন্তব্য ঃ যুতিমালা নাগকন্যা। নৰে নাগে কেতিয়াও বাস নকৰে। যুতিমালাৰ মৃত্যু অৱশ্যম্ভাৱী।

মানুহবোৰেই আলোচনা কৰি যুতিমালাক হাস্পাতাললৈ নিলে। ডাক্তৰসকলক কৃপায়ে কুতুৰিলে ঃ যেনেকৈ হওক যুতিমালাক সাপটোৰ পৰা ৰক্ষা কৰক। যুতিমালাৰ যেন কোনো অনিষ্ট নহয়।

কিন্তু ডাক্তৰসকল নিৰুপায়। চেপেনাৰে চেপি সাপটোৰ মুখত এচিদ্ ঢালি দিব পাৰি। কিন্তু সেয়া নিৰাপদ নহয়। বুকুৰ চাৰিওফালে কণ্ডুলী পকাই থকা সাপটোৱে যদি এচিদৰ পোৰণিত তত্ হেৰুৱাই যুতিমালাক নিষ্পেষণ কৰি উশাহ-নিশাহ বন্ধ কৰি দিয়ে। এচিদ চিটিকি গৈ যুতিমালাৰ গাত পৰে ? কেনেবাকে চেপেনাৰ মাজৰ পৰা মুক পোলোকা দি দংশন কৰে ? এই বিয়াগোম সাপটোক কৰায়ত্ব কৰাৰ সাহস ডাক্তৰসকলৰ ন'হল। চিকিৎসা বিজ্ঞানো মনৰ পৰা সম্পূৰ্ণ কৈ নিৰ্মূল কৰিব নোৱাৰা অন্ধবিশ্বাসৰ মায়াজালে আবৰা ডাক্তৰসকলৰ ধাৰণা ঃ সাপটোৰ মৃত্যুৰ লগে লগে যদি যুতিমালাৰো মৃত্যু হয় ?

ডিব্ৰুগড়ৰ পৰা উভতি অহা উকীলে সকলো শুনিলে। উকীলক খবৰ দিয়া মানুহৰ অভাৱ নহ'ল। চহৰৰ প্ৰত্যেকৰে মুখে মুখে যুতিমালাৰ কথা। তেনেকুৱা খবৰ এটা জানিবলৈ উকীলে উকীলনীক সোধাৰ আৱশ্যক নহল। বাছৰ পৰা নামিয়েই উকীলে বাহিৰে বাহিৰে গৈ সদৰ হাস্পাতাল পালে।

হাস্পাতালত তেতিয়াও দৰ্শকৰ ভিৰ কমা নাই। সেই ভিৰৰ মাজৰ পৰা উকীলক দেখি ওলাই আহিল কপাই আৰু ডাক্তৰ। ডাক্তৰ আৰু উকীলৰ মাজত আলোচনা হ'ল। উশাহ বন্ধ কৰি কপায়ে শুনিলে।

"তেন্তে এতিয়া কি কৰ ৰূপাই ?"

"আপুনি যি ভাল দেখে তাকে কৰক দেউতা। ডাক্তৰ দেউতাই কোৱা কথাও সঁচা। বেজ জ্ঞানীকে লগাই চাওঁ। পেহীক খবৰটো মই দিয়া নাই।"

অৱশেষত যুতিমালাক আকৌ ওভতাই অনা হ'ল। হাস্পাতালৰ পৰা ঘৰলৈ। উকীলক বহুতে বহুত বেজ জ্ঞানীৰ খবৰ দিলে। উকীলৰ কথামতে ৰূপাই চাপলি মেলিলে বেজৰ ওচৰলৈ। এঠাইৰ পৰা আন ঠাইলৈ। ৰহুতেই খবৰ পালে। যুতিমালাৰ কথা বহুতেই জানিলে। নাজানিলে মাথোন কাঞ্চন পেহীয়ে।

উৎকণ্ঠা আৰু আশা লৈ বেজ জ্ঞানী বিচাৰি যোৱা ৰূপাই উভতি আহে। নিৰাশাত মন ভাঙি পৰে। মুখৰ জেউতি হেৰাই যায়। উকীলে প্ৰমাদ গণিলে। চিন্তাত উকীলৰো ডিঙি শুকাই গ'ল। বেজ নাই। কোনো বেজ নাহে। সাপে খোটা মানুহক জৰা-ফুকা কৰা বেজসকলে জীয়া যম এটাৰ সৈতে ভেটা-ভেটি হবলৈ সাহস নকৰে। 'কি কৰা হব ? যুতিমালাৰ মাকক খবৰ দিব নেকি ?' ভাবি ভাবি উকীলে একো সিদ্ধান্ত লব নোৱাৰিলে। ঠিক তেনে সময়তে উকীলৰ নঙলা মুখত উপস্থিত হ'লহি এজন পশ্চিমীয়া বেজ।

"হামাকে এইসব খবৰ দিতে লাগেনা হুজুৰ। হামি জানি। হামি কিতনা দূৰ থেইকা আইছি। সব মা কা দয়া হুজুৰ। মা হামাকে স্বপ্নে বলেছে।"

যুতিমালাৰ ওচৰলৈ বেজক নিয়া হ'ল। বেজ উচাপ খাই উঠিল। যুতিমালাক দেখাৰ লগে লগে বেজৰ চকু-মুখত যেন বিজুলীৰ প্ৰৱাহ এটাহে বৈ গৈছিল। আনন্দত। উল্লাসত।

"ঠিক হুজুৰ। মা হামাকে ঠিক বাত বলিছে। আমি উন্নাকে চিন লিবো।" ভগা ভগা হিন্দী আৰু বঙালীতে কোৱা এয়া বেজৰ কথা।

আচৰিত কথা কি জানা বোপাই ? সাপটোৱে হেনো বেজক

দেখাৰ লগে লগে ফেট তুলি গুমৰি উঠি আকৌ শান্ত হৈ পৰিছিল। যুতিমালাৰ চুলিৰ মাজত মুখ গুজি লুকাইছিল। লাজত। ভয়ত। যেন এটা শান্ত শিশু।

বেজ আঁতৰি গৈছিল। লগত গৈছিল যুতিমালা। দেবী মনসাৰ পূজাৰে বেজে যুতিমালাক সাপটোৰ কবলৰ পৰা মুক্ত কৰিব। যুতিমালাৰ পূৰ্ব্বজ্ঞান ওভতাই আনিব। ভগৱানৰ লীলা মানুহে চাব নাপায়। উকীলনীয়ে নেদেখা হলে দেবীয়ে ইমান অপৰাধ নললেহেঁতেন। কালীনাগ আঁতৰি গ'লহেঁতেন। এতিয়া উপায় নাই। দেবীক পূজা পাতল দি সন্তুষ্ট কৰিব বেজে। সুস্থ যুতিমালাক উকীলৰ ঘৰত থৈ যাব হি বেজে নিজে। ভয়ৰ কোনো কাৰণ নাই।

এয়া শপথ খাই বেজে কোৱা কথা। বেজে বিশ্বাসঘাতকতা নকৰে। মা মনসাই দেখিব।

কি পূজা কৰিব, ক'ত কৰিব, আৰু কেতিয়া কৰিব সেই কথা কোৱা নিষেধ। উকীলে দিব খোজা স্বত্বেও পূজা পাতলৰ খৰচ বেজে একো নললে। দেবী মনসাৰ অভিশাপঃ ধন্বন্তৰীয়ে টকা সিকা লোৱা নিষেধ। লোভ কৰিলে দেবীয়ে ধন্বন্তৰীৰ শক্তি হৰণ কৰিব। যুতিমালাক সুস্থ কৰি ওভতাই দিবলৈ আহোঁতে মাননী লব। সেয়া লেজৰ মূল্য নহয়। বিষহৰিৰ অৰিহণা।

উপযাচি উপদেশ দিবলৈ সমাজত মানুহৰ অভাৱ নাই। উকীলৰ ঘৰত জুম খোৱা জনতাৰ মাজৰ পৰাই কোনোবাই কলেঃ ধন্বন্তৰীয়ে ঠিক কথাকে কৈছে। এনেকুৱা ঘটনা আমি বহুত দেখিছো। বৈদ্যৰ কথামতে কাম কৰক। নহলে মা মনসাৰ কোপ পৰিব। মনসাৰ কোপ দৃষ্টি পৰিবলৈ হলে চৌধ্য পুৰুষলৈকে নিস্তাৰ নাই। চাঁন্দসদাগৰৰ কথা কোনে নাজানে ?

কুৰি শতিকাৰ বিজ্ঞানেও আমাৰ মনৰ পৰা সম্পূৰ্ণ কৈ ধুই মচি নিব পৰা নাই কুসংস্কাৰ। অন্ধ আৰু ধৰ্মবিশ্বাস। বিজ্ঞানৰ সত্যক সমৰ্থন কৰা উকীলৰ শিৰা-উপশিৰাত হিন্দুৰ তেজ। হিন্দুসত্ত্বা।

ধৰ্ম্মৰ দুৰ্ব্বলতা। বেদ, উপনিষদৰ দেশৰ কৌটি কলীয়া বিশ্বাস। সঁচাক মিছা আৰু মিছাক সঁচা বুলি প্ৰমাণ কৰাৰ বাবে দিনত হেজাৰবাৰ শপত খোৱা উকীলৰ অন্তৰাত্মাও কঁপি উঠিল। মনসাৰ ভয়ত। এয়া হিন্দুৰ তেজৰ কণাত নিহত হৈ থকা ধৰ্মবিশ্বাসৰ ফল্গু প্ৰৱাহ।

ৰূপাই সম্মত হ'ল। উকীলে বিশ্বাস কৰিলে: বেজে যুতিমালাক সৰ্পমুক্ত কৰি আকৌ ওভতাই দিব। যুতিমালাক লৈ বেজ আঁতৰি গ'ল। উকীলনীয়ে দীঘলকৈ উশাহ এটা লৈ সুস্থিৰ হ'ল। পাক ঘৰৰ চুক এটা সাৰি-মচি কীৰ্ত্তন খনকে থাপনা পাতি ঘিব চাকি জ্বলালে। পাঁচ নয়া পইচা এই ধুই মানস কৰিলে।

'আই মনসা, বাছাহঁতক ভালে কুশলে ৰাখা!'

বিষহৰিক প্ৰণাম জনাই উকীলক কলে: 'তাইক আৰু আমাৰ ঘৰত ৰাখিব নালাগে। ৰূপাইৰ লগত ঘৰলৈ পঠিয়াই দিয়ক। মোৰ বাছা পোনা দুটাক ঈশ্বৰে ভালে কুশলে ৰাখক।'

উকীল মৌন হৈ ৰ'ল।

কথাবোৰ কৈ ককায়েৰাও মৌন হৈ পৰিছিল। মই চট্‌ফটাই উঠিছিলোঁ। মোৰ গাটোও যেন পুৰিছিল। জোৰকৈয়ে চকু দুটা মুদি দিছিলোঁ। কিন্তু টোপনি নাহিল।' 'পেহীক কথাষাৰ কম নেকি? পেহীয়ে নিশ্চয় কিংবা এটা কৰিব পাৰিব। পেহীয়ে কোৱা মহাকালেই এইটো নেকি?' ভাবিছিলোঁ। কিন্তু কোৱাৰ সাহস ন'হল। ককায়েৰাই শুনিলে মোক গালি পাৰিব আৰু মাইকী মানুহ এজনী হৈ পেহীয়ে বা কি কৰিব। মনৰ দুখত পেহীৰ যদি কিবা এটা হয়?

শেষ নিশা চিলমিলকৈ টোপনি আহিছিল।

পেহীক মই খবৰ নিদিলোঁ যদিও পেহীয়ে এদিন খবৰ পালে। খবৰটো লৈ ৰূপাই এদিন গাৱঁলৈ আহিছিল। পেহীক কৈছিল। ৰূপাইৰ মুখত যুতিমালাৰ খবৰ শুনি পেহী বজ্ৰাহতৰ দৰে থৰ হৈ ৰ'ল।

সেই খবৰ গাৱঁৰ মানুহে শুনিলে। ময়ো শুনিলোঁ।

উকীলনীৰ কথামতে যুতিমালাক আৰু ঘৰলৈ পঠিওৱাৰ আৱশ্যক ন'হল। পিচদিনা বেজে আহি উকীলক খবৰ দিলে ঃ বিষহৰিৰ কোপ পৰিছে। যুতিমালাক ৰক্ষা কৰিব পৰা নহ'ল। যুতিমালা যুতিমালা নহয়। নাগিনী কন্যা বিষহৰিৰ কন্যাক বিষহৰিয়ে ওভতাই নিলে। মূৰত দংশন কৰি কালনাগ আঁতৰি গ'ল। নাগিনীকন্যাৰ বৰফ শীতল দেহ বেজে কলগুৰ বুকুত উটুৱাই দিলে। উটুৱাই দিয়া নিয়ম।

এয়ে যুতিমালাৰ কাহিনী। বাতৰি। অৱিশ্বাস্য হলেও সঁচা।

পেহীজনী আছে। খোৱা-বোৱাৰ ঠিকনা নাই। মগজুৰ স্থিৰতা নাই। তুমি দেখা কাঞ্চন পেহীজনীৰ এয়া যেন প্ৰেতাত্মা। এটা নাৰী কঙ্কালে যেন অদৃশ্য শক্তিৰ প্ৰভাৱত ঘূৰি ফুৰে। কথা কয়। সেই কঙ্কালটোৱে এদিন কান্দিছিল। তাৰ পিচত কান্দি কান্দি হুমুনিয়াহ পেলায়। সেই হুমুনিয়াহৰ প্ৰতিধ্বনিত গাৱঁৰ মানুহবোৰৰ বুকুবোৰ কঁপে। চন্দ্ৰহঁতৰ বৰ ঘৰটোত ঠেকা খাই প্ৰতিধ্বনি তোলে।

পেহীজনী কেতিয়াবা মৰিব।

বৰ বেয়া লাগে। নহয় নে সোণ?

…ৰাতি বহুতো হ'ল। দেউতাই বোধহয় সাৰ পাইছে। সেয়া কঁাহৰ শব্দ মই ইয়াৰ পৰাই শুনিছোঁ। মোৰ কোঠাত ইমান ৰাতিলৈকে লেম্প জ্বলি থকা দেখিলে হয়তো উঠি আহিব। তিৰস্কাৰ কৰিব।

এৰোঁ দেই সোণ? মৰম লবা।

'যাওঁ নবৌ। আকৌ আহি এই গাঁও পাওঁ নে নেপাওঁ ঈশ্বৰেহে জানে"। সেই কথাষাৰ মোৰ সদায়ে মনত পৰে। পাহৰিব খুজিও পাহৰিব নোৱাৰোঁ।

দেউতাৰ আকৌ টোপনি আহিল হবলা। কঁাহৰ শব্দ শুনা নাই।

পেহীৰ ঘৰৰ পৰা আকুল কণ্ঠস্বৰ এটা ভাঁহি আহিছে। পেহীয়ে কীৰ্ত্তনৰ পদ আঁওৰাইছে।

বেছেৰী।

পুনৰ মৰমেৰে। ইতি—

তোমাৰ নবৌয়েৰা—স্বাতী।

হুমুনিয়াহ এটা বৈ আহিছিল।

চিঠিখন সামৰি থলোঁ।

হেজাৰ মাইল দূৰৰ পৰাই মই যেন শুনিছিলোঁ। এটা কণ্ঠস্বৰ। পেহীৰ।

... ... ...

"মুক্তিত নিস্পৃহ যিটো সেহি ভকতক নমো
ৰসময়ী মাগোহো ভকতি।"

যুতিমালাক মেৰুৱাই ধৰা সাপডাল যেন মোৰ গাৰ ওপৰেৰে বগাই গ'ল। গাটো সিৰ্‌সিৰাই উঠিল। মনৰ মাজত চিন্তাৰ কুণ্ডলী। অলেখ প্ৰশ্ন। বিশ্বাস অবিশ্বাসৰ।

যুতিমালাৰ জানো সঁচাকৈয়ে মৃত্যু হ'ল?

তেন্তে এইজনী গাভৰু কোন?

গাভৰুজনীৰ ঠিকনাতো মনতে এবাৰ আওৰালোঁ।

শ্ৰীমতী ত্ৰিপুৰা বিশ্বাস। কামৰূপ কামাখ্যা ধাম। অসম।

পশ্চিমীয়া বেজ অসমীয়া গাভৰু। তেন্তে এইজনীয়েই যুতিমালা নেকি? গাভৰুজনী অসমীয়া জানো? মেখেলা-চাদৰ পিন্ধিলেই জানো অসমীয়া? গাভৰুজনীৰ মাত কথা এতিয়াও মই শুনা নাই।

যুতিমালাৰ মৃত্যু হোৱা কথাটো তেন্তে মিছা? কিন্তু বেজে মিছা কব কিয়? বেজৰ স্বাৰ্থ কি? যুতিমালা সৰ্পাক্ৰান্ত হৈছিল। কিন্তু উন্মাদ হোৱা নাছিল। আমি মিছা কথা কওঁ। নিজৰ স্বাৰ্থ সিদ্ধিৰ

কাৰণে। নিজৰ উদ্দেশ্য পুৰণৰ বাবে। নিজৰ ক্ষতি কৰিবলৈ কোনোৱেও কেতিয়াও মিছা কথা নকয়। যুতিমালাৰ মৃত্যুৰ মিছা খবৰ এটাৰে বেজে নিজৰ ক্ষতি কৰিব কিয় ?

সৰ্পাক্ৰান্ত যুতিমালা মুক্ত হৈছিল। জীয়া যমৰ কবলৰ পৰা মুক্ত কৰিছিল বেজে। যুতিমালাৰ ৰূপ-যৌৱনত মুগ্ধ হৈ বেজে হয়তো মিছা কৈছিল ঃ গাভৰুজনীৰ মৃত্যু হ'ল। তাৰ পিচত লোক চক্ষুৰ অন্তৰালত যুতিমালাই হেৰুৱালে দেহৰ শুচিতা। পৱিত্ৰতা। প্ৰাণ দান দিয়া ধন্বন্তৰীয়েই যুতিমালাৰ কাল হ'ল। নিৰস্ত্ৰয়া যুতিমালা অসহায়া হৈ পৰিল। উপায়হীনা যুতিমালাই জীৱনৰ কলঙ্কময় কাহিনী লুকাবলৈ বিচাৰি ললে আশ্ৰয়। বেজেক প্ৰত্যয় মানিলে। তাৰ বাহিৰে তেতিয়া তাইৰ আৰু আন কোনো উপায় নাছিল।

যদি সেইটোৱে সঁচা হয় তেন্তে যুতিমালা উন্মাদ হ'ল কেনেকৈ ? সময়ৰ হাত বুলনিয়ে যুতিৰ জীৱনলৈ আনিলে অনুশোচনা। তিক্ততা। গাৱঁৰ ঘৰ, মাকৰ মৰম স্নেহ, উকীলনীৰ সন্দেহ আৰু বেজৰ প্ৰতাৰণাই থকা সৰকা কৰিলে যুতিমালাৰ মন। সৃষ্টি হ'ল মানসিক গভীৰ উত্তেজনা। অনুতাপত দগ্ধা যুতিমালাই হেৰুৱাই পেলালে স্বাভাৱিকতা ; আত্মস্মৃতি। চিন্তা আৰু কল্পনাৰ ভাৰসাম্য। যুতিমালা উন্মাদিনী হ'ল।

নিৰুপায় হৈ যুতিমালা এদিন আঁতৰি আহিছিল। বেজকে সঁচা বুলি ভাবিছিল। আশ্ৰয়হীনা গাভৰু জীৱনৰ শেষ আশ্ৰয় বুলি সাৱটি ধৰিছিল।

আৰু এদিন নিৰুপায় হৈ বেজে উন্মাদিনী যুতিমালাক থৈ গ'ল হাস্পাতালত। নাৰী হৰণকাৰী বেজ অন্তধান হ'ল।

এয়া মোৰ কল্পনা। হয়তোবা সঁচা।

যুতিমালা মৰা নাই। কালনাগে দংশন কৰা নাই। যুতিমালাক দংশন কৰিলে নাগমুক্ত কৰা বৈদ্যই। চয়তান ধন্বন্তৰীয়ে। উকীলে ধন্বন্তৰীকে বিশ্বাস কৰিলে ঃ যুতিমালা মৰিল। কাঞ্চন পেহীয়ে শুনিলে ঃ যুতিমালা পৃথিবীৰ বুকুৰ পৰা সঁচাকৈয়ে হেৰাই গ'ল ?

কিন্তু যুতিমালা ? তাই জানো পৃথিবীৰ পৰা সঁচাকৈয়ে হেৰাল ?

হয়তো সঁচাকৈয়ে তাই হেৰাই গৈছিল। মৃত্যু হৈছিল। বেজৰ কথাই সঁচা। যুতিমালাৰ মৃতদেহ বেজে উটুৱাই দিছিল কলঙত। বেজৰ মনত কোনো কু অভিসন্ধি নাছিল। নাছিল কু অভিপ্ৰায়। মনসা-ভক্ত বেজে সঁচা কথাকে কৈছিল উকীলক।

যুতিমালাৰ নিশ্চল নিথৰ দেহ কলঙৰ বুকুৱে উটি গৈছিল। কোনোবা ঘাটত লাগিছিল কলৰ ভুৰ। কোনোবা সাপ বেজে জীয়াই তুলিছিল যুতিমালাক। বৰফ শীতল দেহত আনি দিছিল উষ্ণতা। শিৰা-উপশিৰাত তপত তেজৰ সঞ্চালন। যুতিমালা উঠি বহিছিল। কথাকৈছিল। আগ গুৰি নোহোৱা কিছুমান প্ৰলাপ।

ঘড়ীটোলৈ চালোঁ। নিশা এটা বাজিছে।

বেড্ চুইচটো টিপি শুবৰ যত্ন কৰিলোঁ। জোৰকৈয়ে চকু দুটা মুদি দিলোঁ। কিন্তু টোপনি নাহিল। কিবা এটা অসহ্য উদ্‌বিগ্নতাত চট্‌ফটাই উঠিলোঁ। দিনৰ পোহৰৰ অপেক্ষাত অধৈৰ্য্য হৈ পৰিলোঁ। মোৰ দৃঢ় ধাৰণা ঃ এইজনীয়েই যুতিমালা। যুতিমালাৰ সকলো কথাই মই জানোঁ। যুতিমালাক মই সুস্থ কৰি তুলিমেই। নাগৰ আক্ৰমণ, ধন্বন্তৰী উকীলনীৰ ব্যৱহাৰৰ কথা সোঁৱৰাই দিয়াৰ লগে লগে যুতিমালাৰ জাগি উঠিব পূৰ্ব্ব-স্মৃতি। কিন্তু যুতিমালা যদি সঁচায়ে সুস্থা হৈ তেন্তে তাত জানো মোৰ কিবা আত্মজহ কৰিবলগীয়া আছে ? যুতিমালাক সুস্থ কৰি তোলাৰ গৌৰৱ মোৰ নে নবৌৰ ?

মই অধৈৰ্য্য হৈ পৰিছিলোঁ। যুতিমালাক লগ পোৱাৰ আকাঙ্ক্ষাত চঞ্চল হৈ পৰিছিলোঁ। তাইৰ পূৰ্ব্ব-জীৱনৰ কাহিনী কৈ শুনোৱাৰ বাবে অস্থিৰ হৈ পৰিছিলোঁ। সময়বোৰ যেন বৰ দীঘল। ৰাতিটো গৈ শেষেই নহব। ইচ্ছা হৈছিল ঃ মই উঠি গৈ যেন যুতিমালাক জগাই দিম। যুতিমালাৰ মানসিক বিস্মৃতি ওভতাই আনিম। কম ঃ যুতিমালা ! তোৰ মই সকলো কথাই জানো। তোৰ কোনো দোষ নাই। দোষ বৈগুৱ। চন্দ্ৰক তই ক্ষমা নকৰিবি।

কিন্তু সমাজে তোক ক্ষমা কৰিব। আঁকোৱালি লব। মায়োৰাই দিব আশীৰ্ব্বাদ। তোৰ জীৱনত ভবিষ্যত নিৰাপত্তাৰ বাবে মই আছোঁ।

উত্তেজনাত মই ঘামি পৰিছিলোঁ। শোৱাৰ পৰা উঠি বহিছিলোঁ। বেড্ চুইচটো টিপি দিছিলোঁ। পোহৰত কোঠাটো উজ্জ্বল হৈ উঠিল। শ্লিপিং গাউনযোৰ খুলিব খুজি আকৌ থমকি ৰলোঁ। ইমান ৰাতি মই কলৈ যাবলৈ ওলাইছোঁ? ৰাতি ৰোগীৰ ওচৰলৈ যোৱাটো অশোভনীয়। বিশেষকৈ যুৱতী নাকী এগাৰাকীৰ ওচৰলৈ। অইন চিকিৎসালয়ৰ কথা সুকীয়া। জীৱন আৰু মৃত্যুৰ সৈতে টনা-আজোৰা কৰি থকা যুৱতী নাৰী অথবা গাভৰু ছোৱালীৰ ওচৰলৈকো যি কোনো সময়তে চিকিৎসকৰ অবাধ গতি। কিন্তু মানসিক বিকৃত নাৰীৰ ক্ষেত্ৰত সেয়া প্ৰযোজ্য নহয়। আন কোনো কাৰণত আৱশ্যক নহলে চিকিৎসকৰ উপস্থিতিৰ আৱশ্যক নহয়। মানসিক বিকৃত নাৰীৰ শাৰিৰীক সুস্থতাই গঢ়ি তোলে এই বাধাৰ প্ৰাচীৰ। যুতিমালা অথবা স্মৃতিকণা কোঁৱৰৰ ওচৰলৈ এই সময়ত গলেও কোনোৱেও হয়তো মোক সন্দেহ নকৰিব। তথাপি অশোভনীয় পৰিস্থিতি এটাৰ সৃষ্টি কৰাৰ আৱশ্যক কি? মই তেন্তে নিজেই মানসিক ৰোগত ভুগিছোঁ নেকি?

লাইনটো নুমাই আকৌ শুই পৰিলোঁ।

এন্ধাৰতে মই দেখিছিলোঁ: খিৰিকীৰে বগাই ভৰিৰ ওপৰেৰে মোৰ গালৈকে আগুৱাই আহিছিল এটা সাপ। কলীফেটী। হিমশীতল স্পৰ্শত মোৰ গাটো সিৰ্‌সিৰাই গৈছিল। মৃত্যুকৈও শীতল সেই স্পৰ্শ। আতঙ্কত মই শিঁহৰি উঠিলোঁ। চুইচটো খেপিয়াই লাইটটো জ্বলাবলৈও যেন মোৰ ভয় লাগিছিল। নিশ্চিত মৃত্যু এটাৰ অপেক্ষাত মই কঁপিছিলোঁ। সোঁ ভৰিখন মোৰ অৱশ হৈ গৈছিল। গধুৰ হৈ পৰিছিল। বিষত। সেই বিষ ক্ৰমান্বয়ে আগুৱাই আহি মোৰ কৰঙণ পাইছিল। মৃত্যু নিশ্চিত জানি দ্বিতীয়বাৰ দংশনৰ আশঙ্কা এটা লৈ বেড্ চুইচটো খেপিয়াই সোঁ

হাতখন আগুৱাই দিছিলোঁ। মোৰ হাতৰ স্পৰ্শত এটাৰ পিচত আন এটা খোঁট মাৰি সাপটো আঁতৰি যাব। বিষত মই অজ্ঞান হৈ পৰিম। কাকো এষাৰ মাত দিব নোৱাৰিম। কব নোৱাৰিম মোৰ মৃত্যুৰ কাৰণ। চিৰদিন ৰহস্যাবৃত হৈ ৰব মোৰ মৃত্যুৰ কাহিনী। ডাক্তাৰ ৰাৱে ৰাতিপুৱালৈ মোৰ মৃত দেহটো অপাৰেশ্যন থিয়েটাৰৰ দীঘল টেবুলখনৰ ওপৰত শুৱাই দিব। মোক পৰীক্ষা কৰিব। মৰণোত্তৰ পৰীক্ষা। সেই মৰণোত্তৰ প্ৰতিবেদনত লিখা ৰব ঃ বিষয়ক্ৰিয়াত মৃত্যু। আত্মহত্যা।

হাস্পাতালৰ ষ্টকত কিবা এন্টিডট আছেনে নাই মনত পেলাবৰ যত্ন কৰিছিলোঁ। স্মৃতিশক্তি তেতিয়া মোৰ দুৰ্ব্বল হৈ গৈছিল। মূৰটো ঘূৰাইছিল। ফাটি যাওঁ ফাটি যাওঁ লাগিছিল। চকুদুটা পুৰিছিল। জ্বলিছিল।

বিষয়টো তেতিয়া কৰঙণৰ পৰা আৰু ওপৰলৈ আগুৱাই আহিছিল।

সৰ্প দংশনত মানুহ এজন মৰিবলৈ যিমান সময় লাগে তাতকৈ বহু আগেয়ে সৰ্পাঘাত ব্যক্তিৰ মৃত্যু হয়। ভয়ত হৃদপিণ্ডৰ ক্ৰিয়া বন্ধ হৈ যায়। মই এতিয়াও অজ্ঞান হৈ পৰা নাই। কাৰণ মোৰ শক্তিশালী মনটোক মই দুৰ্ব্বল কৈ পোৱাৰা নাই। কিন্তু মই মৰিম। ক্ৰমান্বয়ে অসহ্য হৈ আহিছে বিষ-যন্ত্ৰণা।

লাইটৰ পোহৰত কোঠাটো পোহৰ হৈ উঠিল। উজ্বল হৈ পৰিল।

কিন্তু ক'তা? একোতো নাই? কাপোৰৰ মাজত ক'ৰবাত লুকাল নেকি? মোৰ পালেঙৰ তলত? ঘৰৰ চুকত?

তীব্ৰ বিষত মোৰ ভৰিখন পুৰিছিল নে অৱশ হৈ গৈছিল কব নোৱাৰোঁ। নোম কেইডালমানত টানি দিছিলোঁ। উঘাল খাই আহিল। মনত পৰিছিল ঃ বেলপাত চোৱাই ডাইল সাপ হয়নে নহয় প্ৰমাণ চাব পাৰি। কিন্তু ইয়াত বেলপাত পাম ক'ত? কোনে জানো কৈছিল ঃ বিষাক্ত সাপে খোটা মানুহে নিমখৰ স্বাভাৱিক স্বাদ নাপায়।

লৰালি কালতে কেতিয়াবা ক'ৰবাত শুনিছিলোঁ।

পাঁচনি ল'ৰাটোক চিঞৰি নিমখ এজেবা দিয়াৰ কথা কব খুজিছিলোঁ। এনেতে চকুত পৰিছিল: মোৰ ভৰিৰ পিনৰ খিৰিকীখন বন্ধ। চান্দৰ মেৰ ঘৰৰ কেশ পৰিমাণ বিন্ধা এটাৰে সোমাই আহিছিল কালীনাগ। লক্‌লক্ জিভা মেলি নিজ মূৰ্ত্তি ধাৰণ কৰিছিল বিষহৰিৰ পুত্ৰই। এফালে মাতৃৰ আদেশ। আনফালে নিৰ্দ্দোষী লখিন্দৰ। নিৰ্দ্দোষীৰ অন্যায় কৰিবলৈ কালী-নাগৰো বুক কঁপি উঠিল। ভৰিৰ স্পৰ্শত গুজৰি উঠিল কালীনাগ। ফণা সামৰি দংশন কৰিছিল লখিন্দাৰক। মানুহ আৰু দেৱতাৰ বিবাদ। লখিন্দাৰ হ'ল বলি। কিন্তু মই?

টেবুলৰ পৰা টিপচাকিটো লৈ পাত পাতকৈ বিচাৰিলোঁ। পালেঙৰ তল, ঘৰৰ চুক, আলমাৰীৰ পিচফাল। বিজুলী বাতিৰ পোহৰ পৰিব নোৱাৰা ঠাইবোৰ উজ্বল হৈ পৰিছিল টিপচাকিৰ পোহৰত। কিন্তু ক'তো একো নাই।

সময় পিচলি গৈছিল।

নিশা তেতিয়া দুটা।

এয়া মোৰ মানসিক বিভ্ৰান্তি।

টোপনি নাহিলে শুবৰ যত্ন কৰা মিছা। এয়া মোৰ উজাগৰী নিশাবোৰৰ অভিজ্ঞতা। গতিকে শোৱাৰ আশা পৰিত্যাগ কৰি টেবুলৰ ওপৰত পৰি থকা 'দি চাইক'লজি অৱ 'দি আনকনচাচ্'খন মেলি ললোঁ। কুৰি শতিকাৰ দ্বিতীয় দহকত প্ৰকাশ পোৱা ফ্ৰয়েডী গ্ৰন্থখনৰ পাতবোৰহে মাথোঁন লুটিয়াইছিলোঁ। পঢ়িব নোৱাৰিলোঁ।

ৰূপাইৰ মনটো অনুশোচনাত হয়তো ভৰি পৰিছিল: মোৰ কাৰণেই বাইটীৰ সৰ্ব্বনাশ হ'ল। এলবাৰ্ট মোৰাভিয়া, ৰবাৰ্ট আৰু বলজাক পঢ়া দীনমণ্ডলৰ পুতেক চন্দ্ৰই হয়তো ভাবিছিল: নাৰীৰ সতীত্ব ধূপৰ সুবাস নহয়। চিগাৰেটৰ ধোঁৱা। দুয়োটাৰে উদ্দেশ্য: মানুহক তৃপ্তি দিয়া। আনন্দ দিয়া। ধূপ নিজৰ তৃপ্তিৰ বাবে নজ্বলে। পুৰি শেষ হৈ যোৱা চিগাৰেটৰ আনন্দ নিঃশেষ হৈ

যোৱাত। উভয়েৰে আনন্দ : বিলোৱাত পোৱাত নহয়। তুয়োটাই ক্ষণস্থায়ী। যুতিমালা 'নানা' নহয়। কিন্তু নাৰী। নাৰীৰ সনাতন ধৰ্ম্ম : কামনা। সেয়ে নাৰী কামিনী। লালসাময়ী নাৰী। ললনা। বতাহৰ ঢউত মিলি যোৱা সুবাসৰ স্মৃতি ছাইত। সুবাস হেৰাই যায়। বতাহত। নীৰৱে জ্বলি জ্বলি সৰি পৰা ছাইখিনিয়ে সাক্ষী কয় : ধপ জ্বলিছিল। সুবাস উৰিছিল। মুক্ত নাৰীয়ে একাধিক পুৰুষ কামনা কৰে। সুবিধা পালেই পৰৰ পাতত চেলেক মাৰে। এয়া নাৰীৰ স্বাভাৱিক ধৰ্ম্ম। যুতিমালা মুক্ত নাছিল। ধৰ্ম্মভীৰু। সেয়ে তাই সিদিনা মাকক কৈ দিছিল। সিদিনা তাইৰ দেহৰ শুচিতা আছিল ধূপৰ সুবাস। ক্ষণস্থায়ী।

একোটা মিনিটেই যেন একো একোটা যুগ। মাত্র কেইটামান ঘণ্টা। অথচ ইমান দীঘল। গৈ যেন শেষেই নহব। ৰাতি নুপুৱাব। পোহৰ নহব। অধীৰ উৎকণ্ঠাৰে মই অপেক্ষা কৰি ৰলোঁ। দিনৰ পোহৰক স্বাগতম জনালোঁ।

অৱশেষত ৰাতি পুৱাইছিল। পুৱৰ আকাশ পোহৰ হৈ পৰিছিল।

চেম্বাৰলৈ গৈছিলোঁ। তেতিয়াও আঠ বজা নাই।

ফিমেল ৱাৰ্ডাৰ কিছুমান ৰোগীৰ ৰাতিপুৱাতে গা ধোৱা অভ্যাস। কিছুমানক জোৰকৈয়ে গা ধোওৱা হয়। মূৰত চেঁচা পানী ঢলা হয়। চাৰে আঠ বজাৰ আগে আগে গা মূৰ ধুই নিকা হৈ লয়। আমি সাধাৰণতে তাৰ আগেয়ে বিশেষ আৱশ্যক নহলে ৱাৰ্ডলৈ নাযাওঁ।

চাৰে আঠ বজাৰ লগে লগে ৱাৰ্ডলৈ গৈ যুতিমালা বুলি ভবা গাভৰুজনীক পৰীক্ষা কৰিম। আৱশ্যক হলে ওৰে দিনটো তাইৰ বাবে কটাই দিম। অইন কাম আৰু সিদিনালৈ হাতত নলওঁ।

কি পদ্ধতিৰে চিকিৎসা হাতত লম, তেতিয়া মই সেই কথাই ভাবিছিলোঁ। কোনটো পদ্ধতি প্ৰয়োগ কৰিলে ভাল হব বাৰু? কথাবোৰ কেনেদৰে আৰম্ভ কৰিম? ক'ৰ পৰা আৰম্ভ কৰি ক'ত শেষ কৰিম? কিন্তু এইজনী যদি যুতিমালা নহয়? নাই। তেনেদৰে

ভৰাৰ কোনো অৰ্থ নাই। মই নিজেই সন্দেহমুক্ত হব নোৱাৰিলে মোৰ কথাত তাইক প্ৰত্যয় নিয়াম কেনেকৈ ?

কথাবোৰ ভাবি থাকোঁতে তেতিয়া চাৰে আঠ বাজি গৈছিল কব নোৱাৰোঁ। চেম্বাৰৰ বাহিৰত কাৰোবাৰ মৃদু গুঞ্জন শুনি মোৰ চেতনা ফিৰি আহিছিল। ঘড়ীটোলৈ চালোঁ। ন বাজিবলৈ তিনি মিনিট বাকী। লৰালৰিকৈ চেম্বাৰৰ পৰা ওলাই আহিলোঁ।

চেম্বাৰৰ সম্মুখতে থিয় হৈ আছিল মিছেছ্ তুৰৰা আৰু সেই ডেকাজন। মোক দেখি নমস্কাৰ দিছিল। মই প্ৰতি নমস্কাৰ জনাইছিলোঁ।

"আপোনালোক আবেলিলৈকে নাহে কেলেই ? কিবা অসুবিধা আছে নেকি ?"

"একো অসুবিধা নাই। আবেলি কেইবজাত ?"

"ধৰক তিনিটা ; চাৰে তিনিটা মনত।"

সম্মতি জনাই মিছেছ্ তুৰৰা আঁতৰি গৈছিল।

মই যুতিমালাৰ কোঠাটোলৈকে আগুৱাই গৈছিলোঁ।

কোঠাটোৰ সম্মুখৰ বাৰাণ্ডাতে ৰেলিঙত পেট পেলাই যুতিমালাই দূৰৰ আকাশখনলৈ চাই আছিল। প্ৰথম দিনাখন যিখিনি ঠাইত যেনেদৰে থিয় হৈ থকা দেখিছিলোঁ ঠিক সেই ঠাইতে একেদৰেই থিয় হৈ আছিল যুতিমালা। মই আগুৱাই গৈ তাইৰ কান্ধত হাতখন থৈ মৰম লগাকৈ মাতিছিলোঁ ঃ যুতিমালা।

মোৰ হাতৰ স্পৰ্শত গাভৰুজনী উচাপ্ খাই উঠিছিল। সৰ্পিনীৰ দৰে ফেট তুলি মোলৈ উভতি চাইছিল।

"যুতিমালা। তই জানো মোক চিনি পোৱা নাই ?"

যুতিমালাৰ-মুখত মাত নাই। চকুত বোবা দৃষ্টি। উদাস।

"মোক তই পাহৰি গলি যুতিমালা ? মই জানো তোৰ 'পলাশ ককাইদেউ' নহয় ?"

যুতিমালা তেতিয়াও নিৰুত্তৰ। মৌন।

"তোৰ সৈতে মোৰ বহুতো কথা আছে মালা ?"

চকুহুটা বহলকৈ মেলি তেতিয়াও সেই একেটা দৃষ্টিৰে যুতিমালাই মোলৈকে চাই আছিল। মুখত মাত নাই।

"বল, ভিতৰলৈ যাওঁ।"

যুতিমালাৰ কানত আলফুলকৈ ঠেলি দিছিলোঁ।

অকলশৰীয়া কোঠাটোত যুতিমালাক দীঘলকৈ শুৱাই দিছিলোঁ। চুলিবোৰ গৰুৰ চাৰিওফালে সিচৰিত হৈ পৰিল। তাইৰ মূৰৰ কাষতে বহি কপালখন পিটিকি দিছিলোঁ। চুলিৰ মাজে মাজে হাত বজাই দিছিলোঁ। কিন্তু যুতিমালাই যেন মোৰ সেই মৰম, সেই স্নেহ সহজভাৱে লব পৰা নাছিল। মোৰ হাতৰ প্ৰতিটো স্পৰ্শত উচাপ্ খাই উঠিছিল। চকুত শঙ্কা আৰু সন্দেহৰ দৃষ্টি এটা লৈ মোলৈ চাইছিল। শোৱাৰ পৰা বাৰে বাৰে মূৰটো দাঙি দিছিল। কঁপনি লাগি বুকুৰ চাদৰখন পিচলি পৰিছিল! ৰক্ষ বন্ধনী নবন্ধা বুকুখন কঁপিছিল। বতাহ এজাক সোমাই আহি তাইৰ মেখেলাখনৰ মাজত সোমাই ওলাই যোৱাৰ বাট বিচাৰিছিল। ঢোল সাজিছিল তাৰ পাচত গাত লিপিট খাই পৰা মেখেলাখন আঠুৰ ওপৰলৈকে কোঁচ খাই আহিছিল। ধুনীয়া কলাফুল দুটা ওলাই পৰিছিল।

মই অপ্ৰস্তুত হৈ পৰিলোঁ। মেখেলা আৰু চাদৰখন ঠিককৈ দিম নেকি? ব্লাউজৰ ফাকেৰে ওলাই অহা বুকুৰ কেঁচা হালধী ৰংটোৱে মোৰ চকুৰ দৃষ্টি কাঢ়ি নিছিল। আনমনাৰ দৰে মই তাইৰ চুলিবোৰ পিহি দিলোঁ। মই যেন তাইলৈ চোৱা নাই, বুকুখন দেখা নাই তেনেভাৱ এটা লৈ বহি ৰলোঁ।

হঠাৎ যুতিমালা শোৱাৰ পৰা উঠি বহিছিল। বিছনাত বগাই ফুৰা বিষ কীট এটাইহে যেন তাইৰ পিঠিত কামুৰি দিছিল।

বুজিলোঁ: সেয়া মোৰ হাতৰ স্পৰ্শৰ প্ৰতিক্ৰিয়া।

যুতিমালাৰ দৃষ্টি লুকাই বুকুখনলৈ চালোঁ। চাদৰখনে বুকুখন ঢাকি ধৰিছে। মেখেলাখন তললৈ নামি গৈছে। আগৰ লাজলগা দেহৰ অঙ্গবোৰ ঢাক খাই পৰিছে।

কিবা এটা দুৰ্ভাবনা যেন মোৰ অঁতৰি গ'ল। এটা সমস্যাৰ

সমাধান হৈ পৰিল। অপ্ৰস্তুত পৰিবেশটো এনেদৰে সহজ হৈ পৰাত মোৰ এটা অস্তিৰ নিশ্বাস বৈ আহিল।

এনে অৱস্থাত যুতিমালাক প্ৰশ্ন কৰা বা কথা কোৱা নিৰৰ্থক। মোৰ ওচৰত তাই সহজ হব নোৱাৰালৈকে মই ধৈৰ্য্য ধৰিবই লাগিব। মোৰ মৰম সহজ ভাবে লবলৈ আৱশ্যকীয় প্ৰস্তুতিৰ বাবে কিছু সময় হয়তো লাগিব। এদিন। দুদিন। এসপ্তাহ। হয়তোবা এমাহ। মই অধৈৰ্য্য হৈ পৰিলে সকলো উদ্দেশ্যই মোৰ ব্যৰ্থ হৈ যাব। যি কোনো উপায়ে নহওক, যিমান সময়ে নালাগক মোৰ প্ৰতি তাইক প্ৰত্যয় নিয়াবই লাগিব।

"একো নহয় মালা। তোৰ কোনো ভয় নাই। তই শোচোন বাৰু। তই মোক ইমান মৰম কৰিছিল। অথচ আজি......।"

কোৱাৰ পৰা মই থমকি ৰৈছিলোঁ। তাইৰ চকুলৈ চাইছিলোঁ। চকত ফুটি উঠিছিল এটা বিশ্বাস অবিশ্বাসৰ দৃষ্টি।

সময় বাগৰি গৈছিল। এমিনিট দুমিনিটকৈ কেবাটাও ঘণ্টা। লক্ষ্য কৰিছিলোঁ ঃ তাই যেন আগতকৈ বহুখিনি সহজ হৈ পৰিছে। মোক সহজ ভাৱে লবৰ যত্ন কৰিছে। শান্ত ভাৱে গ্ৰহণ কৰিবৰ যত্ন কৰিছে মোৰ মৰমৰ হাত বুলনি। তাই যেন প্ৰত্যয় গৈছিল। মোৰ পৰা তাইৰ কোনো ভয় নাই। কোনো ক্ষতি নহয়।

তাই মোক বিশ্বাস কৰিছিল।

কিন্তু মই তাইক বিশ্বাস কৰিব পৰা নাছিলোঁ। সন্দেহ এটাই মোক অধীৰ কৰি তুলিছিল। তাই জানো সঁচাকে' যুতিমালা? অসমীয়া গাভৰু? মোৰ ভাষা জানো তাই বুজি পায়? বুজে? মোৰ কথাত পতিয়ন যাবলৈ আৱশ্যতকৈ বহুত বেছি সময় লগা এই গাভৰুজনীৰ মাতৃভাষা জানো অসমীয়া? ঘণ্টাৰ পিচত ঘণ্টা জুৰি কথা কৈছোঁ। নীৰৱ শ্ৰোতাৰ দৰে তাই মাথোঁন শুনি গৈছে। কোনো কথা কোৱা নাই। প্ৰশ্ন কৰা নাই। কোনো প্ৰত্যুত্তৰ দিয়া নাই।

এই গাভৰুজনীৰ কাৰণে মোৰ কথাবোৰ যেন অবুজ সাঁথৰ।

কিছুমান অবোধ্য দোৱান। সেয়া যুতিমালা বুলি ভবা ছোৱালীজনীৰ চকুৰ ভাষা। সেই দৃষ্টিয়ে যেন মোক কৈছিল ঃ তুমি কি কৈছা? মই দেখোন একো বুজা নাই। কিন্তু তুমি সদায় আহিবা। মৰম কৰিবা। তোমাৰ মৰমখিনি মোৰ ভাল লাগিছে। কাঁইটে বিন্ধা যেন লগা তোমাৰ হাত বুলনিত কাঁইটৰ বিষ নাই। মৰমৰ মউ আছে। চেনেহৰ নিজৰ। তোমাৰ হাতৰ স্পৰ্শটো ইমান মৰম কোমল!

মানুহৰ ভাষা এটা। সেয়া অন্তৰৰ ভাষা। এটা জাতিৰ লিখিত বা কথিত ভাষা, সাহিত্য আন ভাষা-ভাষীৰ লোকে হয়তো নুবুজিব পাৰে। কিন্তু অলিখিত অন্তৰৰ ভাষা অন্তৰে বুজে। অন্তৰৰ ভাষা কেমেৰাৰ লেন্সত ধৰা দিয়া আলোচবি। প্ৰেট্ৰিছ লুমুম্বাৰ বিধবা পত্নীৰ অন্তৰৰ ভাষা আৰু অসমীয়া বিধবা এগৰাকীৰ অন্তৰৰ ভাষা একে। দুৰ্বোধ্য ভাষা-ভাষীৰ চকুৰ ভাষাও আমাৰ চকুই বুজে। চকুৰ ভাষা সহজ। সৰল। চকুৰ ভাষা আগেয়ে উত্তৰটো কৈ দিয়াৰ পিচত কোৱা সাঁথৰ।

মই হতাশ হৈ পৰিছিলোঁ। কিবা এটা হেৰুৱাই পেলোৱাৰ বেদনা অনুভৱ কৰিছিলোঁ। ইমান দিনে যুতিমালাজনী যেন পৃথিবীৰ বুকুৰ পৰা হেৰাই যোৱা নাছিল। জীয়াই আছিল। মোৰ মনৰ মাজত। কল্পনাত সেইজনী যুতিমালাৰ মৃত্যু হ'ল আজি। কেইঘণ্টামান আগতে। নানান যুক্তি তৰ্কেৰে যুতিমালা বুলি নিজকে প্ৰত্যয় নিওয়া ছোৱালীজনী যুতিমালা নহয়। মোৰ ভাষা যুতিমালাৰ ভাষা নহয়। এই জনী যুতিমালা হোৱা হলে মোৰ ভাষা বুজি পালেহেঁতেন। কথা কলেহেঁতেন। মোক প্ৰশ্ন কৰিলেহেঁতেন। মোৰ প্ৰশ্নৰ প্ৰত্যুত্তৰ দিলেহেঁতেন।

সদ্য মৃত্যুৰ বেদনা এটাত -মনটো সেমেকি পৰিছিল। মোৰ নাকৰ চাৰিওফালে উৰি ফুৰিছিল মৃত্যুৰ গোন্ধ।

ডাক্তৰ ব্ৰুয়াৰ আৰু ফ্ৰয়েডে সুস্থ কৰি তোলা এজনী উন্মাদ জাৰ্ম্মান গাভৰুৰ কথা মনত পৰিল। মহু ভাষা জনা সুশিক্ষিতা

জাৰ্ম্মান গাভৰুজনীয়ে মানসিক বিকৃতি ঘটাৰ পিচত পাহৰি গৈছিল নিজ মাতৃভাষা। জাৰ্ম্মান। জাৰ্ম্মান গাভৰুজনীৰ দৰে যুতিমালায়ো তেন্তে নিজ মাতৃভাষা পাহৰি গ'ল নেকি। যুতিমালা অশিক্ষিতা। তাই মাথোঁন এটা ভাষাই জানে। অসমীয়া। লিখিত নহয়। কথিত। তাই জনা একমাত্ৰ ভাষাটোও পাহৰি যুতিমালা তেন্তে বোবা হৈ গ'ল?

এতিয়াও জানো এই গাভৰুজনীক মই পুনৰ যুতিমালা বুলি সন্দেহ কৰাৰ কিবা যুক্তি আছে?

আবেলি।

মিছেছ্ মমতা ভুৱৰা আহিছিল। অকলে।

মোৰ অকলশৰীয়া কোঠাটোত বহিবলৈ দিছিলোঁ।

যোৱা কালিৰ কথাবোৰলৈ মনত পৰিল। মমতা ভুৱৰাই আৰু ধ্ৰুৱজ্যোতিক সাক্ষাৎ কৰাৰ সময়ত মোৰ মনলৈ অহা প্ৰশ্নবোৰ আকৌ এবাৰ জুকিয়াই ললোঁ:

মাকৰ গভীৰ স্নেহৰ কোনো প্ৰত্যুত্তৰ নিদিয়া ধ্ৰুৱ নিশ্চল হৈ মাকৰ বাহু বন্ধনত ধৰা দিছিল। বহুত পৰলৈকে কথা কোৱা নাছিল। মাকৰ মৰমসনা সৰু সৰু প্ৰশ্নবোৰৰ অৰ্থ ধ্ৰুৱৰ কাৰণে যেন আছিল ভুৰ্বোধ্য। এটা নুবুজা, কেতিয়াও নুশুনা ভাষা। সেই ভাষা ধ্ৰুৱই বুজি নাপায়। ভিজিটিং ৰুমতে বহি মাকে কাটি দিয়া ফল-মূলবোৰৰ অলপ অলপ খাইছিল। আধাতকৈও সৰহ খিনি দলিয়াই পেলাইছিল। বহুত পৰৰ মূৰত দুটা নে এটা কিবা প্ৰশ্ন সুধিছিল: অসমত ষ্টুডিঅ'টো হ'ল! নহয় নে মা?

"এতিয়াও হোৱা নাই সোণ! হব।"

"নাই, নাই। হ'ল। তুমি নাজানা।"

মিছেছ্ ভুৱৰাই কোনো উত্তৰ নিদিলে। মৌন হৈ যেন ধ্ৰুৱৰ কথাষাৰকে সমৰ্থন কৰিছিল।

"পৃথিৱীৰ মানুহবোৰ বৰ আত্মকেন্দ্ৰিক। অসমীয়াবোৰ বৰ বুৰ্ব্বক।"

"মই বুজা নাই সোণ।"

"ইয়ালৈ পাগল এজন আহিছে। অসমীয়া এই হাস্পাতালখনতে চোৰৰ দৰে ঘূৰি ফুৰে। দুনিয়াৰ খবৰ একো নাজানে। ব্ৰজ শৰ্ম্মা হেনো মৰিল। হাঃ হাঃ। ব্ৰজ শৰ্ম্মা জানো মৰিব পাৰে? তুমিয়ে কোৱাঁচোন মা! ব্ৰজ শৰ্ম্মা অমৰ। সি নমৰে। মৰিব নোৱাৰে। যুগে যুগে জীয়াই থাকিব তাৰ আত্মা। আকাঙ্ক্ষা। ঈথাৰত প্ৰতিধ্বনিত হৈ ৰ'ব দাবীৰ ধ্বনিঃ অসম স্বভাৱ সুন্দৰ প্ৰাকৃতিক দৃশ্যপট। এই দৃশ্যপটবোৰ ধৰি নি আনৰ আগত মেলি দিবলৈ আমাক লাগে এটা ষ্টুডিঅ'। ৰসায়ণাগাৰ।"

মিচেছ্ তুৰৰাই চকুলো মচিছিল।

নাটকীয় সুৰত ধ্ৰুৱই কোৱা কথাবোৰ অভিনেতাই মঞ্চত আওৰোৱা বচন যেন লাগিছিল। "নাগপঞ্চমীখনে মুক্তি নাপালে। নাপায়। অসমীয়া কথাছবি শিল্প জীয়াই নাথাকে। মৰিব। আমাৰ চৰকাৰ উদাসীন! জাতীয় চেতনা বিহীন ৰাইজৰ মন। সোৰোপা অসমীয়া। যিখন চৰকাৰৰ মেৰুদণ্ড নাই সেইখন দেশত শিক্ষা সংহতিৰ মৃত্যু নহৈ কি হব? চাবা না মা, শিৱসাগৰ পুখুৰীটোও দিখৌৰ গেদ পৰি শুকাই যাব। অসমখন ভূতৰ দেশ নাছিল। কিন্তু ভূতে পাইছে। দিল্লীৰ ভূত। শতাব্দীৰ পিচত শতাব্দী জু'ৰি ক'ত শত ৰজা মহাৰজাৰ মৃত আত্মাৰ বিষাক্ত নিশ্বাসে দিল্লীৰ বতাহত মৃত্যুৰ কণিকা চটিয়াই দিছে তাৰ লেখ জোখ নাই। দিল্লীখন শ্মশান নহৈ হব কি? কিমানৰ যে অতৃপ্ত কামনা দিল্লীৰ বতাহত বন্দী হৈ আছে তাৰ খবৰ জানো আমি ৰাখিছোঁ? মোগল হেৰেমত বন্দী ৰাজপুত নাৰী আৰু বেগমসকলৰ চকুলোৰ স্মৃতি দিল্লীৰ আকাশে বতাহে আজিও উৰি ফুৰিব লাগিছে। আঃ মোৰ যদি কেইলাখমান টকা থাকিলহেঁতেন!"

"টকাৰে কি কৰিবি সোণ?"

"টকা? টকাৰে মানুহে কি কৰে তুমি নাজানা? নহয় নহয় মা। টকা নহয়। বিপ্লৱ লাগে। বিপ্লৱী মন এটা লাগে। হয়নে মা, অসমীয়া জাতিটো হেৰো নিৰ্ম্মূল হৈ গ'ল? দেশনেতাবোৰে সেই মৰাশবোৰ উট্‌ৱাই দিলে কলঙত?"

মিছেছ্ হুৰৰা ফেঁকুৰি উঠিল।

"ভূপেনে মদ খায়? ভূপেন নষ্ট হ'ল। এয়েই আমাৰ অসমীয়া শিল্পীৰ দোষ। বুৰ্ব্বকৰ দ'ল। ভূপেন হাজৰিকাই মদ খায়। ভূপেন নষ্ট হ'ল নে নষ্ট কৰিলি তহঁতে? অসমীয়া ৰাইজে? ডা-ডাঙৰীয়াসকলে? ভূপেন ডাষ্টবিনৰ উচ্ছিষ্ট খাই জীয়াই থাকিব? ভূপেনৰ কথা তহঁতে শুনিছ? ভূপেনক তহঁতে একো দিব নোৱাৰ, নাই। ভূপেনে তহঁতৰ পৰা একো নিবিচাৰে। কিন্তু ভূপেনক তহঁতে সমৰ্থনো কৰিব নোৱাৰ নে? টেঁটু ফালি ৰূপকোঁৱৰ মৰিল। ভূপেনো মৰিব। তথাপি তহঁতে এবাৰ মাত মাতিব নোৱাৰঃ আমাক এটা ষ্টুডিঅ' লাগে। আজিয়েই। এই বছৰতে। সেইকণ বিদ্যা বুদ্ধিৰে তহঁতৰ চৰকাৰৰ তলত চাকৰি নাপালেও ভূপেনে নাখাই নমৰে। মাৰোৱাৰীৰ খাতা লিখিব। ভাত মুঠি মোকোলাব। ঘৰ এখন পুহিব। সেইকণ যোগ্যতা তাৰ আছে। দেশমাতৃৰ বাবে কৰা তাৰ ত্যাগ ক'ত দেখিলি? অ' গাওঁ পঞ্চায়তৰ সভাপতিও তহঁতৰ মানত দেশনেতা। দেশ প্ৰেমিক। কিন্তু ভূপেন নহয়। এৰা, ভূপেনৰ দৰে অসমীয়া ৰাইজ জ্ঞানী মূৰ্খ নহয়। নহলে ডিব্ৰুগড়ৰ গড়াখহনীয়া প্ৰতিৰোধৰ বাবে অনুমোদিত চাৰে একৈইশ লাখ টকাৰ মিছা হিচাব প্ৰস্তুত কৰিব কোনে? অ' ভূপেনে মৰি হ'লে তহঁতক সকলো দিয়কঃ সুৰ, শিল্প, সংস্কৃতি। জাতীয় যশ। আৰু তহঁতে? ভূপেনে মদ নাখায় খাব কোনে? সি যে পাগল হৈ মৰি যোৱা নাই সেয়েই বহুত। তাৰ বুকুৰ মাজত কি বেদনা তহঁতে কি বুজিবি?"

এলানি বক্তৃতা দি ধ্ৰুৱজ্যোতি ফোঁপাইছিল।

সৰ্ব্বাধুনিক বা-বাতৰিৰ খবৰ ৰখা ধ্ৰুৱজ্যোতি তুৰৱালৈ মোৰ অনুকম্পা জন্মিল।

“সিহঁতক কৈ দিব নোৱাৰা নে মা? ব্ৰহ্মপুত্ৰৰ গড়াখহনীয়া প্ৰতিৰোধ কৰিলেই অসম জীয়াই নাথাকে। জাতীয় জীৱনত যি গড়াখনীয়া আৰম্ভ হৈছে তাৰ প্ৰতিৰোধ কৰিব নোৱাৰিলে বহৰি অথবা নগাখেলিয়াত স্পাৰ বান্ধিলে একো নহয়। তেতিয়া হয়তো অসমৰ ভৌগোলিক মানচিত্ৰখন অপৰিবৰ্ত্তিত হৈ ৰব। কিন্তু অসমীয়া জাতি জীয়াই নাথাকে। জাতীয় জীৱনৰ গড়াখহনীয়া বন্ধ কৰিব পাৰিলেই লুইত শান্ত হব। মৌন হব অসমৰ আটাইবোৰ নদী উপনদী।”

কথাবোৰ শুনি ভাবিছিলোঁ: এইজন ধ্ৰুৱজ্যোতি তুৰৱা জানো উন্মাদ?

“চাই থকা না মা, হাতীমূৰাত কলং আৰু লুইত একাকাৰ হব। গুৱাহাটীৰ ফাঁচীবজাৰখন উটুৱাই নিব। বহুত পাপ হ'ল। খাদ্যৰ নামত সেই ফাঁচীবজাৰখনতে বিক্ৰী হয় বিষ। মৃত্যু। কলং শঙ্কৰৰ মানসী কন্যা। লুইত ব্ৰহ্মাৰ পুত্ৰ। গুৰুকন্যা আৰু ভগৱান-পুত্ৰই জাতিৰ ইমান অধঃপতন কেতিয়াও সহ্য নকৰে। তুমি যোৱা মা।”...

মাকৰ প্ৰত্যুত্তৰলৈ অপেক্ষা নকৰি ধ্ৰুৱজ্যোতি সাউত কৰে আঁতৰি গৈছিল।

ধ্ৰুৱই কোৱা কথাষাৰেই হয়তো সঁচা। বলিয়া মই। ধ্ৰুৱ নহয়। চকুমুখত কোনো অস্বাভাৱিকতা নাই। সুস্থ মানুহৰ দৰে ঘৃণা, বিদ্বেষ আৰু তাচ্ছিল্যৰ দৃষ্টিৰ বাহিৰে আন পৰিবৰ্ত্তন মোৰ চকুত নপৰিল। এজন সুস্থলোকে সেই কথাখিনি গভীৰ অনুভূতিৰে কোৱা হলে তেওঁৰ চকুতো সেই একে দৃষ্টিকে মই দেখিলোহেঁতেন। মিছেছ্ তুৱাৰৰ সৈতে কথাপতা অপ্ৰকৃতিস্থ ধ্ৰুৱক মানসিক ৰোগত ভোগা ৰোগী বুলি ভাবিবলৈ মোৰ টান লাগিল।

তুৰবাৰ বিশ্বাস: মই এজন উন্মাদ। ব্ৰজ শৰ্ম্মাৰ সঁচা খবৰটো মই নাজানোঁ। শিল্পীৰ পৃথিৱীখন এখন বেলেগ পৃথিৱী। সেইখন

পৃথিবীৰ মানুহ মই নহওঁ। মই শিল্পী নহলেও মোৰ প্ৰতি ধ্ৰুৱৰ বিশ্বাস গঢ়ি তুলিব নোৱাৰিলে তুৰৱাই কেতিয়াও মোক শ্ৰদ্ধা কৰিব নোৱাৰে। প্ৰাণ খুলি কথা নকয়। শ্ৰদ্ধাৰ অভাৱ ঘটা চিকিৎসকৰ দ্বাৰা সম্মোহনৰ প্ৰচেষ্টা নিষ্ফল।

মৌন হৈ কথাবোৰ পাগুলি আছিলোঁ। মোৰ সন্মুখত বহি আছিল মমতা তুৰৱা। সেই কথা মই পাহৰি গৈছিলোঁ।

"মোক কি সুধিব খোজে সোধক।"

মিছেছ্ তুৰৱাই কৈছিল।

মোৰ তন্দ্ৰা ভাঙি গৈছিল।

"ধ্ৰুৱক কালি লগ পালে ?"

আত্মবিভোল ভাৱটো লুকাই লৰালৰিকৈ প্ৰশ্ন কৰিলোঁ।

"হয় ; কিন্তু···।"

মিছেছ্ তুৰৱা বৈ গৈছিল। বুজিছিলোঁ ঃ তুৰৱাই কি কব খুজিছিল। ধ্ৰুৱজ্যোতিৰ মানসিক উন্নতি হোৱা নাই। ময়ো জানোঁ।

"আপোনাৰ ওচৰৰ পৰা গৈ বজাৰলৈ গলোঁ। সি ভালপোৱা ফলমূল কেইটামান কিনি আনিছিলোঁ। কিন্তু অকণো নাখালে। অথচ ফল সি ইমান ভাল পাইছিল।"

মিছেছ্ তুৰৱাৰ চকু দুটা সেমেকা। মুখখন শুকান।

এটা প্ৰশ্নৰ উত্তৰ মই পাইছিলোঁ ঃ দৰ্শনৰ অনুমতি পোৱাৰ লগে লগে ধ্ৰুৱৰ ওচৰলৈ নহাৰ অৰ্থটো বুজিছিলোঁ। যোৱা কালি মনলৈ অহা সকলো সন্দেহ মোৰ নাইকিয়া হৈ গৈছিল। কৰ্পূৰৰ দৰে উৰি গৈছিল। বেচেৰী !

"ধ্ৰুৱই আপোনাক চিনি পাইছিল নে ?"

"পাইছিল।"

"ইয়াৰ আগতে ?"

"আগেয়েও পায়। মা বুলি মাতে।"

"গাভৰুজনীৰ ঠিকনাটো সংগ্ৰহ কৰাৰ কোনো উপায় নাইনে ? ।

"লাভেই বা কি হ'ব? ছোৱালীজনী ঢুকাল।"

"কিন্তু স্মৃতি জীয়াই আছে। সেই স্মৃতি জীয়াই ৰাখিছে ধ্রুৱই। ভুৱৰাৰ অৱচেতন মনত হয়তো আজিও সেই গাভৰুজনীয়েই লুকাভাকু খেলিছে। গাভৰুজনীৰ নামটো পোৱা হলেও মই এবাৰ চেষ্টা কৰি চাব পাৰিলোঁহেঁতেন।"

মিছেছ্ ভুৱৰাই একো নকলে।

তাৰ পিচত আমাৰ মাজত কিছু সময়ৰ মৌনতা। সেই মৌনতা ভাঙি সোধো নোসোধোকৈ সুধিছিলোঁ: দেউতাকৰ চেহেৰাৰ লগত ধ্রুৱৰ কিবা সাদৃশ্য আছে নে? মানে ধ্রুৱ যে আপোনালোকৰ সন্তান ধ্রুৱক দেখিলেই সেই কথা জানো বুজিব পাৰি?

কথাষাৰে যেন মহিলাগৰাকীৰ কোনোবা এটা দুৰ্ব্বল ঠাইতহে বিন্ধিছিল। উচাপ খাই মোৰ চকুলৈ চাইছিল।

"ধ্রুৱ আমাৰেই সন্তান।"

মিছেছ্ ভুৱৰাৰ কথাষাৰে মোৰ কাণত বাৰে বাৰে বাজি উঠিল। মই মনে মনে ৰলোঁ। 'ধ্রুৱ আমাৰেই সন্তান।' এই শব্দকেইটা মিছেছ্ ভুৱৰাই ইমান ন'দি কিয় কবলগীয়া হ'ল? ধ্রুৱক মই তেখেতৰ ল'ৰা নহয় বুলিতো কব খোজা নাছিলোঁ। তেনেহলে মহিলাগৰাকীৰ কোনোবাখিনিত দুৰ্ব্বলতা আছে নেকি? হয়তো ধ্রুৱ দেউতাকৰ সন্তান নহয়েই। ধ্রুৱ দেউতাকৰ অবৈধ সন্তান। নহ'লে মিছেছ ভুৱৰাৰ মুখত সেই কথাষাৰ উচ্চাৰিত হব কিয়? সাধাৰণতে সন্তানবোৰক মাক-বাপেকৰ দৰে হোৱা নাই বুলিলে মাইকী বাপেকীয়ে প্রশ্ন কৰে: আমাৰ ল'ৰা বুলি নাজানি নেকি? মাকবোৰে জোৰকৈয়ে ক'ব খোজে: সকলোৱে কৈছে মোৰ দৰে হৈছে হেনো।

এয়া সাধাৰণ মনস্তত্ত্ব। মিছেছ্ ভুৱৰাই ধ্রুৱক নিজৰ সন্তান বুলি দৃঢ় ভঙ্গীত কোৱাৰ কিবা ৰহস্য আছে নেকি?

"বুজন হোৱাৰ পিচত ধ্রুৱই নিজৰ জন্মৰ বিষয়ে কিবা গম পাইছিল নেকি?"

মোৰ প্ৰশ্নটো যেন প্ৰশ্ন নাছিল। আছিল নগা যাঠীৰ খোচ। মই লক্ষ্য কৰিছিলোঁ: মিছেছ্ ডুৰবা যেন অস্বাভাৱিক ভাবে শেঁতা পৰি গৈছিল। মুখৰ ৰং পাণ্ডুৰ হৈ পৰিছিল। ওঠ দুটা কঁপিছিল। কিবা এটা কব খুজি থমকি ৰৈছিল।

"আপুনি, আপুনি এইবোৰ কি কৈছে? মই বুজা নাই। তাৰ জন্মৰ কথা মানে আপুনি কি বুজাব খুজিছে।" থোকা থুকি মাতেৰে মিছেছ্ ডুৰবাই কৈছিল। কঁপা কঁপা মাতটোত অপৰাধীৰ সুৰ।

মই হাঁহিছিলোঁ। এটা অৰ্থপূৰ্ণ হাঁহি। সেই হাঁহিত যেন মই ফুটাই তুলিবৰ যত্ন কৰিছিলোঁ: তুমি স্বীকাৰ কৰিব নুখুজিলেও মই তোমাৰ সকলো কথাই জানো। ধ্ৰুৱ পৰ-পুৰুষগমনা মমতা ডুৰবাৰ যৌৱনৰ স্বাক্ষৰ।

কেঁচু খান্দোতে সাপ ওলায় নেকি চাইছিলোঁ। মোৰ অনুমানটোৱে যে সঁচা এনে এটা ভাৱ লৈ বহি ৰলোঁ। মমতা ডুৰবাৰ চকুলৈ চাইছিলোঁ। মোৰ সেই দৃষ্টিত মিহলি হৈ আছিল: সন্দেহ আৰু ৰহস্য উদঘাটনৰ তৃপ্তি।

সেয়া মোৰ অভিনয়।

মোৰ অভিনয়ৰে যেন জয় হৈছিল। মিছেছ্ মমতা ডুৰবাৰ চকু-মুখৰ পৰিবৰ্ত্তনটো মোৰ দৃষ্টিত স্পষ্টকৈ ধৰা পৰিছিল।

"ধ্ৰুৱক সুস্থ কৰিবলৈ হ'লে মই নিজকে আত্মপ্ৰত্যয় নিয়াব পাৰিব লাগিব। মই শুনা, জনা কথাবোৰ নিৰ্ভুল বুলি জনা মোৰ আৱশ্যক। মিছা কথাৰ ওপৰত ভেটী স্থাপন কৰিলে কি হয় আপুনিও জানে।"

মমতা ডুৰবাৰ চকুলৈ আকৌ এবাৰ চাইছিলোঁ। মোৰ দৃষ্টিয়ে যেন আবিষ্কাৰ কৰিছিল বহুত কথা। মহিলাগৰাকীৰ চকুৰ ভাষাই যেন মোক কৈছিল: তুমি শুনা কথাবোৰ সঁচা। কিন্তু মোৰে শপত তুমি কাকো নকবা। তুমিচোন সকলো কথাই জানা। মই আকৌ নতুনকৈ তোমাক কি ক'ম? তোমাৰ ওচৰত মই ধৰা পৰি গৈছোঁ! স্বামীক ফাঁকি দিছিলোঁ। কিন্তু তোমাক ফাঁকি দিব নোৱাৰিলোঁ।"

"ক্ষমা কৰিব। মই উঠো। মূৰটো অসন্তৰ কামুৰিছে। মই বোধহয় বমি কৰিম।"

"কিবা এটা খাওক। ভাল পাব। আনি দিওঁ নে?"

"নাই, নাই। ঔষধ নালাগে। অলপ শুলে মই এনেই ভাল পাম। সন্তৰ হলে আপোনাক পিছত আকৌ লগ ধৰিম।"

মোৰ উত্তৰলৈ অপেক্ষা নকৰি মমতা তুৰবা আঁতৰি গৈছিল।

জানো ঃ মমতা তুৰবা আৰু মোৰ ওচৰলৈ নাহে।

মই এক্কেদৰে বহি ৰলোঁ। নিজকে প্ৰশ্ন কৰিলোঁ ঃ

কোনটো সঁচা? ধ্ৰুৱ দেউতাকৰ অবৈধ সন্তান নে পালিত?

মিছেছ্ তুৰবা তেন্তে মোৰ ওচৰত ধৰা পৰি যোৱাৰ ভয়ত তেনেদৰে গুচি গ'ল নেকি?

## ॥ চাবি ॥

মোৰ টেবুলত এয়া এদ'ম টুকুৰা-টুকুৰ কাগজ। কিছুমান বিশৃঙ্খল লিখা। মানসিক বিকৃতসকলৰ প্ৰতিদিনৰ লিখাবোৰ যে সদায় সংগ্ৰহ কৰিব পাৰিছিলোঁ তেনে নহয়। বহু সময়ত লিখাবোৰ ৰোগীবোৰে ছিঙি টুকুৰা-টুকুৰকৈ পেলাই দিছিল। যিবোৰ লিখা সংগ্ৰহ কৰিব পাৰিছিলোঁ সেইবোৰত ৰোগীৰ নাম, তাৰিখ আদি লিখি ৰাখিছিলোঁ। আৰু লিখি থৈছিলোঁ প্ৰতি দিনৰ বতৰৰ সাধাৰণ বিবৰণ। এইবোৰ প্ৰায় দেড় মাহ আগৰ পৰা সংগ্ৰহ কৰি ৰখা বিশৃঙ্খল লিখা। বিকৃত লোকসকলৰ অৱসৰ আৰু এলেহুৱা সময়ৰ অবচেতন মনৰ প্ৰতিচ্ছবি।

**অনুপম কোঁৱৰ।**

**বতৰ ঃ স্বাভাৱিক।**

জ্ঞানী মূৰ্খ ৰজা মহম্মদ। অনুৰোধ ৰক্ষা প্ৰতিৰক্ষা আত্মৰক্ষা আত্মৰক্ষা। প্ৰতিদিনে—দিনে দিনে প্ৰতিদিনে। সময়ৰ বালিচ্ছন্দ। মাৰ অনুৰোধ। দেউতাৰ আদেশ। সাপক বিশ্বাস কৰিবা। নাৰীক বিশ্বাস নকৰিবা। নাৰী ভুজঙ্গিনী। নাৰী সৰ্পিনী। নাগিনী। এটুকুৰা মাংস লৈ পৰম হৰিষ হৈ কাক আহি পৰিল ডালত। আমাৰ মাংস লোভী মন। তেজ, তেজ, তেজ আৰু তেজ। কেৱল তেজ। গিভ মি ইউৰ ব্লাড আই শ্যাল গিভ ইউ ফ্রিদম। বাট চি ওৱাণ্টচ্ ব্লাড ফৰ লাইফ। বিয়া জীৱন আৰু নাৰী। এখন চোকা চুৰি। ভগৱান মোক ৰক্ষা কৰা। তাই হয়তো মোক হত্যা কৰিলেহেঁতেন। প্ৰতিশোধত বলিয়া নাৰীৰ চকুত বিষ দৃষ্টি। অন্তৰত হলাহল। চাৰিওপিনে সিচঁৰিত হৈ পৰিলহেঁতেন এডোঙা তেজ। ৰক্তগঙ্গাৰ সোঁতে মজিয়া ডুবাই পেলাইছিল। চিএৰিছিল। কান্দিছিল। চিকমিকনি। তিৰবিৰণি আশা ৰেখা কান্দোন আৰু চকুলো। পূজা আৰতি কাপোৰ মাতৃ। তামোল তামোল এখন চোকা চুৰি। চকুত শাণিত। মাছ আৰু কাঁইট। যুৱ মহোৎসৱ সঙ্গীত একাডেমী। আনা কৰেনিনা-টলষ্টয়। ক্রাইম এণ্ড পানিচ্মেণ্ট।

এয়া এদিনৰ লিখা।

আন এদিনৰ লিখাঃ তামোল। চুৰি। তেজ আৰু নাৰী। তামোল। তা-মো-ল।

এয়া অনুপম কোঁৱৰৰ লিখাৰ নমুনা। কোনোবা দিনা লিখিছে এৰকলা। আৰু কোনোবা দিনা লিখিছে মাথোঁন এটা বা দুটা শব্দ। লিখাবোৰ অৰ্থহীন। বিশৃঙ্খল। কিন্তু প্ৰায়বোৰ লিখাৰ মাজত কিবা এটা যেন যোগসূত্ৰ আছে। দহ পোন্ধৰ দিনৰ লিখাবোৰ পঢ়ি এটা সিদ্ধান্তত মই উপনীত হৈছিলোঁ ঃ অনুপম কোঁৱৰৰ অন্তৰত লুকাই আছে এটা নাৰী বিদ্বেষ। নাৰীৰ প্ৰতি অবিশ্বাস। বিভিন্ন দিনৰ বিভিন্ন লিখাবোৰৰ কেইটামান উল্লেখনীয়া শব্দ হ'ল ঃ নাৰী, তেজ, চুৰি আৰু তামোল। নাৰীক বেলেগ বেলেগ বিশেষণেৰে

বিভূষিত কৰিছে অনুপম কোঁৱৰে। কোঁৱৰৰ অৱচেতন মনৰ মাজত যেন লুকাই আছে মৃত্যু-ভয়।

নাৰী, তেজ আৰু চুৰি। শব্দকেইটাৰ অৰ্থ সহজ। এই শব্দ তিনিটাৰ ওপৰত ভেজা দি বহুত কল্পনাই মই কৰিছিলোঁ। কিন্তু মোৰ কল্পিত কাহিনীৰ মাজত এটা শব্দ মই কোনোমতেই সংযোগ কৰিব নোৱাৰিলোঁ। সেই শব্দটো হ'লঃ তামোল। তামোলৰ প্ৰতি অনুপম কোঁৱৰৰ বিশেষ ধাপ আছিল নেকি পৰীক্ষা কৰিছিলোঁ। কিন্তু তামোলৰ প্ৰতি কোঁৱৰৰ কোনো ধাপ নাছিল। মুকুতা পাহিৰ দৰে দাঁত তুপাৰিয়েই তাৰ প্ৰমাণ। ৱাৰ্ডবয়টোৰ হতুৱাই কোঁৱৰক মই প্ৰায়েই তামোল যাচিছিলোঁ। সেই তামোলবোৰ কোঁৱৰে হাত পাতি লৈছিল। কিন্তু খোৱা নাছিল কোনো দিনে। সেই কাৰণেই প্ৰতিদিনৰ লিখাত 'তামোল' শব্দটোৰ উল্লেখে মোক বিপাওত পেলাইছিল।

লিখাবোৰ পঢ়ি মোৰ ধাৰণা হৈছিলঃ অনুপম কোঁৱৰে কাৰোবাক গভীৰ ভাৱে ভাল পাইছিল। প্ৰেয়সীক বিচাৰিছিল পত্নীৰূপে। কিন্তু বিয়া নহ'ল। প্ৰেমিক প্ৰেমিকাৰ মাজত বিয়া নোহোৱাৰ কাৰণ এশ এটা। অৱশেষত ব্যৰ্থ প্ৰেমিকাই যেতিয়া শুনিলে অনুপম কোঁৱৰৰ বিয়াঃ তাই হয়তো আত্মহত্যা কৰিছিল। সেই আত্মহত্যাৰ লগত সম্বন্ধ আছে চোকা চুৰিৰ। এডোঙা তেজত লুতুৰি-পুতুৰি হৈ পৰা প্ৰেমিকাৰ নিশ্চল দেহে অনুপম কোঁৱৰৰ মনত গভীৰ ভাবে ৰেখাপাত কৰিলে। আৰু সেয়ে নহলে প্ৰেমিকাই কৰিছিল বিশ্বাসঘাতকতা। অনুপম কোঁৱৰে তিৰস্কাৰ কৰিছিল। সেই তিৰস্কাৰেই হৈছিল প্ৰেমিকাৰ মৃত্যুৰ কাৰণ। হত্যা অথবা আত্মহত্যা। তাৰ পিচতো অনুপম কোঁৱৰৰ বিয়া হৈছিল। মাকৰ অনুৰোধত। দেউতাকৰ আদেশত।

অনুপম কোঁৱৰক মোৰ কল্পিত কাহিনীবোৰ কৈ শুনাইছিলোঁ। প্ৰয়োগ কৰিছিলোঁ মোৰ সকলো প্ৰকাৰ চিকিৎসা পদ্ধতি। স্মৃতি সজাগ কৰি তোলাৰ প্ৰচেষ্টা। প্ৰশ্ন কৰিছিলোঁ অলেখ। কিন্তু লাভ

একো নহ'ল। মোক নিৰাশ কৰি কোঁৱৰ আতৰি গৈছিল। মোৰ সকলো চেষ্টাই ব্যৰ্থ হৈ গৈছিল। নিতৌ নতুন নতুন কল্পনা লৈ অনুপম কোঁৱৰক কৈ শুনাইছিলোঁ নতুন নতুন কাহিনী। কিন্তু কোনো এটা অনুমানেই মোৰ সঁচা নহ'ল। মোৰ কথাত কোঁৱৰে সহানুভূতি নেদেখুৱালে।

অৱশেষত সকলো আশা মই এৰি পেলালোঁ। অনুপম কোঁৱৰৰ স্মৃতিশক্তি ওভতাই অনাৰ আশা মিছা। মই ব্যৰ্থ হৈছোঁ। প্ৰথম দুয়োটা চেষ্টাতে ব্যৰ্থ হৈ মোৰ বেয়া লাগিছিল। মোৰ অকৃত-কাৰ্য্যতাত কান্দি দিবৰ মন গৈছিল।

বেদান্ত বিকাশ বৰুৱা।

বৰুৱাৰ লিখা সংগ্ৰহ কৰিব পাৰিছিলোঁ মাত্ৰ দুখন নে তিনিখন। লেখাৰ অভ্যাস যেন বৰুৱাৰ নাছিল। খুউব কম কথা লিখা সেই কাগজকেইখিলাত আছিল কেইটামান ফৰমূলা। বন্ধা আৰু উৰ্ব্বৰা নাৰী। প্ৰজনন শক্তিহীন পুৰুষৰ পৌৰষ আৰু প্লট'প্লাজম আদি কেইটামান শব্দ। সকলোবোৰ লিখাৰ ভাষা ইংৰাজী।

এদিনৰ লিখা পঢ়ি মোৰ বৰ ভাল লাগিছিল। মই মুগ্ধ হৈ পৰিছিলোঁ। মোৰ অনুসন্ধানত কোনো সহায় নকৰিলেও সেই লিখাখিনিৰ আছিল এটা বিশেষ তাৎপৰ্য্য। সুন্দৰ আখৰেৰ সুন্দৰকৈ লিখা। সেয়া যেন এজন সুস্থ মানুহৰ উৰ্ব্বৰ মগজুৰ কথা।

"উৰ্ব্বৰ মাটিত বীজ ৰোপন কৰিলে সেই বীজে অঙ্কুৰ মেলে। অঙ্কুৰৰ কাৰণে দুটা বস্তু প্ৰয়োজন: উৰ্ব্বৰ মাটি আৰু জীয়া-বীজ। ক্ষেত্ৰজ উৰ্ব্বৰা হ'লেও মৃতবীজে অঙ্কুৰৰ জন্ম দিব নোৱাৰে। আনহাতে জীয়া বীজেও অনুৰ্ব্বৰা মাটিত গজালি মেলাৰ সুবিধা নাপায়। জীয়া বীজ শুকাই মৰি যায়। পতান ধান মৃত। জীৱনৰ সম্ভাৱনা তাত নাই। কিন্তু কিছুমান ভাল ধানৰপৰাও গজালি নোলায়। কাৰণ সেই ধানত জীয়া বীজৰ অভাৱ। নাৰী আৰু পুৰুষৰ ক্ষেত্ৰতো সেই একে কথা। মৃত শুক্ৰকীটে ভ্ৰূণৰ জন্ম দিব নোৱাৰে। সেইজন

অসমর্থ স্বামীৰ বাবেই পত্নীয়ে অপবাদ বহন কৰেঃ বন্ধ্যা। কিহৰ অভাৱত শুক্রকীটৰ মৃত্যু হয় বাৰু? জৈৱিক পদাৰ্থৰ অভাৱত তেনে হোৱাটোৱে স্বাভাৱিক। শৰীৰে অভাৱ অনুভৱ কৰা শক্তিৰ ক্ষতি পূৰণে যদি অসুস্থ মানুহক সুস্থ সতেজ কৰি তুলিব পাৰে তেন্তে যি শক্তিৰ অভাৱত শুক্রকীটৰ মৃত্যু হয় সেই শক্তিৰ প্ৰয়োগে মৃত শুক্রকীট জীয়াই তুলিব নোৱাৰিব কিয়?"

এয়া বৰুৱাই লিখা ইংৰাজী কথাখিনিৰ অনুবাদ। এবাৰ এবাৰকৈ কাগজখিলা কেবাবাৰো পঢ়িছিলোঁ। কিন্তু মানসিক বিকৃতিৰ কাৰণ সেই কাগজখিলাৰ পৰা উদ্ধাৰ কৰা সহজ নহয়। মানসিক বিকৃতি আৰু এই লেখাৰ মাজত যোগসূত্ৰ ক'ত? এজন চিকিৎসক হিচাপে এয়া চিকিৎসা বিজ্ঞানৰ সাধাৰণ কথা। বৰুৱাই তেনেবোৰ কথা লিখাই স্বাভাৱিক।

বাৰৰ কথাষাৰলৈ মনত পৰিলঃ বৰুৱা এসময়ত অসমৰ এজন নামজ্বলা চিকিৎসক আছিল। কেন্সাৰ নে কিবা এটা ৰোগৰ বিষয়ে গৱেষণাও কৰিছিল।

বৰুৱাই তেন্তে বন্ধ্যা নাৰীৰ গৰ্ভত সন্তান উৎপাদনৰ বিষয়ে গৱেষণা কৰিছিল নেকি?

বিস্মৃতি উদ্ধাৰৰ সুচল বিচাৰি নাপাই বৰুৱাৰ সৈতে নাৰীৰ বন্ধ্যাত্ব সম্পৰ্কে আলোচনা কৰিছিলোঁ। কেবাদিনো। আমাৰ মাজত সুস্থ আলোচনাই হৈছিল। বৰুৱাৰ কথাত বলিয়ালিৰ অকণো লক্ষণ নাই। এজন সুস্থ চিকিৎসকৰ সুস্থ আলোচনা। সুস্থ মন্তব্য। কিন্তু বৰুৱাই মোৰ কথাত যেন বিশেষ গুৰুত্ব দিব খোজা নাছিল। বৰুৱাই প্ৰায়েই কৈছিলঃ তোমালোক তেনেই লৰামতীয়া ল'ৰা। এই বয়সত সন্তানৰ আকাঙ্ক্ষা, অপত্য স্নেহৰ কি গভীৰতা তোমালোকে নুবুজা। সন্তানৰ আকাঙ্ক্ষাতকৈ নিঃসন্তান দম্পতীৰ কাৰণে আন একো আকাঙ্ক্ষাই ডাঙৰ হব নোৱাৰে। স্বামীৰ প্ৰতি পত্নীৰ আৰু পত্নীৰ প্ৰতি স্বামীৰ গভীৰ প্ৰেমৰ মাজত অন্তৰ্নিহিত হৈ আছে সন্তানৰ আকাঙ্ক্ষা। উৎপাদনৰ হেঁপাহ। এই আকাঙ্ক্ষা

সনাতন। আদিম। স্বামীৰ প্ৰতি পত্নীৰ প্ৰেম জীয়াই থাকে সন্তান জন্মৰ আগমুহূৰ্ত্তলৈকেহে। সন্তান জন্মৰ পিচত সেই প্ৰেমে ৰূপ লয় মাতৃ-স্নেহৰ। এয়া সাধাৰণ। অসাধাৰণ বা ব্যতিক্ৰমো নোহোৱা নহয়। আছে। কিন্তু সেই ব্যতিক্ৰম নগণ্য। ভ্ৰূণে গৰ্ভত স্থিতি লোৱাৰ লগে লগে স্বামীৰ প্ৰতি থকা পত্নীৰ প্ৰেমৰ একাংশই ৰূপ লয় মাতৃস্নেহৰ। সেই স্নেহৰ বাবেই বহুতো মাতৃয়ে এনেকি অনাহূত সন্তানৰ অমঙ্গলৰ কথা শুনিলেও ভয়ত শিঁহৰি উঠে। অনাহূত সন্তানৰ জন্মেৰে আকোৱালি লয় অপযশ। লাঞ্ছনা। অনাহূত সন্তান মাত্ৰেই অবৈধ নহয়। বৈধ সন্তানো অনাহূত হব পাৰে। মাতৃৰ স্বাস্থ্য আৰু প্ৰতিপালনৰ অক্ষমতাৰ বাবেই বৈধ হ'লেও সেইবোৰ সন্তান অনাহূত। নাৰীৰ এই সনাতন সন্তান প্ৰীতিৰ বাবেই ভাৰতত পৰিয়াল পৰিকল্পনাই মূৰ দাঙি উঠিব পৰা নাই। সহজ লভ্য জীৱিকা আৰু ভাৰতবাসীৰ সংৰক্ষণশীল মনবোৰো ইয়াৰ বাবে দায়ী।

বিয়াৰ লগে লগে নাৰীৰ অন্তৰত জাগি উঠে দুটা আকাঙ্ক্ষা ঃ স্বামীৰ প্ৰেম আৰু সন্তান সন্ততিৰে ভৰা এখন সুখৰ ঘৰ। কিন্তু পুৰুষৰ ক্ষেত্ৰত সন্তানৰ আকাঙ্ক্ষা নাৰীৰ দৰে সিমান তীব্ৰ নহয়। বয়স বাঢ়ি অহাৰ লগে লগেহে পুৰুষৰ অন্তৰত জাগি উঠে সন্তানৰ আকাঙ্ক্ষা। বিদায়ী যৌৱনে নিঃসন্তান স্বামীৰ অন্তৰত জোৱাৰ তোলে সন্তানৰ প্ৰতি দুৰ্ব্বাৰ আকাঙ্ক্ষাৰ। নিঃসন্তান পত্নীৰ ক্ষেত্ৰত সেই আকাঙ্ক্ষা তীব্ৰতৰ।

কথাবোৰ কৈ বৰুৱাই মোৰ মুখলৈ চাইছিল। চকুত সমৰ্থন বিচৰাৰ দৃষ্টি। এইজন বেদান্ত বিকাশ বৰুৱাৰ মানসিক বিকৃতি ঘটিছে বুলি ভাবিবলৈ মোৰ নিজৰে কেনেবা কেনেবা লাগিল। বৰুৱা সম্পূৰ্ণৰূপে আত্মবিস্মৃতি নহয়। বৰুৱাই বহুত কথাই জানে। বহুত কথাকে মনৰ স্মৃতিয়ে সাৱটি ৰাখিছে। কিন্তু নিজৰ শৰীৰত 'ইন্‌জেকশ্যন পুচ' কৰাৰ কথা সুধিলে বৰুৱা নিৰুত্তৰ হৈ পৰে। পাহৰি যোৱা কথা এটা মনত পেলোৱাৰ দৃষ্টিভঙ্গীৰে চকুলৈ চায় ৰয়।

মই উৎসাহ দিওঁঃ আপুনি হয়তো কোনো ঔষধৰ প্ৰতিক্ৰিয়া সম্পৰ্কে ব্যক্তিগত অনুভূতিৰে জানিবলৈ বিচাৰিছিল।

"আই ডু নট থিঙ্ক চো। মোৰ দেখোন একোকে মনত পৰা নাই। মনত নপৰে। তুমি বোধহয় ভুল কৰিছা! আন কাৰোবাৰ কথা কৈছা।"

"মনত পেলাবৰ যত্ন কৰকচোন। মোৰ ভুল হোৱা নাই। অলপ চেষ্টা কৰিলে আপোনাৰ নিশ্চয় মনত পৰিব।"

বহু সময় কিবা এটা মনত পেলাবৰ চেষ্টা কৰি বৰুৱাই উত্তৰ দিয়েঃ আই এম্ ফেইলড। মোৰ বোধহয় স্মৃতিশক্তি দুৰ্ব্বল হৈ গৈছে।

'মিছেছ্ স্মৃতিকণা কোঁৱৰক আপুনি চিনি পায় নে?'

"হু ইজ চি?"

"যোৰহাটৰে বোৱাৰী। বৰ্ত্তমানে এই হাস্পাতালতে আছে।"

"দেখিলে চিনি পাওঁ নেকি জানো? মোক এদিন নেদেখুওৱা কেলেই?"

এৰা, বৰুৱাই ঠিকেই কৈছে। স্মৃতিকণা কোঁৱৰক সম্মুখত ৰাখি এই প্ৰশ্ন কৰাটোয়ে মোৰ উচিত আছিল।

আন এদিন। স্মৃতিকণা কোঁৱৰৰ ওচৰলৈ বৰুৱাক লৈ গৈছিলোঁ। উভয়ৰ প্ৰথম সাক্ষাততে মই লক্ষ্য কৰিছিলোঁঃ ৰাৱে মোক মিছা কোৱা নাছিল। ৰাৱৰ প্ৰত্যেকটো কথাই সঁচা। বৰুৱাক দেখিয়েই স্মৃতিকণাই চিঞৰি দিছিল। চকুত ভয় আৰু বিহ্বলতাৰ দৃষ্টি লৈ বৰুৱালৈ চাইছিল। আনহাতে বৰুৱাৰ চকুত পুতৌৰ দৃষ্টি। মৰম কোমল চাৱনি।

"এখেতক আপুনি নিশ্চয় চিনি পায়?"

"ও হো। মনত নপৰে। হয়তো ক'ৰবাত দেখিছিলোঁ। কিন্তু ক'ত দেখিছিলোঁ ঠিক মনত নাই। পাহৰি গৈছোঁ।"

স্মৃতিকণা আঁতৰি গৈছিল। বৰুৱাক মোৰ ওচৰত বহুৱাই লৈ চিগাৰেট যাচিছিলোঁ। কিবা কিবি প্ৰশ্ন কৰিছিলোঁ।

"বহুতকে চিকিৎসা কৰিছিলোঁ। বহুতো জীয়াৰী-বোৱাৰীকে লগ পাইছিলোঁ। কিন্তু সকলোকে মনত ৰখা জানো সম্ভৱ ?"

"নিশ্চয় নহয়। কিন্তু আপোনাক দেখি এই মহিলাগৰাকীয়ে এনেদৰে চিঞৰি উঠাৰ কি কাৰণ থাকিব পাৰে আপুনিয়ে কওকচোন। অইন মানুহ দেখিলে তেখেতে এনেদৰে কেতিয়াও্তো চিঞৰি নুঠে।"

বৰুৱা অলপ সময়ৰ বাবে মৌন হৈ ৰ'ল। কিবা এটা চিন্তা কৰি আকৌ কৈ গ'ল ঃ মোৰ প্ৰতি এই মহিলাগৰাকীৰ নিশ্চয় কিবা এটা ভয়ৰ ভাৱ আছে। হয়তো কেতিয়াবা মই এই মহিলাগৰাকীক চিকিৎসা কৰিছিলোঁ। অথবা মহিলাগৰাকীৰ পৰিয়ালৰ কাৰোবাক।

বৰুৱা বৈ গৈছিল। চিন্তাযুক্ত কপালত থুপ খাই পৰা এসোপা শিৰ। আগ্ৰহেৰে মই বৰুৱাৰ মুখলৈ চাই ৰলোঁ।

"নহয় নহয়। মহিলাগৰাকীক নহয়। পৰিয়ালৰ আন কাৰোবাকহে চিকিৎসা কৰিছিলোঁ হবলা। স্বামী, পুত্ৰ অথবা অতি মৰমৰ কোনোবা এজনক। হয়তো সেইজন নাবাচিল। মৰিল। নতুবা হয়তো ৰোগীজনক অস্ত্ৰোপচাৰ কৰিছিলোঁ। ইন্‌জেকশ্যন দিছিলোঁ। মহিলাগৰাকীয়ে চাই আছিল। বেজীৰ খোচৰ যন্ত্ৰণাত ৰোগীজনে চিঞৰি দিছিল। তেতিয়াই মোৰ প্ৰতি মহিলাগৰাকীৰ জন্মিলে এটা শঙ্কাৰ ভাৱ। এম আই নট ৰাইট; ইউ ইয়ং মেন ?"

"আপোনাৰ অনুমানেই হয়তো সঁচা মিঃ বৰুৱা।"

"কেতিয়াবা এই মহিলাগৰাকীক অপাৰেশ্যন কৰা হৈছিল নেকি ? পেটৰ অপাৰেশ্যন ? কোন ডাক্তৰে অপাৰেশ্যন কৰিছিল ? তুমি কিবা জানা নেকি ?"

"ওহো। সিমান খবৰ মই লোৱা নাই। কেলেই সুধিলে বাৰু ?"

"ও ৰবা, ৰবা। মনত পৰিছে ঃ এগৰাকী মহিলাক মই এবাৰ অপাৰেশ্যন কৰিছিলোঁ। নামটো······নাই মনত নপৰে। বহুত মহিলাৰে অপাৰেশ্যন কৰিছোঁ।"

থমকি ৰোৱা বৰুৱাৰ মুখলৈ বাৰে বাৰে চাইছিলোঁ। মোৰ মনটোৱে বাৰে বাৰে কৈছিল ঃ বৰুৱাই কিবা কওক। কথা আৰম্ভ কৰক। কওক ঃ কি হ'ল অপাৰেশ্যন কৰা সেই মহিলাগৰাকীৰ।

নিমাত হৈ যোৱা বৰুৱা বহুসময়লৈকে মৌন হৈ ৰৈছিল। কিবা যেন গভীৰ ভাৱে চিন্তা কৰিছিল। অধৈৰ্য্য হৈ মই অপেক্ষা কৰি ৰলোঁ।

"ওহো। নামটো কোনোমতেই মনত পেলাব নোৱাৰিলোঁ। কিহৰ কাৰণে জানো অপাৰেশ্যন কৰিছিলোঁ সেই কথাও আজি মোৰ মনত পৰা নাই। পেটৰ অপাৰেশ্যন ; মনত আছে···।"

"তাৰ পিচত কি হ'ল বাৰু ?"

"অপাৰেশ্যন শেষ হওঁ নোহওঁতেই মহিলাগৰাকীৰ চেতনা ফিৰি আহিল। অসহ্য যন্ত্ৰণাত চিএৰি উঠিল। চকু মুখত ভয় আৰু যন্ত্ৰণাৰ ছাঁ। অপাৰেশ্যন থিয়েটাৰলৈ নিওঁতেই মানুহজনীয়ে ভয় খাইছিল। অস্ত্ৰপাতিবোৰ দেখি শঙ্কাবিহ্বল দৃষ্টিত চাইছিল। শেঁতা পৰি গৈছিল মুখৰ ৰং। ইজ চি দেট ভেৰি লেডী ?"

"মই কেনেকৈ জানিম ? অৱশ্যে খবৰটো মই সংগ্ৰহ কৰিব পাৰোঁ। কেইদিনমান সময় লাগিব। এই বিষয়ে মই নিশ্চয় ভু লম। আপোনাৰ পেচেণ্ট-ৰেজিষ্টাৰত বিচাৰিলে নামটো হয়তো পাম ?"

"ৰেজিষ্টাৰ বা এতিয়া ক'ত আছে ? কোনে ক'ত দলিয়াই পেলাইছে। তুনতুনে বিক্ৰী কৰি যে চানাবাদাম খোৱা নাই তুমি কেনেকৈ কবা ? দ্বিতীয় কথা ঃ ৰেজিষ্টাৰত নাম চাই কেনেকৈ বুজিবা যে এই গৰাকীয়ে সেইজনী মহিলা ? হু ৰিগেইনড্ হাৰ চেন্স বিফ'ৰ ডা চিডিউল্ড পিৰিয়ড ?"

অনুসন্ধানৰ শুদ্ধ পথ যে লোৱা নাছিলোঁ তেতিয়াহে মই বুজিছিলোঁ।

"ঘৰলৈ আপোনাৰ অকণো মনত নপৰে নে ?"

"কেলেই নপৰিব ? পৰে। ৰুণজুন, তুনতুন, আশালতা সকলোলৈকে মোৰ মনত পৰে। সিহঁতে চাগে বা এতিয়া কি

কৰিছে? বাৰু ডাক্তৰ, তোমালোকে মোক ইয়াত বান্ধি ৰাখিছা কেলেই? মই ঘৰলৈ যোৱাত তোমালোকৰ আপত্তি কি?”

“আপত্তি একো নাই। এটা কথা মনত পেলাব পাৰিলেই আপুনি ঘৰলৈ যাব পাৰিব।”

“হোৱাটচ্ দেট?”

“নিজৰ শৰীৰত আপুনি নিজে ইন্‌জেকশ্যন দিয়ে কেলেই?”

“বাৰে বাৰে তোমালোকে মোক এই এষাৰ কথাকে কৈ আছা কেলেই মই নুবুজোঁ।। ভাগ্য; ডাক্তৰ ভাগ্য। আন্তন চেকভৰ উপন্যাস এখন পঢ়িছিলোঁ। নামটো জানো কি আছিল? অ’ মনত পৰিছে ৰবা। ৱাৰ্ড নং চিক্স।”

বৰুৱা বৈ গৈছিল। মই সেইখন পঢ়া নাই। বৰুৱাই সেই কিতাপখনৰ উল্লেখ কিয় কৰিছিল বুজি নাপালোঁ। সুধিবলৈ বেয়া লাগিল।

“বন্দীশাল আৰু পগলা ফাটেকবোৰ পুৰাবলৈ আমাক কিছুমান মানুহ লাগে। কোনে জানে ডাক্তৰ: যিখন চিকিৎসালয়ত তুমি আজি চিকিৎসক হৈ আছা সেইখন চিকিৎসালয়তে কাইলৈ তুমি চিকিৎসাধীন হৈ নাথাকিবা?”

কথাষাৰ সঁচা। মই একো উত্তৰ দিব নোৱাৰিলোঁ।

এটা হুমুনিয়াহ কাঢ়ি বৰুৱাই তেখেতৰ ঘৰৰ কথাবোৰ কৈ গৈছিল। ঘৰত কোন কোন আছে। কোনে কি কৰে ইত্যাদি।

মোৰ সন্দেহ হৈছিল: বৰুৱা জানো সঁচাকৈয়ে উন্মাদ। নিজৰ গাত নিজে বেজী দিয়া কথাটো জানো সঁচা? এই বিষয়ে মই পৰীক্ষা কৰি চোৱা নাই। বৰুৱাক উন্মাদ বুলি প্ৰমাণ কৰিবলৈ কোনোবা ব্যৱসায় প্ৰতিদ্বন্দ্বী চিকিৎসকৰ ইয়াত যে কোনো ষড়যন্ত্ৰ নাই কোনে ক’ব?

**ধ্ৰুৱজ্যোতি ছুৱৰাৰ ব্যক্তিগত ফাইলটোত যতনাই ৰখা কাগজৰ টুকুৰাবোৰ পঢ়িছিলোঁ। আটাইবোৰ লেখাতে বোলছবিৰ কথা।**

অভিনেতা-অভিনেত্ৰীৰ নাম। দেশী-বিদেশী বহুতো ছবিৰ সানমিহলি বা বাতৰি। কিছুমান সঙ্গতিবিহীন ৰচনা। হলিউদৰ সমালোচনা আৰু প্ৰশংসা। চৰকাৰৰ প্ৰতি বিদ্বেষ। বাইজৰ প্ৰতি আক্ৰোশ। যশস্বী শিল্পীসকলৰ প্ৰতি শ্ৰদ্ধা। তাৰ বাহিৰে একো নাই।

ধ্ৰুৱজ্যোতি ভুৰবাৰ মুখতো সদায় সেই একেবোৰেই কথা। লেখা আৰু কোৱাৰ মাজত অকণো প্ৰভেদ নাই। সেই লেখাবোৰ পঢ়ি কোনোবা অভিনেত্ৰীৰ প্ৰতি ধ্ৰুৱজ্যোতি ভুৰবাৰ বিশেষ আকৰ্ষণ অথবা দুৰ্ব্বলতা আছিল বুলি মোৰ অনুমান নহ'ল। জন্মৰ ইতিবৃত্ত সম্পৰ্কে মই কল্পনা কৰাৰ দৰে লেখাবোৰত কোনো গোন্ধ নাপালোঁ।

ধ্ৰুৱৰ জন্মৰ কথা উল্লেখ কৰোঁতে মিছেছ্ ভুৰবা তেন্তে তেনেদৰে শেঁতা পৰি গৈছিল কিয়? বিবৰ্ণ হৈ পৰাৰ অৰ্থ কি? ভাবিছিলোঁ: ধ্ৰুৱৰ কিবা এটা জন্মৰহস্য আছে। মিছেছ্ মমতা ভুৰবাই সেই কথা জানে। কিন্তু ধ্ৰুৱই নাজানে। একো ভূ-নাপায়। বেচৰা। আজিও সি মাকজনীকে সঁচা বুলি ভাবি আছে। মাকৰ চৰিত্ৰ সম্পৰ্কে এবাৰো সন্দেহ কৰা নাই।......

যুতিমালা বুলি ভবা গাভৰুজনীয়ে একো লিখা নাছিল। কোনো লেখা আমি সংগ্ৰহ কৰিব নোৱাৰিলোঁ। লিখাৰ সজুলিবোৰ পৰীক্ষা কৰি বুজিছিলোঁ: আমি দিয়া এখিলা কাগজো অপব্যয় কৰা নাই। যেনেদৰে থৈছিলোঁ তেনেদৰেই আছে। কাগজ কলমৰ লগত তাইৰ যেন কোনো সম্পৰ্কই নাই।

মই চিনি পোৱা যুতিমালাজনীও আছিল নিৰক্ষৰা।

এই গাভৰুজনীও নিশ্চয় নিৰক্ষৰা। নহ'লে ইমান দিনে তাই কিবা নহয় কিবা এটা নিশ্চয় লিখিলেহেঁতেন। আঁকিলেহেঁতেন। যেনেদৰে ধ্ৰুৱই আঁকিছিল মঞ্চ। কেমেৰা। বিভিন্ন দৃশ্যপটৰ ৰেখা-চিত্ৰ।

**কাগজ কলম চুবলৈ টান পোৱা এই গাভৰুজনীয়েই তেন্তে মই চিনি পোৱা সেইজনী যুতিমালা-নেকি?**

নীহাৰভানু দত্ত। গাভৰুতলী চাহ বাগিছাৰ প্ৰ'প্ৰাইটৰ শিৱভানু দত্তৰ একমাত্ৰ ল'ৰা। নীহাৰভানুৰ লেখাবোৰ পঢ়িছিলোঁ। এই লেখাবোৰৰ পৰা যেন পৃথিবীৰ কোনো কথাই সৰকি যোৱা নাছিল। বিভিন্ন বিষয়। বিভিন্ন লেখা। বুজিছিলোঃ সেইবোৰ নীহাৰভানুৱে ইচ্ছা কৰিয়েই লিখিছে। নীহাৰভানুৱে হয়তো বুজিছিলঃ কাগজ কলম যোগোৱাৰ উদ্দেশ্যটো কি? নহ'লে ইমানবোৰ বাৰে বাঙ্কৰা কথা নীহাৰে কেতিয়াও নিলিখে। লিখিব নোৱাৰে। নীহাৰৰ লিখাবোৰ যে এজন সুস্থ মানুহৰ লেখা সেই বিষয়ে মই নিঃসন্দেহ। চিকিৎসকসকলক প্ৰতাৰণা কৰিবলৈ নীহাৰভানুৱে লিখিছিল জনা-নজনা, শুদ্ধ-অশুদ্ধ বহুত কথা। পৃথিবীৰ বিভিন্ন বিষয়ৰ বিভিন্ন কথা। কিন্তু সেই লেখাবোৰে প্ৰতাৰণা কৰিলে। চিকিৎসকসকলক নহয়। নীহাৰভানুক। নীহাৰভানুৱে যে আমাৰ উদ্দেশ্য নিষ্ফল কৰিবলৈ সেইবোৰ লিখিছিল লেখাবোৰ পঢ়ি মই বুজিছিলোঁ। কিন্তু সেই লিখাবোৰৰ মাজেদিয়ে যে নীহাৰভানু ধৰা পৰি যাব সেই কথা নীহাৰে হয়তো সপোনতো ভবা নাছিল। সেই লেখাবোৰৰ মাজৰ পৰা এটা শব্দ মাথোন মই বুটলি লৈছিলোঁ। সেই একমাত্ৰ শব্দটোতে মোৰ চকু স্থিৰ হৈ ৰৈছিল ঃ ছিয়েম। প্ৰায়বোৰ লেখাতে আছিল সেই এটা শব্দ।

ছিয়েম শব্দটো লৈ মই মহা বিপাণ্ডত পৰিছিলোঁ। ছিয়েম মানে কি? কি শব্দ? কোন ভাষাৰ শব্দ? বহুতকে সুধিছিলোঁঃ ছিয়েম শব্দৰ অৰ্থ কি? কিন্তু কোনোৱেও ক'ব নোৱাৰিলে। অশেষ কষ্টেৰে কেবাটাও ভাষাৰ অভিধান যোগাৰ কৰি পাতবোৰ লুটিয়াইছিলোঁ। ৰুছ, জাৰ্মান, ৰোমান, গ্ৰীক। কিন্তু লাভ একো নহ'ল। পাত লুটিওৱাই মাথোন সাৰ হ'ল।

সেইটো হয়তো কোনো ভাষাৰ শব্দই নহয়। অৰ্থহীন আখৰ জোঁটনি। শেষলৈ মই সেই নিৰৰ্থক আখৰ জোঁটনিটোৰ বিষয়ে নাভাবোঁ বুলিয়েই সিদ্ধান্ত লৈছিলোঁ।

ভাগ্য বোধহয় মোৰ সুপ্ৰসন্ন আছিল।

চিঠি এখন পাইছিলোঁ। তাহানি কলেজত একেলগে পঢ়া দেৱাঙ্কুৰে লিখিছিল। "......কাগজত তোৰ খবৰটো পালোঁ কেতিয়াবাই। লিখিম লিখিম বুলি ভাবি থাকোঁতেই কেবামাহো পাৰ হৈ গ'ল। অফিচত ওৰে দিনটো কলম পিহি অহাৰ পিচত চিঠি লিখাৰ ধৈৰ্য্যই নাথাকে। পলমকৈ হলেও কৃতকাৰ্য্যতাৰ বাবে তোলৈ মোৰ শুভেচ্ছা ৰ'ল।

আমাৰ জীৱনত একো নহ'ল। নহ'বও। তোৰ কিবা এটা উন্নতি হলেও কেতিয়াবা আনৰ আগত কৈ গৌৰৱ কৰিব পাৰিম··· ।"

তাৰ পিচত আৰু এসোপামান কথা। তাৰ নিজা। সি কি কৰে। ক'ত থাকে? কেনেকৈ চলে ইত্যাদি। সেই বকলাৰ পিচত সি যিখিনি কথা লিখিছিল সেয়া যেন তাৰ চিঠিৰ কথা নাছিল। চিঠিৰ ভাষা নহয়। নীহাৰভানুৰ অতীত জীৱনৰ এখন উজ্বল ছবি। বলিয়া নীহাৰভানুৰ জীৱন আলেখ্য।

"···এটা কথা নহয় পলাশ, তহঁতৰ চিকিৎসালয়ত বলিয়া এজন আছে। তই লগ পাইছ নে নাই জানো? কি চিকিৎসা কৰিছ বাৰু? ·খুউব বেতাবি। এদিনতে ভাল হৈ যাব। নামটো কি জান? নীহাৰভানু দত্ত। আমাৰ লক্ষীমপুৰৰে ল'ৰা। এয়া পাপৰ পৰিণাম। এশ গৰু মাৰিলে বাঘৰো মৃত্যু হয়। সঁচা কথা।···"

চিঠিখন পঢ়িয়েই দেৱাঙ্কুৰলৈ লিখিছিলোঁ: তুই এযাৰ ব্যক্তিগত কথা। তাৰ খা-খবৰ। তাৰ পিচত নীহাৰভানুৰ বিষয়ে এশ এবুৰি প্ৰশ্ন। নীহাৰভানুক কিয় বেতাব লাগে? নীহাৰভানুৰ বিষয়ে সি কি জানে? শেষত লিখিছিলোঁ: আমাৰ চিকিৎসকসকলৰ কি ধাৰণা জান? নীহাৰভানু বলিয়া নহয়। বলিয়ালি এটা অভিনয়। সেই কাৰণেই নীহাৰভানুৰ অতীত জীৱনৰ বিষয়ে জনা আমাৰ বিশেষ প্ৰয়োজন। নীহাৰৰ জীৱনৰ সঁচা খবৰখিনি পাৰ যদি জনাবি।

কেইদিনমান পিচতে চিঠি এখন পাইছিলোঁ। দেৱাঙ্কুৰে লিখিছিল। অফিচত ওৰে দিন কলম পিহি অহাৰ পিচত ইমানবোৰ কথা জনাই চিঠি লিখাৰ ধৈৰ্য্য দেৱাঙ্কুৰে ক'ত পাইছিল কব

নোৱাৰোঁ। চিঠিখনৰ প্ৰতিটো শব্দত নীহাৰভানুৰ প্ৰতি আক্ৰোশ। বিদ্বেষৰ উত্তপ্ত আগ্নেয় লাভা। সেই লাভা দেৱাঙ্কুৰৰ অন্তৰৰ।

"...পাপ কেতিয়াও লুকাই নাথাকে পলাশ। গাঁৱৰ জীয়ৰী বোৱাৰীবোৰৰ সৰ্ব্বনাশ কৰি নীহাৰে ভাবিছিল: টকাই মানুহৰ জীৱনৰ সকলো। টকা হ'লে পৃথিবী জয় কৰিব পাৰি। কিন্তু জীয়ৰী বোৱাৰীবোৰৰ চকুৰ পানীৰ দাম সি দিবই লাগিব। প্ৰায়শ্চিত্ত কৰিবই লাগিব।

গাঁৱৰ প্ৰত্যেকৰ ঘৰে ঘৰে নীহাৰে জুই জ্বলাইছিল। পূজাৰ বন্ধত ঘৰলৈ যাওঁতে শুনিছিলোঁ। সেইখন গাঁৱতে জন্মি ডাঙৰ-দীঘল হৈ আহিছোঁ। সেইখন গাঁৱৰ কথা মই জানো। গাওঁখনক মই ভালপাওঁ। জীয়ৰী-বোৱাৰীবোৰক নিজৰ বাই-ভনীৰ দৰে সম্মান কৰোঁ। মৰম কৰোঁ। বুইছ পলাশ, নীহাৰে যি জুই জ্বলাইছিল সেই জুইত নীহাৰ আজি নিজে জাঁহ যাব লাগিব। ভগৱানে ইমান পাপ কেতিয়াও সহ্য নকৰে। গাভৰুতলীৰ প্ৰায়বোৰ গাভৰু আৰু যুৱতী নাৰীৰ দেহৰ শুচিতাত পঙ্কিলতা সনাৰ এয়া প্ৰতিশোধ। নীহাৰৰ টকা নাই। দেউতাকৰ আছে। টকাই মানুহৰ হাতলৈ কঢ়িয়াই আনে ক্ষমতা। সেই ক্ষমতাৰ অপব্যৱহাৰ মানুহে সহ্য কৰিব পাৰে। কিন্তু ভগৱানে নকৰে।

অকল গাভৰুতলীতে নহয়। গাভৰুতলী চাহ বাগিছাৰ যৌৱন-চঞ্চলা বনুৱা মাইকী আৰু গাভৰু ছোৱালীয়েও নীহাৰৰ কামনাৰ জুইত জাঁহ দিছিল। জাঁহ দিছিল নহয়। দিয়াবলৈ বাধ্য কৰাইছিল। নীহাৰৰ দেউতাক সিহঁতৰ অন্নদাতা। সেই কাৰণেই হেজাৰ অত্যাচাৰ নীৰৱে সহ্য কৰিছিল সেইজাক বনুৱা গাভৰুৱে। যুৱতী নাৰীয়ে। মৌন হৈ ক্ষমা কৰিছিল সেইজাক গাভৰুৰ পিতৃয়ে। যুৱতী নাৰীৰ স্বামীয়ে। চকুত অগ্নি, বুকুত অসহ্য বিষ। তথাপি সিহঁতে এষাৰ মাত মাতিব নোৱাৰিলে।

গাভৰুতলীৰ আন এজনী গাভৰু। চেনীতৰা। গাঁৱৰ জীয়ৰী চেনীতৰা বিধৱা মাকজনীৰ একমাত্ৰ ছোৱালী। পানীত হাঁহ

নচৰা অৱস্থা। কটনা কাটি সংসাৰ চলায়। খোজত শেৱালি সৰা চেনীতৰাৰ হাঁহিত পদুম ফুলে। হাঁহিৰ ঢৌৱে গোলাপৰ পাহি চটিয়ায়। সেইজনী চেনীতৰাৰ এদিন বিয়াৰ বন্দোবস্ত হ'ল। কিন্তু মাকৰ সামৰ্থ ক'ত? এজনী গাভৰু ছোৱালী উলিয়াই দিবলৈ কিমান টান তয়ো বুজ। বিশেষকৈ আজিৰ এনে এটা অৰ্থ-সঙ্কটৰ দিনত। দ'ৰা ঘৰীয়াক কাবৌ-কোকালি কৰি মাকে এবছৰৰ সময় ললে। পাৰিলে অলপ পা-পইচা জোটাব। ইটো সিটো যোগাৰ কৰিব। চেনীতৰাৰ মাকে মাজ নিশালৈকে তাঁতৰ মাকো মাৰে। ৰাতি পুৱাওঁ নৌ পুৱাওঁতেই শোৱা পাটী এৰি তাঁতৰ শালত বহে। এসাজ খাই এসাজ নাখাই খনীয়া কাপোৰ বয়। এটা দুটাকৈ পইচা সাঁচে। সঞ্চিত পইচাখিনি লেখে আৰু ভাৱেঃ কাণৰ থুৰীয়াযোৰ হ'ব নে বাৰু? আৰু ৰূপ একুৰিমান লাগিব হবলা। এড়ি চাদৰখন বিকিলে কিমান ৰূপ পাম বাৰু?

চেনীতৰাৰ মাকে চেনীতৰাৰ বিয়াৰ খৰচ এনেকৈয়ে গোটায়। মাকৰ মনত গাখীৰ-পানীৰ চিন্তা। ৰাইজক এসাজ মুখুৱালে জানো হ'ব?

বাগদত্তা চেনীতৰাক আঙঠি পিন্ধোৱাৰ তিনিমাহ পিচত। কলেজৰ বন্ধত নীহাৰ গাৱঁলৈ গৈছিল। ৰূপহী চেনীতৰাৰ ৰূপে নীহাৰক বলিয়া কৰি তুলিলে। নীহাৰ বলিয়া হৈ পৰিল। ৰূপত। কামনাত। চেনীতৰাক আপোনকৈ পোৱাৰ আশাত নহয়। উপভোগ কৰাৰ আকাঙ্ক্ষাত।

এটা ক্ষুধাতুৰ বাঘ; আৰু কোমল ঘঁাহনিত মন ডুবি থকা এজনী আজলী হৰিণী। নীহাৰ আৰু চেনীতৰা। ডিঙি চেপি ধৰা বাঘে জানো কেতিয়াবা হৰিণীৰ কথা ভাবে? চেনীতৰাবো সেয়ে হ'ল। ধৰ্ষিতা চেনীতৰাৰ আৰু চেনীতৰাৰ মাকৰ কান্দোনত গাভৰুতলী সাৰ পাই উঠিল। গছৰ পাত সৰিল। কিন্তু গাভৰুতলীৰ ৰাইজৰ জানো সাহস আছে? নীহাৰে কাৰো ওচৰত কৈফিয়ৎ দিবলগীয়া নহ'ল। তাৰ পিচত এদিন নীহাৰে গাওঁ এৰি চহৰ পালেহি। কিন্তু নীহাৰৰ

সেই নিশাৰ কু-কীৰ্ত্তিৰ স্মৃতি বৈ গ'ল গাভৰুতলীৰ বুকুত। স্বাক্ষৰ বৈ গ'ল চেনীতৰাৰ গৰ্ভকোষত।

কুমাৰী মাতৃ চেনীতৰাই উচুপিলে। চকুপানী টুকিলে। নিষ্ফল জীৱনৰ বেদনাত। মাকে অভিশাপ দিলে। ভগৱানৰ ওচৰত মৌন অভিশাপ। কলঙ্কিতা চেনীতৰা আৰু চেনীতৰাৰ মাক সমাজৰ পৰা আঁতৰি আহিল। আঁতৰাই খেদি পঠিয়ালে সমাজে। এঘৰীয়া সৰু সংসাৰখনলৈ আহিল আৰু এটা তৃতীয় প্ৰাণী। দেৱতাৰ দৰে উদাৰ এখন কণমানি অন্তৰ। ফুলৰ পাহিৰ দৰে নিষ্পাপ এটি প্ৰাণী। ওঠত পলাশ ফুলোৱা হাঁহি। সমাজৰ ঘৃণিতা চেনীতৰাক ঘৃণা কৰিব নোৱাৰিলে নতুন দিনৰ সঁহাৰি লৈ অহা এটা জীৱনে। যিখন গাঁৱৰ ৰাইজে চেনীতৰা আৰু চেনীতৰাৰ মাকক এঘৰীয়াকৈ থলে সেইখন গাভৰুতলী গাঁৱৰ ৰাইজেই এদিন ভোজ ভাত খাই নীহাৰক আশীৰ্ব্বাদ দিলেঃ দীৰ্ঘায়ু হওক। বিশ্ববিদ্যালয়ৰ পৰীক্ষাত উত্তীৰ্ণ হওক। গাঁৱৰ মুখ উজ্বল কৰক।

নিম্ন স্নাতকোত্তৰ পৰীক্ষাৰ আগে আগে নীহাৰৰ দেউতাকে আয়োজন কৰা ভোজলৈ অহা এয়া গঞা ৰাইজৰ আশীৰ্ব্বাদ। চতুৰ দেউতাকে জানেঃ ৰাইজে কি বিচাৰে? ৰাইজক কি লাগে? ৰাইজৰ মুখ বন্ধ কৰিবলৈ নীহাৰৰ দেউতাকৰ হাতত আছে ৰূপৰ মোনা। মূৰত চয়তানৰ বুদ্ধি। গাঁৱৰ আটাইবোৰ ৰাইজে ভোজ ভাত খালে। হাঁহিলে। আৰু সেই হাঁহিৰ প্ৰতিধ্বনিত থকা সৰকা হ'ল দুখনি নাৰী হৃদয়। আটাইবোৰে হাঁহিলে। কান্দিলে মাথোঁন দুজনী নাৰীয়ে। চেনীতৰা আৰু চেনীতৰাৰ মাকে।

কিন্তু চেনীতৰাৰ মাকৰ অভিশাপ ভগৱানৰ কাণত পৰিছিল।

নীহাৰ বলিয়া হ'ল। সিও এটা কাহিনী।

খাছীয়া গাভৰু আৰ্জেন্ট। আৰ্জেন্টৰ যিমান ৰূপ তাতকৈ বেছি আছিল তাইৰ যৌৱনৰ অহঙ্কাৰ আৰু ধনৰ ভেম। নীহাৰৰ চাতুৰিত আৰ্জেন্ট ভোল গ'ল। আৰ্জেন্ট ছিয়েমৰ ছোৱালী। ছিয়েম

মানে খাছীয়া ৰজা। আমি তেনেদৰেই জানোঁ। আচলতে ৰজা হয় নে নহয় নাজানোঁ। ৰজা নহ'লেও সমাজত ছিয়েমৰ প্ৰতিপত্তি আছে। ৰাইজে সন্মান কৰে। খাছীয়া পাহাৰৰ ছিয়েম আৰু বঙ্গৰ জমিদাৰ সম পৰ্য্যায়ৰ ক্ষমতা সম্পন্ন ব্যক্তি। সেইজন ছিয়েমৰ কন্যা আৰ্জেণ্টৰ শিৰাত আভিজাত্যৰ তেজ।

নীহাৰে আৰ্জেণ্টক ভাল পাইছিল নে নাই নাজানোঁ। কিন্তু আৰ্জেণ্টৰ কোমল দেহটো হ'লে ভাল পাইছিল ; জানোঁ। আৰ্জেণ্টৰ লগত নীহাৰক ঘূৰি ফুৰা দেখোঁ। পুৱা গধূলি সদায়। তেনেদৰে ছমাহমানেই পৰা হৈ গৈছিল হবলা।

এদিন ৰাতিপুৱা অফিচলৈ গৈ শুনিলোঁ ঃ আৰ্জেণ্ট ঢুকাল। আচল ঘটনাটো কি হৈছিল নাজানোঁ। শ্বিলঙৰ প্ৰত্যেকটো অফিচেই একো একোটা সৰু সুৰা বাতৰি যোগান কেন্দ্ৰ। ইন্‌ফৰমেশ্যন বুৰো। বুৰোৰ সভ্যসকলৰ মুখত শুনিছিলোঁ ঃ আৰ্জেণ্টৰ বুকুত পিষ্টলৰ গুলী। মৃত আৰ্জেণ্টৰ ওচৰতে পৰি আছে নীহাৰ। অবচেতন নীহাৰৰ মূৰত গুলীৰ আঁচোৰ। কাণৰ ওপৰৰ কিছু অংশৰ ছাল আৰু চুলি উফৰি গৈছে।

নীহাৰ আৰু আৰ্জেণ্টক হাস্পাতাললৈ অনা হ'ল। আৰ্জেণ্টক শুৱাই দিলে মৰণোত্তৰ পৰীক্ষাৰ কাৰণে সাজুকৈ ৰখা টেবুলৰ ওপৰত, আৰু নীহাৰক শুৱাই দিলে অপাৰেশ্যন থিয়েটাৰত। এজনৰ মৃত্যুৰ হাতৰ পৰা জীৱন উদ্ধাৰ আৰু আনজনৰ মৃত্যুৰ আৱৰণ উন্মোচন। দুটা বিপৰীতমুখী পৰীক্ষা। হাস্পাতালৰ ভিতৰত চিকিৎসক আৰু নাৰ্চৰ ব্যস্ততা। বাহিৰত উন্মত্ত জনতা। হাতত তীৰ ধনু। ডেকা-চামৰ হাতত গলফ্ আৰু হকি ষ্টিক্। ছিয়েমৰ হাতত গুলী ভৰোৱা পিস্তল।

অৱশেষত পৰিস্থিতি এদিন শান্ত হ'ল। ডাক্তৰে ঘোষণা কৰিলে ঃ নীহাৰৰ মূৰৰ বিকৃতি ঘটিছে। ঘোষণাটো যে মিছা আমি বুজিছিলোঁ। এয়া ষড়যন্ত্ৰ। নীহাৰৰ দেউতাক আৰু ডাক্তৰৰ। নিৰুপায় ছিয়েমে ডাক্তৰকে বিশ্বাস কৰিলে। কিন্তু প্ৰতিশোধ উন্মত্ত ছিয়েম তেতিয়াও

শান্ত হোৱা নাছিল। তেজৰ সলনি তেজ। মৃত্যুৰ সলনি মৃত্যু। অৱশেষত মানুহৰ বুজনিত ছিয়েমে পিস্তল সামৰি বিচাৰালয়ৰ শৰণাপন্ন হ'ল। কিন্তু এনে অৱস্থাত বিচাৰ অচল। নীহাৰ উন্মাদ। ৱান চাইডেড্ কেচ। এক পক্ষীয় গোচৰ। বাদী বিবাদীৰ জবান-বন্দী, যুক্তি-তৰ্ক, পৰীক্ষা-নিৰীক্ষাৰে ৰায় দিয়াৰ সুবিধা নাই। বিচাৰ স্থগিত হৈ ৰ'ল। স্থগিত হৈ আছে। আৰু নীহাৰ হ'লগৈ তহঁতৰ আলহী। আজিও আলহী হৈয়ে আছে। কিন্তু নীহাৰক জানো তহঁতে সুস্থ কৰিব পাৰিবি? টোপনি যোৱা মানুহক জগাব পাৰি। কিন্তু টোপনি যোৱাৰ অভিনয় কৰি চকু মুদি শুই থকা মানুহক জগাব নোৱাৰি।..."

তাৰ পিচতো দেৱাঙ্কুৰে কিবা কিবি এসোপামান লিখিছিল। নীহাৰৰ প্ৰতি আমি কি ব্যৱস্থা লোৱা উচিত (?) কেনে চিকিৎসা লোৱা কৰ্ত্তব্য। ইত্যাদি।

চিঠিখন এবাৰ এবাৰকৈ তুবাৰ পঢ়ি সামৰি থলোঁ।

অৰ্থ বিচাৰি হাবাথুৰি খোৱা 'ছিয়েম' শব্দটোতে তেন্তে লুকাই আছিল নীহাৰৰ বলিয়ালিৰ কাৰণ? অৰ্থহীন আখৰ জোঁটনি বুলি ভবা ছিয়েম শব্দটোৰ সঁচাকৈয়ে তেন্তে অৰ্থ আছে? দেৱাঙ্কুৰ! তোক ধন্যবাদ। তোৰ অপ্ৰত্যাশিত চিঠিখনৰ বাবে মই তোৰ ওচৰত কৃতজ্ঞ।

প্ৰতাৰক এজনক এনেদৰে সহায় কৰা বাবে নিজকে বৰ অপৰাধী অপৰাধী যেন লাগিল। কাৰোবাৰ ওপৰত খং উঠিল। সেই খং চিকিৎসক নে চিকিৎসা-বিজ্ঞানৰ ওপৰত মই নিজেই নাজানোঁ।

নীহাৰৰ ওচৰলৈ গৈছিলোঁ।

"ইউ ব্লাডি! হোৱাট (ডু) ইউ ৱাণ্ট হিয়াৰ? ন' ন' ইউ আৰ মাই ফ্ৰেণ্ড। বেষ্ট ফ্ৰেণ্ড। কমৰেড। মাই ব্ৰাদাৰ।"

মোক দেখিয়েই নীহাৰে চিঞৰি উঠিছিল। তাৰ পিচত ফেঁকুৰি ফেঁকুৰি কান্দিছিল।

বলিয়ালিৰ ধুনীয়া অভিনয়। জ্বলন্ত হোমাগ্নিত ঘৃতাহুতি দিয়াৰ

লগে লগে জ্বলি উঠা জুই একুৰা জ্বলিছিল। মূৰত। খঙত ময়ো চিঞৰি দিলোঁ।

"মিঃ দত্ত। অভিনয় বন্ধ কৰিব নে শ্বেললৈ যাব?"

"হোৱাই? হোৱাটচ্ দেট?"

"আপোনাৰ মূৰৰ বিকৃতিয়ে চৰম সীমা পাইছে গৈ।"

"দেট মিনচ্—ইউ ৱাণ্ট টু চে: আই এম ম্যাড? এ ম্যাড মেন? হাঃ হাঃ।"

ননচেঞ্চ। মুখৰ ভিতৰতে ভোৰ-ভোৰালোঁ। ফুটাই চিঞৰিলোঁ: ৰামজনম।

"হুজুৰ।"

"এইজনক হাতে ভৰিয়ে বান্ধ। পাখৰী বেতেৰে বেতা।"

খঙৰ ভমকত কৈছিলোঁ। বিহাৰী ৰামজনমে অসমীয়াতে কোৱা মোৰ কথাৰ অৰ্থ কি বুজিছিল কব নোৱাৰোঁ। নীহাৰে যেন ভয় খাইছিল।

"চাওক দত্ত, আপুনি অভিনয় এৰিব নে নিজৰ সৰ্ব্বনাশ নিজে মাতি আনিব?"

"মাই ৰুইন? ইউ ৱাণ্ট টু চে···।"

"শ্বাট আপ্। ভদ্ৰলোকৰ ল'ৰা হৈ ইমান তললৈ নামিবলৈ আপোনাৰ অকণো লাজ নেলাগিল নে? ভাবিছে: আপোনাৰ বিষয়ে মই একো নাজানোঁ! অভিনয় বন্ধ নকৰিলে বিচাৰৰ বাবে আপোনাক পঠিয়াই দিম। ছিযেম আৰু আদালতলৈ সকলো কথা লিখিম। বিচাৰকে আপোনাৰ ভুৱা বলিয়ালিক বিশ্বাস নকৰে। বিশ্বাস কৰিব মোৰ প্ৰতিবেদন।"

চমকনিত নীহাৰ শান্ত হৈ পৰিছিল। মৌন হৈ মোলৈ চাইছিল। বিস্ফাৰিত দৃষ্টিত বিস্ময় আৰু শঙ্কাৰ ভাৱ। চকুমুখত কাঁচী কাঠত থিয় হোৱা অপৰাধীৰ শেঁতা ৰং।

"কুমাৰী আৰ্জেণ্টৰ হত্যাকাৰী বুলি আপোনাক প্ৰমাণ কৰাৰ ইচ্ছা মোৰ নাই। কিন্তু···।"

কোৱা শেষ নৌহওঁতেই নীহাৰ দত্তই মোৰ দুয়ো হাতত খামোছ মাৰি ধৰিছিল। কৈছিল ঃ আপুনি মোক কাঁচী কাঠত নোলোমাব মিঃ বৰুৱা। মোৰ সৰ্ব্বনাশ নকৰিব। মোৰে শপত।"

"এটা চৰ্ত্তত মই আপোনাক ৰক্ষা কৰিব পাৰোঁ।" মোৰ মাতত দৃঢ়তা। আদেশৰ সুৰ।

"সকলো চৰ্ত্তই মই আপোনাৰ মানি লম। তথাপি, তথাপি আপুনি···।"

"ধন্যবাদ। চেনীতৰালৈ আপোনাৰ মনত পৰে?"

মোৰ প্ৰশ্নটো শুনি দত্ত থতমত খাই গৈছিল। আসৈ মাতিব নে সঁচা কব হয়তো সেই কথাকে ভাবিছিল।

"প্ৰশ্নৰ উত্তৰ দিয়ক।"

"আপুনি কি কব খুজিছে কওকচোন।"

"আগেয়ে কওক ঃ চেনীতৰাক আপুনি কেনেদৰে চিনি পায়? গাভৰুতলীৰ চেনীতৰা? আপোনালোকৰ গাৱঁৰ ৰূপহী গাভৰু।"

দত্ত নিমাত হৈ ৰ'ল। মোৰ কথাৰ উত্তৰ দিয়াৰ সাহস নহ'ল।

"গাভৰুতলী চাহ বাগিছাৰ বনুৱা গাভৰু আৰু যুৱতী মাইকী-বোৰৰ কথা মই সোধা নাই। বাগ্‌দত্তা চেনীতৰাৰ কথা সুধিছোঁ। ৰাইজক ভোজ ভাত খুৱাই এঘৰীয়া কৰা চেনীতৰাৰ জীৱনৰ বাবে দায়ী কোন? আপুনি তাইক চিনি পায়?"

কিবা এটা ভাবি কওঁ নকওঁকৈ দত্তই উত্তৰ দিছিল ঃ পাওঁ।

"চেনীতৰাৰ বিয়াখন নহ'ল কিয়? ফাঁকি দিয়াৰ যত্ন নকৰিব। সঁচা কথা কওক।"

"সকলো কথাইতো আপুনি জানে বৰুৱা।"

"চেনীতৰাৰ বিষয়ে আপুনি কি ভাবিছে? চেনীতৰাৰ কোলাৰ কেচুৱাটোৰ কথা?"

"মই একো ভৱা নাই।"

"চেনীতৰা আৰু কেচুৱাটোৰ প্ৰতি জানো আপোনাৰ কৰণীয় একো নাই?"

দত্ত ক্ষন্তেকৰ বাবে নিৰুত্তৰ হৈ ৰ'ল। কি উত্তৰ দিব হয়তো ভাবিলে। দেৱাঙ্কুৰলৈ মোৰ মনত পৰিল। সি লিখা কথাবোৰ প্ৰত্যেকটোৱে সঁচা বুলি প্ৰমাণ হোৱাত মোৰ বুকু ফিন্দ্ খাই উঠিল।

"আপুনি যি কয় মই তাকে কৰিম। কওক: মই কি কৰা উচিত?"

"তাইক বিয়া কৰোৱাত আপোনাৰ আপত্তি কি? বহুত গাভৰুৰেই জীৱন ধ্বংস কৰিলে। এজনীক অন্ততঃ জীৱনৰ আশ্বাস দিয়ক।"

"বিয়া?"

দত্ত উচাপ্ খাই উঠিল। এটা অসম্ভাব্য আচৰিত কথাহে যেন মই কৈছিলোঁ।

"আপুনি তাইক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দিয়ক।"

"বিয়া? কিন্তু···।"

"কোনো কিন্তু নাই। যিখন বিয়া এদিন ভাঙি দিছিল সেই ভঙা বিয়াখন আপুনিয়েই পাতিব লাগিব।"

"মা-দেউতা। মানে···তদুপৰি···।"

"চেৰ্ন তৰাৰ সৰ্ব্বনাশ কৰাৰ সময়ত যদি আপোনাৰ মাক-দেউতাকে অনুমতি দিব পাৰে, তেন্তে বিয়া কৰোৱাৰ সময়ত নিদিব কিয়?"

"কিন্তু মই জানো ধৰা পৰি নাযাম? মই যে সুস্থ।"

"তেনেহলে ওৰে জীৱন আপুনি এনেদৰে উন্মাদৰ অভিনয় কৰিয়েই কটাব খুজিছে নেকি?"

"তাৰ বাহিৰে আন উপায় জানো আছে? মোৰ মৃত্যু যে সুনিশ্চিত। ফাঁচী কাঠত ডিঙি আগুৱাই দিয়াতকৈ অভিনয় বহুত গুণে শ্ৰেয়।"

"তথাপি আপুনি জীয়াই থাকিব খোজে? জীৱনৰ প্ৰতি ইমান মমতা? মোহ?"

"জীৱনৰ প্ৰতি কাৰ মোহ নাই? জানি বুজি কোনোৱেও মৃত্যুক বৰণ কৰিব নোখোজে।"

"তেন্তে আৰ্জেণ্টক হত্যা কৰিলে কিয়? তাইৰ জানো জীৱনৰ প্ৰতি মমতা নাছিল? মমতা নাই চেন তৰাৰ? চেনীতৰা এনেদৰে লাঞ্ছিতা বঞ্চিতা হৈ জীয়াই থকাতকৈ মৃত্যু তাইৰ কাৰণে বহুগুণে শ্ৰেয়।"

বেৰত জেঠী দুটাই কাজিয়া কৰিছিল। নাহাৰে উদ্দেশ্য বিহীন দৃষ্টিৰে চাই পঠিয়ালে।

"চেনীতৰাক বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দিয়ক। বাকী ব্যৱস্থা মই কৰিম।"

"মই বুজা নাই। বিয়া হয়তো মই কৰাব পাৰিম। কিন্তু সেই বিয়াই মাতি আনিব মোৰ মৃত্যু।"

"সেই দায়িত্ব মোৰ। আপোনাৰ নহয়।"

"মোক কেইদিনমানৰ সময় দিয়ক। দেউতালৈ লিখিব লাগিব।"

"সময় আপুনি নিশ্চয় পাব। মই কোৱা নাই যে আজিয়েই আপুনি চেনীতৰাক বিয়া কৰাব লাগিব। আৰু এটা কথা...।"

কথাষাৰ মই শেষকৈ কব নোৱাৰিলোঁ। কোৱাটো উচিত হব নে নহয় এবাৰ ভাবি ললোঁ। যদি সেয়ে মোৰ জীৱনলৈ মাতি আনে দুৰ্যোগ?

"আপুনি কি কব খুজিছিল? কওক।"

"দহ হেজাৰ টকাৰ বেঙ্ক ড্ৰাফট্ এখন চেনীতৰাৰ নামত দিয়াৰ বাবে আপুনি দেউতাকলৈ লিখক। বিয়াৰ পিচত সেই টকা আপোনাক পুনৰ ওভতাই দিয়া হ'ব।"

"মোক বিশ্বাস কৰিবলৈ আপুনি টান পাইছে নিশ্চয়। চেনীতৰাৰ ভৰণ-পোষণৰ দায়িত্ব...।"

"বিশ্বাস কৰাটো মোৰ বাবে মূৰ্খামি নহ'ব জানো? অ' এটা কথা। বেঙ্ক ড্ৰাফট্ নহয়। চেনীতৰা অথবা চেনীতৰাৰ মাকক বেঙ্ক-

ড্ৰাফটত টকা দি নতুনকৈ বিপদত পেলাব নোৱাৰি। আপুনি দেউতাকক মাতি পঠিয়াওক। নগদ টকা মোৰ হাতত দিব লাগিব। নহ'লে আপোনাৰ নামত বেঙ্ক ড্ৰাফট্ বা চেক আনক। ইয়াৰ বেঙ্কত ভঙাই মোক টকা দিব।"

"আপুনি সঁচাকৈয়ে মোক অবিশ্বাস কৰিছে?"

"আপুনি তেনেদৰে ভবাত মোৰ কোনো আপত্তি নাই। কি ভিত্তিত মই আপোনাক বিশ্বাস কৰিম? কওক?"

"আৰু মই কি ভিত্তিত আপোনাক...।"

নীহাৰ থমকি ৰ'ল। অজ্ঞাতে প্ৰকাশ হৈ যাব খোজা কথাষাৰ চেপি ৰাখি মোলৈ চালে। নীহাৰে কি ক'ব খুজিছিল মই বুজিছিলোঁ। চেনীতৰাক বিয়া কৰোৱাৰ পিচত যে মই টকা ওভতাই দিম তাৰ প্ৰমাণ কি? সেই কথা নীহাৰে মোক কেনেকৈ বিশ্বাস কৰিব পাৰে?

"বিয়া-মানে, বিয়াৰ পিচত মই জানো সঁচাকৈ মুক্তি পাম?"

"সেই চিন্তা আপোনাৰ নহয়। মোৰ। আৰ্জেণ্টৰ মৃত্যুৰ সময়ত আপোনাৰ মূৰৰ বিকৃতি ঘটিছিল। এতিয়া সুস্থ। ৰিপ'ৰ্ট মই দিম। বিচাৰকৰ সম্মুখত আপুনি থিয় হ'বই লাগিব। কিন্তু উদ্ধাৰৰ পথ আছে।"

নীহাৰ মৌন হৈ ৰ'ল। কিবা এটা ভাবিলে।

"আপুনি বৰং নগদ টকা লৈ অহাৰ কথাকে দেউতাকলৈ লিখক। আপোনাৰ নামত চেক অথবা বেঙ্ক ড্ৰাফট্ লোৱা মোৰ পক্ষে নিৰাপদ নহ'ব।"

"আপোনাক বিপদত পেলোৱাৰ ইচ্ছা মোৰ অকণো নাই। নগদ টকাকে আপোনাক দিয়াৰ ব্যৱস্থা কৰিম। কিন্তু মোৰ...।"

"সেই বিষয়ে আপুনি নিশ্চিন্ত হৈ থাকিব পাৰে। চেনীতৰাক বিয়া নকৰোৱালৈকে মাহে এশ টকাকৈ চেনীতৰাৰ মাকৰ নামত পঠিওৱা হ'ব। চেনী আৰু চেনীতৰাৰ মাকৰ দৈনন্দিন খৰচ। বাকী থকা টকা আৰু টকা পঠিওৱাৰ ৰচিদ বিয়াৰ দিনা আপোনাক দিয়াৰ

ব্যৱস্থা কৰিম। কিন্তু আমাৰ এই গোপন চুক্তিৰ কথা যেন কোনোৱেও নাজানে।”

দত্তৰ ওচৰৰ পৰা বিদায় লৈ আঁতৰি আহিছিলোঁ।

এদিন দুদিনকৈ কেবা সপ্তাহো পাৰ হৈ গৈছিল। তাৰ পিচত মাহ। নীহাৰ দত্তৰ দেউতাক নাহিল। মোৰ কথাত মান্তি হোৱাৰ কোনো লক্ষণেই নাই। চেক অথবা বেঙ্ক ড্ৰাফট্ আনিবলৈ মানা কৰিছিলোঁ। গতিকে দেউতাক অথবা আন কোনোবা নাহিলে টকা পোৱাৰ আশা মিছা। নীহাৰে বোধহয় দেউতাকলৈ লিখাই নাছিল। দেউতাকক জনোৱা নাছিল আমাৰ গোপন চুক্তিৰ কথা।

নীহাৰ দত্তক কম বুলি ভাবিছিলোঁ ঃ সুস্থ মানুহ এজনক হাস্পাতালত ৰখা অসম্ভৱ। আপোনাক মুকলিকৈ দিওঁ। আপুনি ইয়াৰ পৰা য’ক গৈ।

কিন্তু কওঁ কওঁকৈ কোৱা নহ’ল। কেবা দিনো বাগৰি গ’ল। কথাবোৰ ভাবি মোৰ খং উঠিছিল। মূৰটো কামুৰিছিল। নীহাৰে অৱশেষত মোৰ আত্ম-সম্মানতো চেকা পেলালে।

নিজৰ মূৰ্খামিৰ কাৰণে মোৰ নিজৰ ওপৰতে খং উঠিছিল বেছি। নীহাৰৰ কি দোষ? এৰা, নীহাৰে ঠিকেই কৰিছে। মোৰনো কি আৱশ্যক আছিল ঃ আনৰ কাৰণে নীহাৰৰ লগত চুক্তিৱদ্ধ হবলৈ? চেনীতৰা মোৰ কোন? পৃথিবীত চেনীতৰা এজনী নহয়। বহুত। অলেখ। সেই সকলোবোৰৰ বিষয়ে চিন্তা কৰাৰ ক্ষমতা মোৰ ক’ত? নীহাৰে অকল চেনীতৰাৰে নহয়। বহুত গাভৰু, বহুত বোৱাৰীৰে সৰ্ব্বনাশ কৰিছে। সেইবোৰৰ বিষয়ে মই কি ভাবিছোঁ? দেৱাস্কুৰে যে চেনীতৰাক ভালপোৱা নাছিল তাৰ প্ৰমাণ কি? বিয়াৰ পিচত যদি নীহাৰে চেনীতৰাত তাজ্যপত্নী কৰে মই কি কৰিম? আৰ্জেন্ট জানো মানুহ নহয়? মই অকল চেনীতৰাৰ কথাকে ভাবিলোঁ কিয়? আৰ্জেন্টৰ বিষয়ে নাভাবিলোঁ কেলেই? তাইৰ প্ৰতি কৰা অন্যায়ৰ শাস্তি নীহাৰে ভোগ নকৰিব কিয়?

মানুহ হিচাবে মানুহৰ প্ৰতি মানুহৰ এটা দায়িত্ব আছে। সেই দায়িত্বৰ তুলাচনীত চেনীতৰা আৰু আৰ্জেণ্ট দুয়োজনী গাভৰুৱেই সমান। চেনীতৰা আৰু আৰ্জেণ্ট। কোনোজনী মোৰ আপোন নহয়। অচিনাকি। দুয়োজনীৰ প্ৰতি মোৰ সমান দায়িত্ব। কৰ্ত্তব্য। চেনীতৰাৰ জীৱনৰ নিৰাপত্তাৰ বাবে আৰ্জেণ্টৰ প্ৰতি অবিচাৰ কৰা জানো উচিত?

আৰ্জেণ্ট পৃথিবীৰ বুকুৰ পৰা হেৰাই গ'ল। চেনীতৰা জীয়াই আছে। চেনীতৰা বেদনাৰ জীয়া মূৰ্ত্তি। এটা তিক্ত জীৱনৰ প্ৰতীক। প্ৰাণহীন আৰ্জেণ্ট অনুভূতিহীন শিল। এজনীয়ে লাঞ্চনাৰ সীমাত উপনীত হৈ মৃত্যুক সাৱটি ললে। আৰু আনজনীয়ে লাহে লাহে আগুৱাই গৈছে বঞ্চনাৰ শীৰ্ষবিন্দুত উপনীত হৈ করুণতম মৃত্যুক আকোঁৱালি লবলৈ। কাৰ প্ৰতি মোৰ দায়িত্ব বেছি? মৃত্যুৰ প্ৰতিশোধ নে জীৱনৰ আশ্বাস! কোন সঁচা? ক্ষমা আৰু প্ৰেমৰ জয়ধ্বজা উৰুৱাবলৈ গৈ নাৰীহন্তা এজনক ৰক্ষা কৰাৰ জানো কিবা যুক্তি আছে? মানুহে ক্ষমা কৰিলেও ভগৱানে জানো নীহাৰক ক্ষমা কৰিব? ক্ষমা কৰিব কুমাৰী আৰ্জেণ্টৰ মৃত আত্মাই? অপূৰণ আশা আকাঙ্ক্ষাৰে ভৰা এটা বিদায়ী জীৱনে?

মোৰ খেলি মেলি লাগিছিল। সুস্থিৰ ভাৱে চিন্তা কৰাৰ ক্ষমতা মোৰ হেৰাই গৈছিল। চকুৰ আগত ভাঁহি উঠিছিল দুখন গাভৰু মুখ। এখন শেঁতা, পাণ্ডুৰ। জীৱনৰ ৰং হেৰুওৱা মুখৰ ছবি। আনখন নিশ্চল। মৃত্যুৰ হাত বুলনিত হিম চেঁচা। দুয়োখন মুখৰ চকুৰ দৃষ্টিত ভিক্ষাৰ আকুতি। জীয়াই থকাৰ আৰু প্ৰতিশোধৰ। এখনে কৈছিল: মোক জীয়াই থাকিবলৈ দিয়া। মৃত্যুতকৈ জীৱনৰ দাম বহুত বেছি। যিজনে মোৰ জীয়াই থকাৰ অধিকাৰ কাঢ়ি নিছে তেৱেঁই মোক ওভতাই দিব পাৰে জীয়াই থকাৰ দাবী।

আনখনে প্ৰতিবাদ কৰিছিল: মৃত্যুৱে জীৱনৰ সমস্যা সমাধান কৰিবলৈ বিচৰাসকল সমগ্ৰ মানৱ জাতিৰে শত্ৰু। এজনৰ জীৱনতকৈ হেজাৰ জীৱনৰ দাম জানো কম? মৃত্যুৱে মৃত্যুৰ প্ৰতিশোধ লব

নোৱাৰিলে জীৱনৰ সাৰ্থকতা ক'ত? মানুহৰ আশা আকাঙ্খা সনাতন। মানুহ আদিম। হেজাৰ জীৱন বিপন্ন কৰি এজনী গাভৰুক আশ্বাস দিয়াৰ কিবা জানো যুক্তি আছে? এটা জীৱনক আশ্বাস দিবলৈ যাওঁতে হেজাৰ জীৱন যদি নীহাৰৰ হাতৰ পিস্তলত বিপন্ন হৈ পৰে তেতিয়া তুমি কি কৰিবা? নীহাৰৰ হাতৰ পিস্তল হয়তো কাঢ়ি আনিব পাৰিবা। কিন্তু পিস্তলতকৈও শক্তিশালী মন এটাক জয় কৰিবা কিহেৰে?

চকুৰে ধোঁৱা কোৱা দেখিছিলোঁ। মূৰটো আচন্ত্ৰাই কৰি দিছিল। জোৰকৈয়ে চকু দুটা মুদি পিচলৈ হাউলি মূৰটো চকিখনত পেলাই দিলোঁ।

"ভগৱান! নাথুক ক্ষমা কৰা।"

"ইহুদীসকলৰ চকুত জ্ঞানৰ জেউতি বিলোৱা ভগৱান! ইহঁতৰ কোনো দোষ নাই। তিমিৰাচ্ছন্নসকলৰ চকুত জ্ঞানৰ জেউতিৰে অঞ্জন বোলোৱা প্ৰভো।"

ক্ষমাৰে মৃত্যুৰ প্ৰতিশোধ! ক্ষমা তেন্তে মৃত্যুতকৈও শক্তিশালী? ক্ষমাৰে লোৱা প্ৰতিশোধ শাণিত অস্ত্ৰৰ আঘাততকৈও তীক্ষ্ণতৰ? তীব্ৰ?

যীশু! তুমি নিজেই ভগৱান। ধৰ্ম্মদূত।

বাপু! তুমি মানুহ নহয়। মহামানৱ।

কিন্তু মই এজন সাধাৰণ মানুহ। বস্তুবাদী পৃথিবীৰ মোহেৰে মোৰ মন ভাৰাক্ৰান্ত। অতি মানৱ হোৱাৰ সাহস মোৰ নাই। বৃহত্তৰ দৃষ্টিত জীৱন মই চিনি নাপাওঁ। মোৰ দৃষ্টি ঠেক। ক্ষীণ।

"হুজুৰ।"

কাৰোবাৰ মাতত মোৰ তন্দ্ৰা ভাঙি গৈছিল। চকু মেলি চালোঁ। সম্মুখত ৰামদেও।

ৰামদেওৰ হাতত এখন ভিজিটিং কাৰ্ড।

আগুৱাই দিয়া কাৰ্ডখন ৰামদেওৰ হাতৰ পৰা মোৰ হাতলৈ আনিলোঁ।

কাৰ্ডখনত লিখা আছিল ঃ

শিৱভানু দত্ত।

অসম।

"আনে দো।"

ৰামদেও আঁতৰি গৈছিল। টাইৰ ন'টটো ঠিককৈ লৈ মই পোন হৈ বহিছিলোঁ।

অলপ পিচতেই সোমাই আহিছিল এজন আদহীয়া ভদ্ৰলোক। চকু মুখত আভিজাত্যৰ অহঙ্কাৰ। দেহত সুপুৰুষৰ কান্তি। হাতত এটা প'ৰ্ট ফলিও বেগ।

আগন্তুকজনে নমস্কাৰ দিছিল। ইংৰাজীতে শুভেচ্ছা জনাইছিল। প্ৰতি নমস্কাৰ জনাই মই বহিবলৈ দিছিলোঁ। বুজিছিলোঁ ঃ এইজনেই শিৱভানু দত্ত। অসমৰ পৰা আহিছে।

"নামটোৰ বাহিৰে আপুনি মোক নিশ্চয় চিনি পোৱা নাই। কাৰণ কাৰ্ডখনৰ ঠিকনাটো সম্পূৰ্ণ নহয়।"

"অনুমান এটা কৰিছোঁ। আপুনিয়ে নিশ্চয় নীহাৰভানু দত্তৰ···।"

"আপোনাৰ অনুমান সঁচা। মই নীহাৰৰ দেউতাক। আপোনাক অকণমান আমনি দিওঁ বুলি ভাবিছোঁ।"

"কওঁক।"

কিন্তু ইয়াত···?"

দত্তই কোঠাটোৰ চাৰিওফালে এবাৰ দৃষ্টি বুলাই নিলে। ওচৰত কোনোবা আছে নেকি পৰীক্ষা কৰিলে।

"এয়া মোৰ প্ৰাইভেট চেম্বাৰ। ইয়ালৈ কোনো নাহে। আপুনি নিৰ্ভয়ে কব পাৰে।"

"তেনেদৰে কোৱা কথা নহয়। মানে অলপ গোপনীয়।"

"কোনো ভয় নাই। কি কব খোজে কওক।"

দত্ত নিমাত হৈ ৰ'ল। কিবা এটা কবলৈ ওঠ দুটা কঁপাই আকৌ ৰৈ গ'ল। মই দত্তৰ চকুলৈ চাই ৰলোঁ।

"নীহাৰৰ চিঠিখন পাইছোঁ। কিন্তু জানেই নহয় ব্যৱসায়ৰ

কথা। চাৰিখন বাগিছাৰ কাম তদাৰক কৰা সহজ নহয়। বিশেষকৈ এই 'লেবাৰ এক্ট'খনৰ বাবেই উপায় নাই।"

বুজিলোঁঃ ক'ৰ পৰা কথা আৰম্ভ কৰিব দত্তই ভাবি পোৱা নাই।

"নীহাৰক আপুনি লগ পাইছিল নেকি?"

"পাইছিলোঁ। নীহাৰে মোক আটাইবোৰ কথাই কৈছে।"

দত্ত আকৌ বৈ গৈছিল। কথা আৰম্ভ কৰাৰ সূত্ৰপাত বিচাৰিছিল নে কবলৈ আত্মসন্মানত লাগিছিল কব নোৱাৰোঁ। সেই সুবিধাতে মই ভৰিৰ পৰা মূৰলৈ দত্তক এবাৰ চাই লৈছিলোঁ। দত্তৰ চকুত যেন ভাঁহি উঠিছিল এটা অসহায়ৰ দৃষ্টি। পৌৰুষসম্পন্ন দত্তৰ চকুত সেই দৃষ্টিটোৱে যেন শোভা পোৱা নাছিল। অলপ আগতে চকু মুখত দেখা আত্ম-অহঙ্কাৰৰ ভাৱটো যেন হেৰাই গৈছিল ক'ৰবাত। অপৰাধী শিশুৱে অপৰাধী দৃষ্টি এটাৰে মাকৰ চকুলৈ চোৱাৰ দৰে মোলৈ চাইছিল। সেই দৃষ্টিৰ ভাষাঃ মই দোষ কৰিছোঁ। মোক তুমি ক্ষমা কৰা।

'নিৰ্ভয়ে সকলো কথা আপুনি মোক কব পাৰে' বুলি কম নেকি ভাবিছিলো। কিন্তু নকলোঁ। মোৰ পুতৌৰ পাত্ৰ হবলৈ হয়তো বৰুৱাই ভাল নাপাবও পাৰে। বৰুৱাৰ কথাত কিহে বাধা দিছিল মই বুজিছিলোঁ। সেয়া তেখেতৰ আত্মসন্মান সচেতন মন।

"চাওক মিষ্টাৰ বৰুৱা! আপোনাক খোলাখুলিকৈ কোৱাত মোৰ কোনো আপত্তি নাই। আপুনি মোৰ ঘৰৰ ল'ৰা। অসমীয়াৰ প্ৰতি আপোনাৰ চিৰদিন এটা টান আছে। জানোঁ।"

বৰুৱাৰ মুখত চাটুবাক্য শুনি পেটে পেটে মোৰ হাঁহি উঠিছিল। আনক ভালৰি বোলাবলৈ মিছা কথা কোৱা মানুহৰ স্বভাৱ দুৰ্ব্বল। আত্মঅহঙ্কাৰী দত্তৰ স্বভাৱত ইমানখিনি দুৰ্ব্বলতা থাকিব পাৰে বুলি মই ভাবিবলৈও টান পালোঁ। চৰিত্ৰহীন পুৰুষ কাপুৰুষ হৈ পৰে। পৌৰুষ হেৰুৱাই পেলায়। কিন্তু সন্তানৰ চৰিত্ৰহীনতাৰ বাবে পৌৰুষ সম্পন্ন দত্তৰ এই অসহায়ৰ অৱস্থাটো দেখি মোৰ বেয়া লাগিল।

"আপুনিও জানে: আত্মনির্ভৰশীল মানুহক খুউব কম মানুহেই ভাল পায়। এয়া অসমীয়া মানুহৰ জাতিগত স্বভাৱ।"

কথাষাৰ শুনি মোৰ খং উঠিছিল। জাতি নিন্দা কোনোৱেও সহ্য কৰিব নোৱাৰে। বিশেষকৈ বিদেশত। স্বজাতিৰ মুখতেই হওক বা বিদেশীৰ মুখতেই হওক সেই নিন্দা অসহনীয়। কম বুলি ভাবিছিলোঁ: জাতিৰ নিন্দা শুনিবলৈ চৰকাৰে মোক ইয়াত দৰ্ম্মহা দি ৰখা নাই। কি কব খুজিছে কওক। মোৰ কাম আছে।

কিন্তু নকলোঁ। ভদ্ৰ ভাষাত কিবা এটা কোৱাৰ আগতে দত্তই পুনৰ আৰম্ভ কৰিছিল: আপুনি শুনা কথাবোৰ সঁচা নহয়। স্বাৱলম্বী মানুহৰ শত্ৰুও বেছি। কোনোবাই হয়তো আপোনাক নীহাৰৰ বিৰুদ্ধে বহুত কিবা কিবি কৈছে।"

মোৰ অসহ্য হৈছিল। কলোঁ:

আপুনি খুউব সঁচা কথা এষাৰকে কৈছে মিঃ দত্ত! কিন্তু স্বাৱলম্বী মানুহক মানুহে কিয় ভাল নাপায় নুবুজিলোঁ। মই জানোঁ: ধনৰ ভেম মানুহে সহ্য নকৰে। জাতিনিন্দুকবোৰক ভাল নোপোৱাটোৱে মানুহৰ ধৰ্ম্ম। স্বভাৱ।

দত্তই বুজিছিল: মই কি কব খুজিছোঁ। মই তেখেতৰ কথাত ক্ষুণ্ণ হৈ পৰা বুলি লৰা-লৰিকৈ কৈ উঠিল: আপুনি মোক ভুল নুবুজিব। আপুনিও অসমীয়া। সেই বুলিহে আপোনাক কৈছোঁ। নীহাৰ হয়তো দোষী। কিন্তু...।

"আপুনি ভাৱে নেকি নীহাৰৰ বিষয়ে মই একো নাজানোঁ?

কৰ্ত্তৃত্বৰ সুৰতেই কৈছিলোঁ। নহ'লে দত্তক সেও মনোৱা সম্ভৱ নহ'ব। জানোঁ।

"ঠিক সেই কথা মই আপোনাক কব খোজা নাই। আপুনি যিমানবোৰ শুনিছে সেই আটাইবোৰ সঁচা নহয়।"

"যি কথা সঁচা তাক মিছা বুলি যুক্তি তৰ্কেৰে হয়তো প্ৰমাণ কৰিব পাৰি। কিন্তু সেই বুলিয়েই জানো সেই প্ৰমাণ সঁচা? শ্ৰুতি আৰু প্ৰত্যয় একে নহয়। শুনা কথা সকলোবোৰেই সঁচা

বুলি কোনোৱেও কেতিয়াও ধৰি নলয়। সঁচা মিছাৰ সত্যতা বিচাৰ কৰাৰ ক্ষমতা মোতকৈ হয়তো আপোনাৰ বেছি আছে। কিন্তু মোৰো একেবাৰে নাই বুলি আপুনি ধৰি লয় কেলেই? চেনীতৰা অথবা আৰ্জেণ্টক কুলি লাইনৰ বনুৱা গাভৰু বুলি ধৰি নল'লেই মই বৰং সুখী হম।"

মোৰ কথাবোৰ শুনি দত্ত জ'ই পৰি গৈছিল। ম্লান হৈ গৈছিল মুখৰ বং। দৃষ্টিত মিছা কথা কৈ ধৰা পৰাৰ চাৱনি।

"সেইবোৰ যাবলৈ দিয়ক। আপোনাৰ কথামতে কাম কৰিবলৈ মোৰ কোনো আপত্তি নাই। কিন্তু মোৰ এটা অনুৰোধ আপুনি ৰক্ষা কৰক। বিয়াৰ চৰ্চ্চাটো......। আপুনিয়েই ভাবি চাওক: চেনীতৰাক বিয়া কৰোৱাটো নীহাৰৰ কাৰণে কেনে বিসদৃশ।"

"কিয়? আপত্তি কি?"

"বংশ মৰ্য্যাদাৰ এটা সম্মান আছে। ভদ্ৰ ঘৰৰ ল'ৰা হিচাবে সেই কথা মোতকৈ আপুনিয়ে বৰং বেছি বুজে।"

"সেইকণ সুবুদ্ধি নীহাৰৰ আগেয়ে হোৱা উচিত আছিল। বংশমৰ্য্যাদাই মানুহক মানুহ হিচাবে নগঢ়ে। এই বংশমৰ্য্যাদাৰ অহঙ্কাৰ আমাৰ তেজৰপৰা নিৰ্ম্মূল নোহোৱালৈকে সমাজত মানুহ হিচাবে জীয়াই থকাৰ অধিকাৰৰ পৰা আমি বঞ্চিত হ'ব লাগিব।"

"ডেকা ল'ৰা হিচাবে আপুনি সেই কথা কোৱাই স্বাভাৱিক। কিন্তু মোৰ দৰে এনে এটা বয়সত আৰু অৱস্থাত আপুনিও হয়তো মোকেই সমৰ্থন কৰিব মিঃ বৰুৱা।"

"বয়সতকৈ আগবাঢ়ি যোৱাৰ ইচ্ছা মোৰ নাই। আচল কথা: আমি তেনেহ'লে কোনো সিদ্ধান্তত আহিব নোৱাৰিলোঁ। কি কয় মিঃ দত্ত?

অলপ ৰূঢ় সুৰতেই সুধিছিলোঁ।

"এড্যাষ্টিং এটিটিউড্ এটা লব বুলি মই এতিয়াও আশা কৰোঁ। দহ নহয়। পোন্ধৰ লওক। তথাপি...।"

আধা কোৱাকৈ হাতৰ বেগটো খুলি কাগজেৰে মেৰুওৱা টোপোলা এটা দত্তই মোৰ টেবুলত থৈছিল।

"ইয়াত দহ আছে। আপুনি মান্তি হ'লে বাকী পাঁচ··· ।"

দত্তৰ মাতটো কঁপিছিল।

মই হাঁহিছিলোঁ।

"আপোনাৰ ব্যৱসায়ী বুদ্ধিক ধন্যবাদ মিঃ দত্ত। কিন্তু দুৰ্ভাগ্য যে মই ব্যৱসায়ী নহয়। চাকৰিয়াল। মোৰ পণ্যদ্ৰব্য মানুহৰ সেৱা। মই শ্বেয়াৰ মাৰ্কেটৰ ব্যৱসায় নকৰোঁ।"

দত্তই মোৰ চকুলৈ চাব খুজিও তলমূৰকৈ ৰ'ল।

ধনীৰ ধাৰণা ঃ ধনেৰে পৃথিৱী জয় কৰিব পাৰি। কিনিব পাৰি। জ্ঞান, বুদ্ধি, মনুষ্যত্ব, বিবেক ; সকলো। কিন্তু তেওঁলোকে নাজানে ঃ ধনেৰে কিনিব নোৱাৰি জ্ঞান আৰু বিবেক। কিনিব পাৰি মাথোন মূঢ়তা। মনুষ্যত্ব পণ্যদ্ৰব্য নহয়।

সন্দেহ প্ৰৱণ মনটোৱে মোক প্ৰশ্ন কৰিছিল ঃ নীহাৰভানুৰ বিষয়ে বাৰে সকলোবোৰ কথা জানিও মোক কোৱা নাছিল নে সঁচাকৈয়ে নাজানে? বাও প্ৰলোভিত হোৱা নাইতো? ধনৰ মোহ মানুহৰ সনাতন মোহ। এই মোহৰ এৰাল ছিঙি আঁতৰি যোৱা সকলোৰে পক্ষে সম্ভৱ নহয়।

অৱশেষত দত্ত মোৰ কোঠাটোৰ পৰা ওলাই গৈছিল।

ক্ষমা খুজিছিল ঃ মই যেন একো নাভাবোঁ।

কেইদিনমান পিচত। হাস্পাতালৰ ৱাৰ্ড এটা খালি হৈছিল। মই ৰিলিজ চাৰ্টিফিকেট লিখিছিলোঁ। প্ৰতিবেদন এটা প্ৰস্তুত কৰিছিলোঁ।

স্মৃতিকণা কোঁৱৰৰ লিখাবোৰ লিখা নাছিল। আছিল কিছুমান ৰেখাঙ্কণ। দৌৰিফুৰা ছোৱালীৰ বিভিন্ন আহিঁত অঁকা কিছুমান স্কেচৰ ছবি। মূৰ নোহোৱা ছবিবোৰ দেখি তাহানি স্কুলত পঢ়া

মুক্তালাল কাথবৰুৱাৰ ভাৰত বুৰঞ্জীৰ কণিষ্কৰ ছবিটোলৈ মনত পৰিল। শৰীৰ আটাইবোৰৰ অংশই আছে। নাই কেৱল মূৰ আৰু হাতৰ শেষাংশ। কোনোদিনে ক'তো এটা আখৰো নিলিখা কৌৰৱে কেৱল ছবিয়ে আঁকিছে। ভুলতেও ক'তো এটা শব্দও লিখা নাই। নিজৰ নামটোও লিখা নাই। মই আচৰিত হৈছিলোঁ। মহিলাগৰাকী নিৰক্ষৰা নেকি? কিন্তু কৌৰৱক দেখিলে তেনে অনুমান নহয়। ৰেখা চিত্ৰবোৰত নিপুণ হাতৰ ছাপ। ছবিবোৰৰ তাৎপৰ্য্য বিচাৰি বহুত কিবা কিবিবোৰ কল্পনা কৰিছিলোঁ। মিছেছ্ কৌৰৱৰ সন্তান সন্ততিৰ বিষয়ে জনাৰ আৱশ্যক অনুভৱ কৰিছিলোঁ। অনুমান কৰিছিলোঁঃ মহিলাগৰাকী আঠ দহ বছৰীয়া এজনী ছোৱালীৰ জননী। মৰমৰ ছোৱালীজনীক বিভিন্ন আৰ্হিৰ ফ্ৰকবোৰ মহিলাগৰাকীয়ে হয়তো নিজ হাতে চিলাই দিছিল। কিন্তু ছবিবোৰত মূৰ নথকাৰ অৰ্থ কি বুজিব নোৱাৰিলোঁ। ছিন্নমূৰৰ চিত্ৰবোৰে অবাস্তৱ হ'লেও ভাবিবলৈ মোক বাধ্য কৰাইছিলঃ ছোৱালীজনী এদিন মাকৰ কোলা শুদা কৰি আঁতৰি গৈছিল। দুৰ্ঘটনা অথবা কোনোবা আততায়ীৰ হাতত মৃত্যুবৰণ কৰা ছোৱালীজনীৰ শিৰবিহীন মৃত দেহটোৱে মিছেছ্ কৌৰৱক অস্থিৰ কৰি তুলিছিল। কৌৰৱৰ অৱচেতন মনৰ মাজত আজিও সজীৱ হৈ আছে এজনী ছোৱালীৰ মুণ্ডহীন মৃতদেহ।

স্মৃতিকণা কৌৰৱৰ সতে কেবাদিনো কথা পাতিছোঁ। বহুত কিবা কিবি প্ৰশ্ন কৰিছোঁ। কিন্তু বলিয়ালিৰ সূত্ৰপাত আৱিষ্কাৰ কৰিব পৰা নাই। মোৰ মুখত কল্পিত কাহিনীবোৰ শুনি কৌৰৱে মাথোন মোলৈ বোবা দৃষ্টি এটাবে চাইছিল। সেই দৃষ্টিৰ অৰ্থঃ এইবোৰ কি কৈছা? কাৰ কথা কৈছা, কথাবোৰ জানো সঁচা? মোৰ হ'লে শুনি বৰ ভাল লাগিছে।

আন এদিন। মিছেছ্ কৌৰৱৰ লগত মই কথা পাতি আছিলোঁ।

"আপোনাক মই নবৌ বুলি মাতিম দেই। বেয়া পাব নেকি?"

"কেলেই?"

"মোৰ এজনী নবৌ আছে। ঠিক আপোনাৰ দৰেই। আপোনাক দেখিলে মোৰ নবৌজনীলৈ প্ৰায়ে মনত পৰে।"

"তেখেত নিশ্চয় ভাগ্যৱতী।"

"মানে!"

"আপোনাৰ দৰে দেওৰ এজন পোৱা ভাগ্যৰ কথা। দেওৰবোৰক মই বৰ ভাল পাওঁ।"

মোৰ উত্তৰ হেৰাই গৈছিল। কি কম একো ভাবি নাপালোঁ। কলোঁ ঃ ক'তা? আপুনিচোন একো নকলে। নবৌ বুলি মাতিলে আপোনাৰ কিবা আপত্তি আছে নেকি?"

"মই বৰং আনন্দহে পাম।"

"সঁচা?"

"ও। আপোনাক দেওৰ হিচাবে···।"

"আপুনি নহয় দেই। তুমি। দেওৰবোৰ 'তুমিহে'।"

কোঁৱৰে হাঁহিছিল। ধুনীয়া হাঁহি। এই কেইমাহে সদায় দেখি অহা সেই একে হাঁহি।

"আপোনাৰ আৰু এজন দেওৰ আছে। নহয় জানো? সম্বন্ধত একেবাৰে আপোন!"

"দেওৰ? মোৰ? কোন? আপোনাৰ বাহিৰে আন কোনো দেওৰ মোৰ নাই।"

"আকৌ আপুনি! তুমিহে।"

"এৰা, এৰা। তুমি। কিন্তু আপোনাৰ—তোমাৰ বাহিৰে···। ওহো নাইতো।"

"কিয়···অনুপম কোঁৱৰ?"

"অনুপ-ম কোঁৱৰ? নহয় নহয়। অনুপম নহয়। নি-ৰু-পম।"

"নিৰুপম কোন?"

"মোৰ স্বামী।"

"ও হয়। জানো। তেখেতৰ কথা প্ৰায়ে আপোনাৰ মনত পৰে নহয়?" জানো বুলি মিছাকৈয়ে কলোঁ।

"তোমাৰ কি ধাৰণা হয় বাৰু ?"

"নিশ্চয় মনত পৰে। সেই বুলিয়েতো মই ভাবোঁ।"

"পৰে সোণ। পৰে। তেখেতে মোক কিমান মৰম কৰিছিল জানা ?"

কথাষাৰ কৈ কোঁৱৰে হুমুনিয়াহ এটা কাঢ়িছিল। চকুহুটা সেমেকি পৰিছিল।

"তেখেতৰ খা-খবৰৰ বাবে আপুনি খু-উব ব্যস্ত চাগে।"

"কিন্তু খবৰ ক'ত পাম সোণ ? কোনে দিব ?"

কোঁৱৰৰ মুখত 'সোণ' শব্দটো শুনি মই উচাপ খাই উঠিলোঁ। নবৌয়েও মোক সোণ বুলি মাতে। মহিলাগৰাকীলৈ হঠাতে মোৰ ইমান মৰম ওপজি গ'ল যেন সেইজনী মোৰ আপোন নবৌ। স্বাতী।

"মই আপোনাক তেখেতৰ খবৰ আনি দিম।"

"নাই নাই। তুমি খবৰ আনিব নালাগে। তেখেতৰ শান্তিভঙ্গ নকৰিবা সোণ। মোৰে শপত : তেখেতক তুমি নজগাবা।

"তাৰ মানে তেখেত না-ই ? মৃ-ত ?"

শেষৰ শব্দ দুটা বৰ কষ্টেৰে মই উচ্চাৰণ কৰিছিলোঁ।

"মই তেখেতৰ ত্যজ্যপত্নী। তেখেতৰ সলনি মোৰ মৃত্যু হওক।"

অনুশোচনাত মনটো সেমেকি উঠিল। অমঙ্গলীয়া শব্দ দুটা কবলৈ মোক কিহে পাইছিল ? অনুতাপত মোৰ মৰি যাওঁ মৰি যাওঁ যেন লাগিল।

তাৰ পাচত আমাৰ মাজত বহু সময়ৰ মৌনতা। কি কম একো ভাবি নাপালোঁ। মিছেছ্ কোঁৱৰৰ চকুত দুই বিন্দু চকুপানী।

"ক্ষমা কৰিব নবৌ। মোৰ অজ্ঞতাৰ কাৰণে মই লজ্জিত।"

ন-কৈ পাতিলোৱা নবৌজনীয়ে কোনো উত্তৰ নিদিলে।

অসহনীয় নিস্তব্ধতাটোৱে মোক বৰকৈ বিন্ধিছিল। নিৰুপম কোঁৱৰৰ প্ৰসঙ্গটো তল পেলাই অনুপম কোঁৱৰৰ কথা আকৌ আৰম্ভ কৰাৰ সুচল বিচাৰিছিলোঁ। কিন্তু তেনেকুৱা পৰিস্থিতি এটাত

অনুপম কোঁৱৰক আমাৰ আলোচনাৰ মাজলৈ টানি অনা যেন সমীচীন নহ'ব। উপযুক্ত পৰিবেশ এটাৰ সৃষ্টি কৰিব নোৱাৰিলে অনুপম কোঁৱৰৰ কথা দুনাই সোঁৱৰাই দি লাজ পোৱাৰ কোনো যুক্তি নাই।

নিৰুপায় হৈ মই মৌন হৈ ৰ'লোঁ। নিৰুপায়ৰ মৌনতা অসহনীয়।

"আপুনি মোক ক্ষমা কৰিব পাৰিছে নবৌ?"

বহুসময়ৰ নিস্তব্ধতা ভাঙি সুধিছিলোঁ।

"কিয়? কিহৰ ক্ষমা?"

"আপোনাৰ মনত মিছাকৈয়ে মই আঘাত দিছোঁ।"

"সেই আঘাত বুকুত বান্ধি লৈয়ে মই এদিন মৰিব লাগিব। মোৰ জীৱনত একো আশা আকাঙ্ক্ষা নাই। জানা? একমাত্ৰ আকাঙ্ক্ষা মৃত্যু। তাৰ বাবে অধীৰ হৈ মই অপেক্ষা কৰিছোঁ। জীৱনত মোৰ কোনো খেদ নাই। আক্ষেপ নাই। দুখ নাই। অ' তোমাক ক্ষমা কৰাৰ কথা সুধিছিলা? সেই বিষয়ে মই একো ভবাই নাই সোণ! কিন্তু মই কি ভাবিছোঁ জানা?"

"কওক নবৌ।"

"অনুপম কোঁৱৰ; অ-নুপম অ-নুপম। ওহো, মোৰচোন মনত নপৰে মইনা। নামটো ক'ৰবাত কেতিয়াবা শুনিছোঁ শুনিছোঁ যেন লাগিছে। কিন্তু মানুহজনৰ মুখৰ ছবিটো ঠিক মনত পেলাব পৰা নাই। মনৰ চকুত ভাঁহি উঠিছে এখন অস্পষ্ট ছবি। মছ খাই যোৱা পুৰণি এলবামৰ উৱলি যোৱা এটা স্নেপ্-শ্বট্।"

কোঁৱৰৰ মুখত ধুনীয়া ধুনীয়া শব্দবোৰ শুনি মই তন্ময় হৈ ৰ'লোঁ।

আমাৰ কাষেৰে ৰামজনম পাৰ হৈ গৈছিল।

মাতিলোঁ।

মোৰ আদেশ পাই অলপ পিচতে অনুপম কোঁৱৰক লগত লৈ ৰামজনম আকৌ আহিছিল।

স্মৃতিকণা আৰু অনুপম কোঁৱৰে প্ৰত্যেকে প্ৰত্যেকৰ চকুলৈ থ'ৰ লাগি চাইছিল। দুয়োজনৰে চকুত ফুটি উঠিছিল ঃ চিনো চিনো কৰা অথচ পৰিচয় পাহৰি যোৱা ভাৱ। বিস্মৃত পৰিচয়টো মনত পেলোৱাৰ প্ৰচেষ্টা।

"এখেতৰ নামেই অনুপম কোঁৱৰ নহয়? আৰু এখেত আপোনাৰ নবৌ। স্মৃতিকণা।"

কথাষাৰ শেষকৈ কৰলৈ নৌপাওঁতেই মই নতুন বিপদ এটাৰ সন্মুখীন হৈ পৰিছিলোঁ। অনুপম কোঁৱৰ অজ্ঞান হৈ মাটিত ঢলি পৰিছিল, কঁপিছিল। দুয়ো কোৱাৰিৰে বৈ আহিছিল এমুখ ফেন। অনুপম কোঁৱৰ এনেদৰে অজ্ঞান হৈ পৰে বুলি শুনিছিলোঁ। কিন্তু মই দেখা নাছিলোঁ।

ৰামজনমে কোনোবা এজনক মাতি আনিছিল। দাং দোলাকৈ অনুপম কোঁৱৰক আঁতৰাই নিছিল। মই সিহঁতক অনুসৰণ কৰিছিলোঁ। অনুপম কোঁৱৰক বিচনাত শুৱাই দি পৰীক্ষা কৰিছিলোঁ। তেজৰ গতিবেগ আৰু হাৰ্টবিট লেখিছিলোঁ। অনুপম কোঁৱৰক আঁতৰাই অনাৰ লগে লগে স্মৃতিকণা কোঁৱৰেও আমাক অনুসৰণ কৰিব খুজিছিল। মই বাধা দিছিলোঁ।

প্ৰায় তিনি ঘণ্টামানৰ মূৰত অনুপমে চেতনা ফিৰাই পাইছিল। তেতিয়া সাজ লাগি ভাগিছে। অস্থিৰ উদ্‌বিগ্নতাৰে অনুপম কোঁৱৰে চেতনা ফিৰাই পোৱা মুহূৰ্ত্তটোলৈকে মই অপেক্ষা কৰিছিলোঁ। কেবাটাও ইন্‌জেকশ্যন দিছিলোঁ। চকু মুখত পানী চটিয়াইছিলোঁ; আৰু বাৰে বাৰে হাতৰ ঘড়ীটোলৈ চাইছিলোঁ। উদ্‌বিগ্নতাই মানুহক অস্থিৰ কৰি তোলে। দুৰ্ব্বল কৰি পেলায়। চেপি ৰখা উদ্‌বিগ্নতাৰ প্ৰতিক্ৰিয়া আৰু গুৰুতৰ। অনুপমৰ চেতনা ফিৰি আহিলত দীঘলকৈ উশাহ এটা লৈছিলোঁ।

নিশা তেতিয়া আঠ বাজি গৈছিল। সেই নিশা স্মৃতিকণা কোঁৱৰৰ ওচৰলৈ যোৱাৰ ইচ্ছা আৰু নহ'ল। কোৱাৰ্টাৰলৈ উভতি আহিলোঁ।

পিচদিনা ৰাতিপুৱা। তেতিয়াও আঠ বজা নাই। হাস্পাতালত সোমাই অনুপম কোঁৱৰৰ ওচৰলৈ যাম নে চেম্বাৰত বহিম ভাবিছিলোঁ। চেম্বাৰৰ সম্মুখত থমকি ৰৈছিলোঁ। এনেতে ৰামদেও আহি খবৰ দিছিল : স্মৃতিকণা কোঁৱৰে মোক মাতিছে। গ'লোঁ।

মিছেছ্ কোঁৱৰে উদ্‌বিগ্ন হৈ মোকেই অপেক্ষা কৰি আছিল। কোঠাটোৰ বাহিৰতে অস্থিৰ পদক্ষেপেৰে ঘূৰি ফুৰিছিল। মোক দেখি আগুৱাই আহিল।

"পুৰুষবোৰ সঁচাকৈয়ে বৰ নিষ্ঠুৰ। নহয়নে বোপাই?"

"কিয়? কি হ'ল নবৌ?"

"কালি তুমি খবৰটো মোক কেলেই নিদিলা? ওৰে নিশা মই শুব পৰা নাই।"

"ৰাত খানাভী খায়া নেই হুজুৰ।"

ৰামদেওৰ কথা শুনি কোঁৱৰৰ মুখলৈ চালোঁ। এখন শেতা মুখ। নিষ্প্ৰভ। চকুত উজাগৰী নিশা এটা বাগৰি যোৱাৰ ছাপ। বুজিলোঁ : অনুপম কোঁৱৰৰ বাতৰিটোৰ বাবেই উদ্‌বিগ্ন হৈ মোলৈ অপেক্ষা কৰিছিল। কিন্তু কোঁৱৰ যে অনুপমৰ কাৰণে ইমান উদ্‌বিগ্ন হৈ পৰিব সেই কথা মই এবাৰো ভবা নাছিলোঁ।

"খবৰ দিবলগীয়া একো নাছিল বাবেই নিদিলোঁ নবৌ। অনুপম কোঁৱৰ অলপ পিচতে সুস্থ হৈ পৰিছিল।"

"সঁচা? ওহ্ গড্।"

মিছেছ্ কোঁৱৰে দীঘলকৈ উশাহ এটা লৈছিল। মূৰৰ গধুৰ বোজা এটাহে যেন পতলাই দিবৰ যত্ন কৰিছিল।

"এই সাধাৰণ খবৰ এটাৰ বাবে আপুনি ইমান ব্যস্ত হৈ পৰিব বুলি মই কেতিয়াও ভবা নাছিলোঁ নবৌ।"

"কি কলা? সা-ধা-ৰ-ণ?"

প্ৰতিটো বৰ্ণৰ ওপৰতে অনাৱশ্যকীয় ভাবে গুৰুত্ব দি 'সাধাৰণ' শব্দটো এনেদৰে উচ্চাৰণ কৰিছিল যেন সেই শব্দটোত লুকাই আছিল কিবা এটা ৰহস্য।

মই কোঁৱৰৰ চকুলৈ চাই ৰলোঁ। এটা নিশাৰ ভিতৰতে কোঁৱৰজনী যেন বহুখিনি ক্ষীণাই গ'ল। শেঁতা পৰি গ'ল মুখৰ উজ্জ্বল ৰং। সেন্দুৰীয়া বোল। চকু মুখ গাঁতত সোমাই পৰিছে।

"তুমি কি বুজিবা সোণ? এদিন তেখেতো এনেদৰে অজ্ঞান হৈ পৰিছিল। মুখেৰে বৈ আহিছিল হোলোকা হোলোকে তেজ। মই কিমানবাৰ মাতিলোঁ। কান্দিলোঁ। কিন্তু তেখেতে আৰু সাৰ নাপালে। নামাতিলে। এষাৰ কথা নকলে। মোক অভিমান কৰি গুচি গ'ল। এদিনৰ কাৰণে নহয়। চিৰদিনলৈ। অথচ এদিনৰ বাবে ক'ৰবালৈ যাবলগীয়া হ'লেও ককায়েৰাই মোৰ পৰা বিদায় লৈ যায়। মোক মাত লগাই যায়। কিন্তু সেইজন মানুহেই চিৰদিনলৈ আঁতৰি যাব ওলায়ো মোক এষাৰ কথা নকলে।"

কান্দোন জড়িত কণ্ঠেৰে কথাবোৰ কৈ কোঁৱৰে শেষলৈ উচুপি উঠিল। ফেঁকুৰি উঠিল। মই অপ্ৰস্তুত হৈ পৰিলোঁ। কিবা এষাৰ কোৱাৰ, সান্ত্বনা দিয়াৰ ভাষা মই বিচাৰি নাপালোঁ। মোৰ অনুমান হৈছিল: স্মৃতিকণা কোঁৱৰ ইমান দিনে বলিয়া হোৱা নাছিল। উন্মাদিনী হোৱা নাছিল। বলিয়া হ'ল আজি। এই মুহূৰ্ত্তত। প্ৰতিমুহূৰ্ত্ততে সংযত, সুস্থ হৈ থকা নবৌজনী এইমাত্ৰ অসুস্থা হৈ পৰিছে। মানসিক সুস্থতা হেৰুৱাই পেলাব খুজিছে। যিষাৰ কথা কৈ যোৱা কালি মই অপ্ৰস্তুত হৈ পৰিছিলোঁ, সেই কথাষাৰ নবৌজনীয়ে আজি নিজ মুখেৰেই স্বীকাৰ কৰিছে। কাইলৈকে জীয়াই থকা বুলি কৈ অহা নিৰুপম কোঁৱৰৰ মৃত্যুত এয়া স্মৃতিকণা কোঁৱৰৰ হিয়া ভগা কান্দোন।

মিছেছ্ কোঁৱৰৰ কথাবোৰ মোৰ প্ৰলাপ যেন লাগিল।

আজিও সুযোগ এটা নষ্ট হ'ল। অনুপম কোঁৱৰৰ বিষয়ে সোধাৰ লোভটো বাধ্য হৈয়ে মই সামৰি থলোঁ।

সান্ত্বনাই মানুহক শান্ত কৰে। মনৰ বেদনা লঘু কৰে। কিন্তু সকলো সময়তে সান্ত্বনাই মানুহৰ মনৰ বেদনা পাতলাব নোৱাৰে। ব্যথিত জনক শান্তি নিদিয়ে। সান্ত্বনাই হৈ পৰে অশান্তিৰ কাৰণ।

সান্ত্বনা-বাণীয়ে জ্বলাই দিয়ে অশান্তিৰ বহ্নি। তীব্ৰতৰ বেদনা। চকুৰ পানীয়ে মনৰ বেদনা ধুই নিকা কৰে। বেদনা উপশমৰ বাবে চকুৰ পানীতকৈ আন একো ডাঙৰ ঔষধ নাই। সেইবাবেই স্মৃতিকণা কোঁৱৰ কান্দি কান্দি ভাগৰি পৰালৈকে মই অধৈৰ্য্য হৈ অপেক্ষা কৰি ৰ'লোঁ।

অৱশেষত কোঁৱৰজনী ভাগৰি পৰিছিল। কান্দি কান্দি কান্দিব নোৱাৰা হৈ গৈছিল। ফেঁকুৰনি বন্ধ হৈ গৈছিল। চকুপানী মচি মোলৈ চাইছিল। ওঠ দুটা কঁপিছিল। কিবা যেন ক'ব।

মই অপেক্ষা কৰি ৰ'লোঁ।

"বহুত কথাই আজি মোৰ মনত পৰিছে সোণ।"

"কি মনত পৰিছে নবৌ?"

"ইমান গভীৰ বেদনাৰ বোজা বুকুত সাৱটি লৈও মানুহ জীয়াই থাকিব পাৰে! তথাপি সিহঁতৰ মৃত্যু নহয়। আচৰিত!"

"মই একো বুজা নাই।"

"তুমি নুবুজিবা। তুমি এতিয়া যোৱা সোণ। দহোকুৰি। মোক অকণমান অকলে থাকিবলৈ দিয়া। আহ্—যোৱানা। মোৰে শপত যোৱা।"

মোৰ উপস্থিতিটো হঠাতে কিয় ইমান অস্বস্তিকৰ হৈ উঠিছিল নুবুজিলোঁ। বাধ্য হৈ এখোজ দুখোজকৈ আঁতৰি আহিছিলোঁ। মনৰ মাজত এটা অপৰাধী অপৰাধী ভাব। এজনী সুস্থা যুৱতীৰ মুৰৰ বিকৃতিৰ বাবে ময়েই যেন দায়ী।

নিৰুপম কোঁৱৰ জীৱিত নে মৃত? অনুপম কোঁৱৰক স্মৃতিকণাই চিনি পালে জানো?

মনৰ জোলোঙাত এশ এবুৰি প্ৰশ্ন। বাহিৰৰ পৃথিৱীত তেতিয়া উজ্জ্বল ৰ'দৰ জিলিমিলি।

## ॥ পাঁচ ॥

বেদান্তবিকাশ বৰুৱাৰ ঘৰৰ পৰা কোনো নাহিল
কেইমাহমান পিচত আহিল এখন চিঠি।
বহুত পলমকৈ।

চিঠিখনে বৈ আনিছিল এটা করুণ সংবাদ। মৃত্যু-বাতৰি। বেদান্তবিকাশ বৰুৱাৰ কাৰণে এসাগৰ চকুপানী।

"...ক্ষমা কৰিব। আপোনাৰ চিঠিখনৰ উত্তৰ লিখাত যথেষ্ট পলম হৈ গ'ল। যথাসময়ত চিঠিৰ উত্তৰ নিদিয়া বাবে আপোনাক অপমান কৰা বুলি যেন নাভাবে। সিমান সাহস মোৰ নাই। এয়া ইচ্ছাকৃত নহয়। মা মৰণ শয্যাত শুই শুই জীৱন আৰু মৃত্যুৰ সৈতে টনা আজোৰা কৰি থকা সময়খিনিতেই আপোনাৰ চিঠিখন পাইছিলোঁ। 'কোনোবা যাম। কাৰোবাক পঠিয়াম' বুলি ভাবি থাকোঁতেই আজি কেবা মাহো পাৰ হৈ গ'ল।

মৃত্যু শক্তিশালী। অৱশেষত মৰণৰে জয় হ'ল। মানুহৰ শক্তি মৰণৰ ওচৰত তুচ্ছ।

মা এদিন আমাক এৰি গুচি গ'ল।

মাৰ মৃত্যু বাতৰি দেউতালৈ আমি লিখা নাই। চিকিৎসক হিচাবে আপুনিয়ে বিবেচনা কৰি কিবা এটা কৰিব: মা নোহোৱা সংসাৰ এখনত আমি জীয়াই আছোঁ।

চিঠিত লিখাৰ দৰে আপোনাৰ ওচৰলৈ পঠিয়াবলগীয়া নিৰ্ভৰযোগ্য মানুহ বিচাৰি নাপালোঁ। ভাবিছিলোঁ: সুস্থ হৈ উঠিলে মাক লগত লৈ মৰেই যাম। কিন্তু মাতো গলেই। দেউতাৰ পৰা বিদায় লোৱাৰ আৱশ্যক মাই হয়তো বোধ কৰিছিল। কিন্তু মৰণে সেই সুযোগ নিদিলে।

দেউতাৰ অসুখৰ বিষয়ে মই একোকে নাজানোঁ। সেই সময়ত মই বিদেশত। আনকি দেউতাৰ অসুখৰ কথাও কোনোৱেও মোক জনোৱা নাছিল। অসমলৈ উভতি আহিহে গম পালোঁ ঃ দেউতাৰ অসুখ। অসুখৰ বিষয়ে মই একো নাজানিলেও দেউতাৰ ওচৰলৈ যোৱাৰ ইচ্ছা এটা আছিল। কিন্তু মাৰ মৃত্যুত আউল লাগি যোৱা সংসাৰখন এৰি যাবলৈ অলপ টান পাইছোঁ। এমাহমান পিচত যোৱাৰ চেষ্টা এটা কৰিম।

নিয়তিয়ে বাধ্য কৰোৱা পৰিস্থিতিটোৰ বাবে আশাকৰো ক্ষমা কৰিব। শুভেচ্ছা আৰু শ্ৰদ্ধাৰে। ইতি—

আপোনাৰ

কৃণজুন।

ইংৰাজীতে লিখা চিঠিখনৰ এয়া অসমীয়া ভাঙনি।

মোৰ হুমুনিয়াহ এটা বৈ আহিছিল।

চিঠিখন সামৰি থলোঁ।

আশালতাই আকুল আশা এটা লৈয়ে মৃত্যুক সাৱটি ললে।

খবৰটো বৰুৱাক দিয়া উচিত হ'ব নে নহয় ভাবিছিলোঁ। কিন্তু একো সিদ্ধান্ত লব নোৱাৰিলোঁ। খবৰটো শুনি বৰুৱাই নতুন আঘাত এটা পাব। এনেকুৱা অসুস্থ মানুহ এজনক মৰ্ম্মান্তিক বেদনাৰ খবৰ জনোৱাটো অনুচিত বুলি সকলো চিকিৎসকেই স্বীকাৰ কৰিব। কিন্তু মই ভাবিছিলোঁ ঃ জানোচা খবৰটো পাই বৰুৱাৰ পূৰ্ব্বস্মৃতি ফিৰি আহে। বৰুৱা আকৌ আগৰ দৰে সুস্থ হৈ পৰে। বিষে বিষ নাশ কৰে।

কিন্তু সিমান সাহস মোৰ নহ'ল। নতুন তথ্য এটা প্ৰমাণ কৰিবলৈ গৈ সুস্থ হৈ উঠিব বুলি থকা ক্ষীণ আশাটোকো মষিমূৰ কৰি পেলোৱাৰ অধিকাৰ মোৰ ক'ত ?

বৰুৱাক দেখিলেই মোৰ মনটো সেমেকি উঠে। কৃণজুনৰ চিঠিখনৰ মৰ্ম্মদাহী খবৰটোলৈ মনত পৰে। বেচেৰা ॥

বকুৱা হয়তো এদিন সুস্থ হৈ উঠিব। ঘৰলৈ উভতি যাব। কিন্তু সেইখন ঘৰত আশালতা নাথাকে। এবুকু মৰম চেনেহ আৰু শ্ৰদ্ধা লৈ দিনৰ পিচত দিন অপেক্ষা কৰি থকা আশালতা আকুল আশা লৈ আঁতৰি গৈছে। বহুত দূৰলৈ। উভতি আহিব নোৱাৰা দেশলৈ। আশাশূন্য ঘৰ এখনত বকুৱাই হয়তো কান্দিব। মনৰ বেদনাত নীৰৱে চকুলো টুকিব। এখনি মৰমীয়াল নাৰী হৃদয়ৰ অভাৱত হুমুনিয়াহ পেলাব। ৰুণজুনৰ বিয়াখন পতাৰ কাৰণে যত্ন কৰিব। আৰু হয়তো আকৌ হাঁহি উঠিব। বলিয়াৰ হাঁহি। বলকি উঠিব উন্মাদৰ প্ৰলাপ। তাৰ পিচত এদিন আকৌ উভতি আহিব এইখন হাস্পাতাললৈকে।

অপৰাধী অপৰাধী ভাৱ এটা লৈ বকুৱাৰ পৰা মই আঁতৰি কৰিছিলোঁ। আশালতাৰ মৃত্যু-বাতৰি মই লুকাই ৰাখিছোঁ। সেয়া যেন আশালতাৰ মৃত্যু বাতৰি নহয়। বেদান্তবিকাশ ধকুৱাৰ জীয়াই থকাৰ উৎস শুকাই যোৱাৰ করুণ সংবাদ। এজন নিৰপৰাধী মানুহক হত্যা কৰাৰ ষড়যন্ত্ৰ।

আটাইতকৈ শেষত আহিছিল এজনী গাভৰু বোৱাৰী। বহুত পলমকৈ। স্মৃতিকণা আৰু অনুপম কোঁৱৰৰ ঘৰৰ পৰা কোনোবা আহিব বুলি আশা এৰি পেলোৱাৰ কেবামাহো পিচত।

সেইজনী সেউজীলতা কোঁৱৰ। অনুপমৰ পত্নী।

সেউজীলতাক মই চিনি পাওঁ। জানোঁ।

কলেজৰ সহপাঠী আৰু মোৰ অন্তৰঙ্গ বন্ধু গৈৰিকগগন গগৈৰ ভনীয়েক সেউজীলতা। কলেজত থাকোঁতে সেউজীক জোকাইছিলোঁ। ভনীৰ দৰে মৰম কৰিছিলোঁ। গৈৰিক আৰু মই কেৰেম খেলি তাইৰ লগত হাৰিছিলোঁ।

সেউজীৰ বিয়াখনৰ কথা মই জানোঁ। ময়েই আছিলোঁ সেইখন বিয়াৰ হোতা। কিন্তু এইজন অনুপমৰ লগত সেউজীৰতো বিয়া

হোৱা নাছিল। তাইৰ বিয়াৰ বন্দবস্ত হৈছিল অনুপৰ লগত। তেন্তে সেই বিয়াখন নহ'ল নেকি? বিয়া ভাঙি গৈছিল? তেনেকুৱা কিবা এটা হ'লে গৌৰিকে নকলেও মাকেতো মোক নিশ্চয় কলেহেঁতেন?

সেউজীয়ে মোৰ ভুলটো শুধৰাই দিছিল।

"অনুপমেই অনুপ কোঁৱৰৰ ককাইদেউ।"

বিয়াৰ আগতে গৌৰিকে কৈছিল: এটা কথা অ' পলাশ। দৰাৰ নবৌয়েক এজনী বলিয়া হাস্পাতালত আছে হেনো। সেইখন ঘৰলৈ সেউজীক দিয়া উচিত হ'ব জানো?

মই নির্ভয় দিছিলোঁ। এজন সাধাৰণ কলেজীয়া ছাত্ৰ হৈ খ্যাতনামা মনোবৈজ্ঞানিকৰ দৰে কৈছিলোঁ: একো নহয়। অনুপ আৰু নবৌয়েকৰ তেজৰ সোঁত বিভিন্ন। বংশগত ৰোগে নোচোৱে।

সেই সময়ত গৌৰিকে মোক বিশ্বাস কৰিলেও সি ভবা নাছিল: মই যে এদিন মনোবিজ্ঞানৰ ছাত্ৰ হিচাবে ব্যৱসায় আৰম্ভ কৰিম মযো ভবা নাছিলোঁ। কিন্তু সময়ে মোক টানি আনিলে বলিয়া হাস্পাতাললৈ। ৰোগী হিচাবে নহয়। চিকিৎসক হিচাবে। আৰু গৌৰিকে সিদিনা ভৱিষ্যত সন্দেহ কৰা অনুপক মযেই আজি চিকিৎসা কৰিছোঁ। সি সন্দেহ কৰা ৰোগৰ পৰা অনুপক উদ্ধাৰ কৰাৰ যত্ন কৰিছোঁ।

এয়া সময়ৰ পৰিহাস।

প্ৰথম শ্ৰেণীৰ বিচাৰক কোকিলকুমাৰ কোঁৱৰৰ দ্বিতীয় পুত্ৰ অনুপৰ লগত সেউজীৰ এদিন বিয়া হৈ গৈছিল। সেইখন বিয়াৰ ৰভা সাজি উলিওৱাত মযেই লাগি ভাগি দিছিলোঁ। মাৰোৱাৰীৰ গুডামৰ পৰা ট্ৰিপাল আৰু টিনপাত বিচাৰি আনিছিলোঁ। ঘোঁড়া গাড়ী বিচাৰি নৈৰ ঘাটলৈ দৌৰিছিলোঁ। কিন্তু বিয়াৰ দিনাখন বিয়া চোৱাৰ সৌভাগ্য মোৰ নহ'ল। মাৰ অসুখৰ বাতৰি পাই বিয়াৰ দিনা ৰাতিপুৱাই ঘৰলৈ আহিছিলোঁ।

সেউজীৰ মাকে কৈছিল: "তুমি থাকিব পৰা হ'লে ভাল পালোঁহেঁতেন। কিন্তু কি কৰিবা? মোৰে ভাগ্য বেয়া।"

গৈৰিকে কৈছিল ঃ "এৰা, তই গলে মোৰ অকলে বৰ অসুবিধাই হ'ব। কোন ফালেনো কিমান দৌৰিম? তাঁৰখন কাইলে পোৱা হ'লেও।"

"আমাৰ সুবিধা অসুবিধালৈতো বিপদ আপদবোৰে বাট চাই নাথাকে। একো চিন্তা নাই। ভগৱানে ভালে ভালেই নিয়াব। মইহে গৈ মাক দেখোঁ নে নেদেখোঁ জানোঁ!?"

শেষৰ কথাখিনি কওঁতে মোৰ মাতটো কঁপিছিল। চকু দুটা সেমেকি উঠিছিল। লৰা-লৰিকৈ আঁতৰি আহিছিলোঁ। সেউজীক মাত লগোৱাৰ সময় আৰু নহ'ল। ভিতৰত এজাক মাইকী মানুহ।

সেউজীৰ বিয়াৰ দুমাহ পিচত। এদিন কলেজ এৰি গুচি আহিছিলোঁ। পৰীক্ষাৰ ব্যস্ততাৰ মাজত গৈৰিকক লগ পাইছিলোঁ। সিহঁতৰ ঘৰলৈ গৈছিলোঁ। সেউজী নোহোৱা ঘৰখন উকা উকা লাগিছিল। শুদা শুদা পাইছিলোঁ। অকণমান সময় থাকিয়েই আঁতৰি আহিছিলোঁ। কিন্তু গৈৰিক অথবা গৈৰিকৰ মাকে অনুপমৰ অসুখৰ কথা তেতিয়া মোক একো কোৱা নাছিল।

কলেজ এৰি অহাৰ পিচত গৈৰিকক আৰু লগ পোৱা নাই। ক'ত কি কৰে তাকো নাজানোঁ। জীয়াই থকাৰ দায়িত্বই কাক ক'লৈ টানি নিলে খবৰ লোৱাৰ সময় পোৱা নাই। কেতিয়াবা কেতিয়াবা সহপাঠীবোৰলৈ মনত পৰে। কিন্তু খবৰ লোৱাৰ বা দিয়াৰ কোনো সুবিধা নাই। আজি হঠাতে এয়া লগ পাইছোঁ সেউজীক। সুদীৰ্ঘ সাত বছৰৰ পিছত।

সেউজী হোটেল এখনত আছিলহি। ময়েই তাইক জোৰকৈ মোৰ কোৱাৰ্টাৰলৈকে অহাৰ কথা কৈছিলোঁ। সেউজী হোটেল এৰি মোৰ ওচৰলৈ আহিছিল।

মোৰ উৎসাহ আৰু অলেখ প্ৰশ্নৰ উত্তৰত অনুপ্ৰাণিত হৈ সেউজীয়ে কোৱা আন আন কথাবোৰ জুকিয়াই ললোঁ। ক'ব খুখুজি লাজ লাজকৈ সেউজীয়ে অৱশেষত কৈছিল।

বিয়াৰ পিচত সেইখন ঘৰত তাই দেখিছিল শহুৰেক কোকিল কোঁৱৰ, শাহুয়েক অৰুণিমা আৰু অনুপমক। এজন ৰান্ধনি আৰু দুজন পাঁচনি। বিয়ালৈ অহা আত্মীয় স্বজনবোৰ এজন এজনকৈ আঁতৰি গৈছিল। শুনিছিল ঃ অনুপমৰ ককায়েক নিৰুপমৰ মৃত্যু হৈছিল। নবৌয়েক স্মৃতিকণাৰ মূৰৰ বিকৃতি ঘটিছিল। স্মৃতিকণা তেতিয়া বলিয়া হাস্পাতালত। সেয়া সেউজীৰ বিয়াৰ দুবছৰ আগৰ ঘটনা। নিৰুপমৰ স্মৃতি হেৰাই যোৱাত শাহুয়েক অৰুণিমাৰ মনত বেজাৰৰ শেষ নাই। নিৰুপমৰ এটা ল'ৰা বা এজনী ছোৱালীও যদি থাকিলহেঁতেন। শাহুয়েকে চকুলো টুকিছিল। আক্ষেপ কৰিছিল। নিৰুপম হেৰাই গ'ল। হেৰাই গ'ল সকলো স্মৃতি। ন-বোৱাৰীয়েক সেউজীক হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দিছিল। মৰমতে আঁকোৱালি লৈছিল। কৈ'ছিল ঃ তই মোৰ ঘৰৰ লখিমী। তোৰ ওপৰতে মোৰ সকলো আশা ভৰষা। বংশৰ সকলোৰে আশীৰ্ব্বাদ তোৰ মূৰত বৰিষণ হওক।"

কিন্তু নিয়তিৰ অভিশাপ। সময়ৰ প্ৰতিশোধ। লখিমী হৈ সোমোৱা সেউজীজনী হৈ পৰিল পিশাচিনী, ডাইনী। অনুপমৰ মাক দেউতাকে কলে ঃ "তোৰ কোনো দোষ নাই আই। এয়া আমাৰ ভাগ্য। কপালৰ লিখন। ব্ৰাহ্মণ-বিধৱাৰ অভিশাপ।"

শাহুয়েকৰ মৰম লগা সান্ত্বনাই সেউজীক সিদিনা কন্দুৱাইছিল। সেই চকুলো সেউজীৰ দুচকুৰ পৰা আজিও মচা যোৱা নাই। শেষ হৈ যোৱা নাই।

সেউজীয়ে নিজে নাজানে। দেখা নাই। শুনা কথা ঃ অনুপ সৰুৰে পৰা আনমনা। নিৰ্জ্জনপ্ৰিয়। তিৰোতা মানুহৰ কাষকে চাপিব নোখোজে। নবৌয়েকজনীৰ কাষৰ পৰা আঁতৰি আঁতৰি ফুৰে।

মাক দেউতাকে ভাবিছিল ঃ বিয়াৰ পিচত অনুপৰ হয়তো পৰিবৰ্ত্তন হ'ব। ফিৰি আহিব মনৰ স্বাভাৱিক অৱস্থা। সঙ্গপ্ৰিয় হৈ পৰিব। সেই ধাৰণাকে লৈ মাক-দেউতাকে অনুপৰ বিয়াৰ

বন্দৱস্ত কৰিছিল। অনুপমৰ মতামত বিচাৰিছিল। কিন্তু মাক-দেউতাকৰ হেজাৰ হেঁপাহ চূৰমাৰ কৰি স্পষ্টভাৱে অনুপে কৈছিল: সি বিয়া নকৰায়। আজীৱন চিৰকুমাৰ হৈ ৰ'ব। জীৱনক অনুপে ভয় কৰে। ভয় কৰে নাৰী-সঙ্গ। কিন্তু মাক-দেউতাক অলৰ অচৰ। তেওঁলোকে অনুপৰ বিয়া পাতিবই।

অৱশেষত এদিন বিয়া হৈ গ'ল। সেউজীৰ সতে অনুপমৰ। নামতীৰ উৰুলি, পুৰোহিতৰ শঙ্খৰ মঙ্গলধ্বনিত দুখন বিভিন্ন হৃদয় এক হৈ পৰিল। দুটি প্ৰাণ এটি হ'ল।

কথাবোৰ অনুপমৰ মাকেই সেউজীক কৈছিল। আৰু কৈছিল:

"দোষ অনুপৰ নহয় আই। দোষ আমাৰ। আমাৰ বিবেচনাৰ। দুটা জীৱন ধ্বংসৰ বাবে দায়ী আমাৰ অকৃত্ৰিম মৰম। অনুপৰ প্ৰতি থকা গভীৰ স্নেহ। কিন্তু সেই স্নেহে, আমাৰ অসুস্থ বিবেচনাই এদিন কাল হৈ উঠিব বুলি ভবা নাছিলোঁ। ভবা নাছিল দেউতাকে।"

সেউজী থমকি ৰৈছিল। আন কোনো কথা ক'ব খোজা নাছিল। সিহঁতৰ যুগ্ম জীৱনৰ চমু নিশাকেইটাৰ কথা সুধি সুধি সেউজীক মই ব্যতিবস্ত কৰি তুলিছিলোঁ। লাজত ৰঙা পৰি যোৱা সেউজীয়ে মোৰ হেজাৰ প্ৰশ্নৰ উত্তৰ দিছিল মৌনতাৰে। নিফুট ভাষাৰে। অথচ সেই নিশাকেইটাৰ বিষয়ে জনাৰ প্ৰয়োজন মই বৰকৈ অনুভৱ কৰিছিলোঁ। আমি যেন দুয়ো দৃঢ় প্ৰতিজ্ঞ হৈ পৰিছিলোঁ। মোৰ অলেখ প্ৰশ্নক এৰাই যাব খোজা সেউজীয়ে সঙ্কল্প লৈছিল মৌনতাৰ। আৰু মই সঙ্কল্প লৈছিলোঁ সেউজীৰ মুখত ভাষা দিয়াৰ। সেউজীহঁতৰ যুগ্ম জীৱনলৈ আহিছিল মাত্ৰ তিনিটা নে চাৰিটা নিশাৰ এন্ধাৰ। আৰু সেই চাৰিটা নিশাৰ এন্ধাৰৰ মাজতে তিমিৰাবৃত হৈ আছে অনুপমৰ বলিয়ালিৰ কাৰণ। মই তেনেদৰেই ভাবিছিলোঁ। সেই-বাবে বাৰে বাৰে কৈছিলোঁ: "একো নহয় সেউজী। লাজ কৰিবলৈ কিটো আছে? বিয়া কাৰ নহয়? এদিন মোৰো হ'ব। সকলোৰে জীৱনত বিয়া হয়। তেনেবোৰ নিশা জীৱনলৈ আহে। মোক

ক'বলৈ যদি ইমানেই লাজ কৰিছা তেন্তে কাগজ এখিলাতে লিখি দিয়া।"

কিন্তু সেউজীয়ে মোক সেই নিশাকেইটাৰ কথা নকলে। লিখিও নিদিলে। তথাপি অৱশেষত মোৰেই জয় হ'ল। অনুপম আৰু সেউজীৰ মধুনিশা তিনিটা নে চাৰিটাৰ কাহিনী মই শুনিছিলোঁ। বন্দী কৰি ৰাখিছিলোঁ।

সেউজী তেতিয়া মোৰ ওচৰত নাছিল। পাক ঘৰত কিবা কিবি কৰিছিল। পাঁচনি ল'ৰাটোক দিহা পৰামৰ্শ দিছিল। টেপ ৰেকৰ্ডাৰটোত টেপৰ ফিটা এডাল ঘূৰিছিল। খুউব লাহে লাহে। মন্থৰ গতিত।

ঃ প্ৰথম নিশা। তেতিয়া বহুত ৰাতি।

ঘৰৰ প্ৰায়বোৰেই শুইছিল। শোৱা নাছিল মাথোন মা আৰু মামীদেউ। ভাত পানী খাই উঠাৰ পিচত মামীয়ে মোক কিবা কিবি কৈছিল। বুজাইছিল। শিকাইছিল। তাৰ পিচত মোক লৈ গৈ কোঠা এটাৰ সন্মুখত থিয় হৈছিল। কৈছিলঃ তুমি ইয়াতে শুবা সেউজী। যোৱা। দুৱাৰখন ভিতৰৰপৰা বন্ধ কৰি দিয়া।

লাজত মোৰ মৰি যাওঁ মৰি যাওঁ যেন লাগিছিল।

মই ভিতৰলৈ সোমাই যাব নোৱাৰিলোঁ। একে ঠাইতে থিয় হৈ ৰ'লোঁ। মই যেন তেতিয়া সেউজী নহয়। জীয়া গাভৰু নহয়। এটা প্ৰস্তৰ মূৰ্ত্তি। তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ। ইতিমধ্যে মাও শুই পৰিছে। মাৰ বোধহয় টোপনি আহিছিল। গোটেইটো হাউলি নিমাওমাও। নিস্তব্ধ। অন্ধকাৰ। আটাইবোৰ ঘৰৰ পোহৰ নুমাই গৈছে। মোৰ সন্মুখৰ কোঠাটোৰ ভিতৰত মাথোন জ্বলি আছিল এটা নীলা পোহৰ; ক্ষীণ।

"কি কৰিছা? নোযোৱা কেলেই?"

মামীয়ে মোক জোৰকৈয়ে কোঠাটোৰ ভিতৰলৈ ঠেলি দিছিল।

মা আৰু মামী মানে তেখেতৰ মাক আৰু মামী। মোৰো মা আৰু মামীদেউ।

ভিতৰৰ পৰা দুৱাৰখন মই বন্ধ কৰি দিছিলোঁ।

মামীদেউ আঁতৰি গৈছিল।

যোৱা নিশা ময়ো মামীদেউৰ সৈতে শুইছিলোঁ।

হাত-ভৰিবোৰ মোৰ কঁপিছিল। বুকুখনে ধিপ্‌ধিপাইছিল। ফাগুন মাহৰ পাতল চেঁচাত নহয়। কিবা এটা অনামী ভয়ত। আশঙ্কাত। শিহঁৰণত।

তেখেত তেতিয়া টোপনিত লালকাল।

এখোজ দুখোজকৈ বিচনাখনৰ ওচৰলৈ মই আগুৱাই গৈছিলোঁ। কঁপা কঁপা হাত দুখনেৰে লেপখন অকণমান আঁতৰাই তেখেতৰ দুই ভৰি চুই প্ৰণাম কৰিছিলোঁ। তাৰ পিচত লেপখন আকৌ জাপি দিছিলোঁ। মামীদেৱে শিকাই দিয়া মতে কোঠাটোত কোনোবাই থৈ যোৱা গৰম পানীখিনি চৰিয়াটোত ঢালি লৈছিলোঁ। ভৰিদুখন ধুৱাই দিয়াৰ কথা ভাবিছিলোঁ। কিন্তু সিমানখিনি সাহস মোৰ নহ'ল। তেখেতে যদি সাৰ পাই যায়? টোপনি ভাঙে। গৰম পানীৰ চৰিয়াটো হাতত লৈ থিয় হৈ ৰ'লোঁ। তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ।

দূৰত কুকুৰা এটাই ডাক দিছিল।

চকু দুটা মোৰ পুৰিছিল।

হাতৰ চৰিয়াটো পালেঙৰ তলত সোমাই থৈ বিচনাখনৰ এচুকত বহি পৰাৰ কথা ভাবিছিলোঁ। বহিব খুজিও থমকি ৰ'লোঁ। তেখেতৰ টোপনিত ব্যাঘাত হয় বুলি মোৰ ভয় হৈছিল। এবাৰ দুবাৰকৈ বিচনাখনৰ ওচৰলৈ কেবাবাৰো আগুৱাই গৈছিলোঁ। আকৌ পিচুৱাই আহিছিলোঁ।

ভৰি দুখন মোৰ বিষাইছিল।

কেবাবাৰৰ যত্নৰ পিচত পালেঙখনত হেঁচি ধৰি অতি সন্তৰ্পণে বহি পৰিছিলোঁ।

মোৰ কেতিয়া টোপনি আহিছিল ক'ব নোৱাৰোঁ। বহি বহিয়েই টোপনিয়াইছিলোঁ। আন এটা কুকুৰাৰ ডাকত মোৰ টোপনি

ভাগি গৈছিল। থকমকৈকৈ সাৰ পাই পোন হৈ বহিলোঁ। চকুহুটা মোহাৰি বাহিৰৰ আকাশখনলৈ চালো। বাহিৰৰ পৃথিৱীত তেতিয়া পোহৰ আৰু এন্ধাৰে লুকাভাকু খেলিছে। কোনোবাই যেন ছাইৰঙী ফাকুগুৰি এসোপাৰে গোটেইখন আকাশ ৰঙাই তুলিছে। আকাশৰ গাত চটিয়াই দিছে।

দুৱাৰখন খুলি মই ওলাই আহিলোঁ।

তেখেতৰ তেতিয়াও টোপনি ভঙা নাই।

অলপ পিচত মামাদেউ শোৱা পাটী এৰি ওলাই আহিছিল।

এটা নিশা আমাৰ পাৰ হৈ গ'ল।

দ্বিতীয় নিশাও পাৰ হৈ গৈছিল। প্ৰথম নিশাৰ দৰে এটা নিস্তব্ধ ৰজনী। মৌন। কোনোৱেও কাকো এষাৰ কথা কোৱা নহ'ল। এষাৰো কথা সোধা নহ'ল।

তৃতীয় নিশা।

মোৰ মনৰ এলবামত সজাই থোৱা আটাইতকৈ এখন উজ্বল ছবি। তাৰ ৰং কোনো দিনে মচ খাই নাযায়। স্মৃতিৰ পৰা হেৰাই নেযায় সেই নিশাৰ কাহিনী। বিস্মৃতিয়ে ম্লান কৰিব নোৱাৰে তাৰ ৰং।

এই নিশাটো প্ৰথম আৰু দ্বিতীয় নিশা নহয়। এটা সম্পূৰ্ণ বেলেগ নিশা।

কোঠাটোত সোমায়ে দেখিলোঁ ঃ যোৱা দুটা নিশাৰ দৰে তেখেতৰ টোপনি অহা নাছিল। চকু দুটা মুদি ওপৰ মু'কৈ শুই আছিল। মোৰ ক্ষীণ পদ শব্দত চকু দুটা মেলি মোলৈ চাইছিল। কৈছিল ঃ

"বহা সেউজী। অ' নামটো সেউজী নহয় জানো?"

তেখেতৰ দুভৰি চুই সিদিনাও মই প্ৰণাম কৰিছিলোঁ। বহো-নবহোকৈ বহি পৰিছিলোঁ। পালেঙৰ খুটি এটাত দুহাতেৰে চেপি ধৰিছিলোঁ। আমাৰ মাজত যথেষ্ট ব্যৱধান। ভাবিছিলোঁ তেখেতে হয়তো ক'ব ঃ 'ওচৰলৈকে আহা সেউজী। মোৰ কাষলৈ আহা। ইয়াতে বহাহি।'

তাৰ পিচত হয়তো মোৰ হাতত্খনত ধৰি টানি নিব। মোৰ ওচৰলৈ উঠি আহিব। কিন্তু মই ভবাৰ দৰে তেখেত উঠি নাহিল। মোক টানিও নিনিলে। আগৰ দৰেই শুই থাকিল।

"সেউজী!"

তেখেতে মাতিছিল। এটা মৰম কোমল মাত। গ্ৰামোফোন ৰেকৰ্ডত বন্দী কৈ ৰখা যেন এটা মিঠা গানৰ কলি।

মই সঁহাৰি দিব খুজিছিলোঁ। কিন্তু নোৱাৰিলোঁ। কোনো কথাই মোৰ মুখেৰে উচ্চাৰণ নহ'ল। কোনোবাই যেন মোৰ টেটুত চেপিহে ধৰিছিল।

"তুমি নিশ্চয় আচৰিত হৈছা? নহয় সেউজী?"

"কিয়?"

কোনোমতে সুধিছিলোঁ। মোৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল।

"এনেকুৱা নিশাবোৰৰ অভিজ্ঞতা তোমাৰ নাই। কাৰো নাথাকে। সেই অভিজ্ঞতা জন্মে বিয়াৰ পিচত। যুগ্মজীৱনত। তথাপি আমি জানো ফুলশয্যাৰ নিশাবোৰৰ বিষয়ে একো নাজানোঁ?"

মই নিৰুত্তৰ হৈ ৰ'লোঁ।

কথাবোৰ ইমান মিঠা! ইমান মৰম সনা! তথাপি মইচোন কথা ক'ব নোৱাৰিলোঁ। কিবা এটা ভয় ভয় ভাৱ।

"বহুত কথাই জানো সেউজী। তুমিও জানা। আমাৰ সেই জনা: কাৰোবাৰ মুখত শুনি জনা। কেতিয়াবা ক'ৰবাত পঢ়ি জনা। যোৱা নিশা দুটাৰ ব্যৱহাৰত তুমি হয়তো ক্ষুণ্ণ হৈছা। তুমি হয়তো আশা কৰিছিলা: মোৰ অকণমান মৰম। স্নেহ। এষাৰ মৰমৰ মাত।"

তেখেত ৰৈ গৈছিল।

"কওকচোন।"

বৰ কষ্টেৰে কৈছিলোঁ। সুধিব খুজিছিলোঁ 'কিয়'। কিন্তু মুখেৰে ফুটি ওলাল আন এটা শব্দ: কওকচোন।

"প্ৰথম নিশা মই সঁচাকৈয়ে ভাগৰি পৰিছিলোঁ। টোপনি আহিছিল। কিন্তু দ্বিতীয় নিশা মই ভাগৰি পৰা নাছিলোঁ। কিন্তু অচেতন হৈ পৰিছিলোঁ। মদ খোৱা অভ্যাস মোৰ নাই। মদৰ পৰিবৰ্তে আন কিবা কিবি খায়ো অচেতন হৈ পৰি থাকিব পাৰি।"

"আপুনি তেনেহলে মোক বেয়া পায় ?"

মোৰ প্ৰশ্নটো শুনি মই নিজেই আচৰিত হৈছিলোঁ। তেখেতক তেনেদৰে প্ৰশ্ন কৰাৰ সাহস ক'ত পাইছিলোঁ ক'ব নোৱাৰোঁ।

"তোমাক নহয়। নাৰীজাতিক মই ভয় কৰোঁ। সংসাৰৰ প্ৰতি মোৰ কিয় ইমান ভয় মই নাজানোঁ। যোৱা নিশা দুটা সেই কাৰণেই তোমাক এৰাই ফুৰিবলৈ যত্ন কৰিছিলোঁ। দোষ তোমাৰ নহয়। মোৰো নহয়। মা-দেউতাৰ। বিয়াৰ প্ৰতি মই বিৰাগ নহয়। নাৰীৰ প্ৰতি মোৰ কোনো বিদ্বেষ নাই। কিন্তু ভয় এটা আছে।

তেখেত থমকি ৰৈছিল। শোৱাৰ পৰা উঠি বহিছিল।

"তুমি হয়তো আচৰিত হৈছা। নাৰীৰ প্ৰতি মোৰ অন্তৰত এটা অজানিত ভয়। অথচ তোমাক কাষত বহুৱাই লৈ ইমানবোৰ কথা কোৱাৰ সাহস মই ক'ৰ পৰা পালোঁ ? আজি কিমান দিনৰ পৰা এই প্ৰস্তুতিৰ বাবে মই কিমান যত্ন কৰিছোঁ সেই কথা তুমি নুবুজিবা সেউজী ! বিশেষকৈ যোৱা দুইদিনত মই বৰ অধৈৰ্য্য হৈ. পৰিছিলোঁ। অশান্ত হৈ উঠিছিলোঁ। অৱশেষত সিদ্ধান্ত ললোঁ ঃ তোমাক সকলো কথাই কম।"

"মোকো আপোনাৰ ভয় লাগে ?"

দৃষ্টি ঘূৰাই প্ৰশ্ন কৰিছিলোঁ। আমাৰ ইজনৰ দৃষ্টিত সিজনৰ দৃষ্টিয়ে খোপনি পুতিছিল।

দেখিছিলোঁ ঃ তেখেতৰ চকু দুটা জ্বলিছিল। মোক তেনেদৰে ঘূৰি চোৱা দেখি এহাতমান পিচুৱাই গৈছিল। ঘৰৰ মজিয়াত ফেট তুলি থকা বিষাক্ত সাপ এটা দেখিহে যেন তেনেদৰে ভয় বিহ্বল হৈ পৰিছে। নিশ্চিত বিপদ এটাৰ পৰা আত্মৰক্ষা কৰাৰ উপায় ভাবিছে।

মই কি কম, কি কৰিম একো স্থিৰ কৰিব নোৱাৰিলোঁ।

ক'ৰবাত পঢ়িছিলোঁ। কিন্তু ক'ত পঢ়িছিলোঁ ক'ব নোৱাৰোঁ। মনত পৰিল ঃ নাৰীৰ স্নেহৰপৰা বঞ্চিত পুৰুষৰ মন সদায় দুৰ্ব্বল। সেইবোৰ পুৰুষৰ অৱচেতন মনৰ মাজত লুকাই থাকে শঙ্কাৰ ভাৱ। সেই শঙ্কা নাৰীৰ স্নেহক বিষ বুলি ভবা শঙ্কা। সেইবোৰ পুৰুষে নাৰীক সাপ বুলি ভাৱে। মায়াবিনী যেন দেখে। কিন্তু নাৰীৰ কোমল হাতৰ স্নেহ স্পৰ্শই সেই শঙ্কাৰ ভাৱ লাহে লাহে আঁতৰাই নিয়ে। মচি পেলায়। দুৰ্ব্বল পুৰুষজন সবল সতেজ হৈ উঠে।

মোৰ সম্মুখৰ টেবুলখনৰ ওপৰতে আছিল এবটা তামোল-পাণ। ভাবিলোঁ ঃ মৰমৰে 'তামোল এখন খাওক' বুলি কলে হয়তো তেখেতৰ সেই শঙ্কাৰ ভাবটো বহু পৰিমাণে আঁতৰি যাব। মোক বিশ্বাস কৰি-বলৈ যত্ন কৰিব।

বহাৰ পৰা উঠি টেবুলখনৰ ওচৰলৈ গৈছিলোঁ।

বটাটোত কটা তামোল নাছিল। আছিল কেইখিলামান পাণ, ভালদৰে বাকলি গুচুওৱা তিনিটা নে চাৰিটা তামোল, এখন ডবীয়া কটাৰী আৰু এখিলা পাণত অকণমান চুণ। তামোল এটা হাতত লৈ কটাৰীখনেৰে বাকলিবোৰ গুচুৱাইছিলোঁ। লুকাই চুৰকৈ তেখেতৰ চকুলৈ চাইছিলোঁ। অস্থিৰ মন। কঁপা কঁপা হাত।

ইয়াৰ পৰা মই ওলাই যাম নেকি? মামীদেউক জগাই দিম। কথাবোৰ কম। এখেতৰ কি হৈছে চাওকহি। ভাবিছিলোঁ। বহুত কিবা কিবি ভাৱবোৰে আহি মনত খুন্দিয়াইছিল। আমাৰ প্ৰথম মিলন নিশাতেই তেনে এটা পৰিস্থিতিৰ সম্মুখীন হ'ম বুলি কেতিয়াও ভবা নাছিলোঁ। এনেকুৱা পৰিস্থিতিৰ বাবে মোৰ মন অকণো প্ৰস্তুত নাছিল। তেখেতে মোক আঁকোৱালি লব। মৰম কৰিব। লাজ লাজ কৈ মই আঁতৰি যাম। এনে এটা মধুৰ দুৰ্ঘটনাৰ ভয়ত মোৰ মন কঁপিছিল। কিন্তু এয়া এটা সম্পূৰ্ণ বেলেগ পৰিস্থিতি। কেতিয়াও কোনোৱেও কল্পনা কৰিব নোৱাৰা দুৰ্ঘটনা। মাই হয়তো কব ঃ মই শাখিনী। সাপিনী। মোৰ কাৰণেই তেখেতৰ ল'বাৰ এনেকুৱা এটা হ'ল। কথাবোৰ ভাবি মই অন্যমনস্ক হৈ পৰিছিলোঁ

কিজানি। সোঁ-হাতৰ কটাৰীখন হঠাতে তামোলৰপৰা পিচলি আহি মোৰ বাওঁহাতৰ বুঢ়া আঙুলিটোৰ ছাল বখলিয়াই নিছিল। বৈ পৰা ৰঙা তেজবোৰে টেবুল ঢাকনিখনৰ এটা অংশ ডুবাই পেলাইছিল।

কি হৈছিল ক'ব নোৱাৰোঁ। সেই মুহূৰ্ত্তে মোৰ কাণত পৰিছিল এটা ভীত বিহ্বল চিঞৰ। মৃত্যুৰ যন্ত্ৰণা কাতৰ আৰ্ত্তনাদ। মই উচাপ খাই উঠিলোঁ। হাতৰ তামোলটো কটাৰীখনেৰে সৈতে দূৰত চিটিকি পৰিল।

ক্ষিপ্ৰতাৰে দৃষ্টি ফিৰাই আনি ময়ো চিঞৰি উঠিলোঁ। মই যেন ধোঁৱা-কোঁৱা দেখিছিলোঁ। মোৰ চকুদুটাকে মই বিশ্বাস কৰিব পৰা নাছিলোঁ।

"হে ভগৱান, এয়া কি কৰিলা প্ৰভো? তাতকৈ মোৰ মৃত্যু নহ'ল কিয়? চান্দসদাগৰৰ মেৰঘৰত বেউলাৰ দৰে সতীত্বৰ পৰীক্ষা দিবলৈ মইতো ইয়ালৈ অহা নাছিলোঁ।"

তেখেতক সাৱটি ধৰি মই জোকাৰি দিছিলোঁ। চিঞৰি চিঞৰি মাতিছিলোঁ। কি বুলি মাতিছিলোঁ, কাক মাতিছিলোঁ ক'ব নোৱাৰোঁ। কিন্তু তেখেতে মোক কোনো কথা নকলে। ক'ব নোৱাৰিলে। অচেতন দেহটো মাথোন থৰ্ থৰ্ কৈ কঁপিছিল। দুয়ো কোৱাৰিৰে বৈ আহিছিল এমুখ ফেন।

তাৰ পিচত কেতিয়া কেনেকৈ দুৱাৰ খুলি মামীদেউ শোৱা কোঠাটোৰ দুৱাৰ মুখত থিয় হৈছিলোঁগৈ ক'ব নোৱাৰোঁ। দুৱাৰত খুন্দিয়াই খুন্দিয়াই মামীদেউক জগাই দিছিলোঁ। মামীদেৱে সাৰ পাইছিল। উঠি আহিছিল।

মা-দেউতাৰ টোপনিও ভাঙি গৈছিল। ঘৰৰ আটাইবোৰ মানুহ আহি আমাৰ শোৱনি কোঠাটোত থুপ খাইছিল। মই কঁপিছিলোঁ। এজাক মানুহৰ চকুৰ দৃষ্টিয়ে যেন মোক পুৰি মাৰিব।

তাৰ পিচত মই আৰু ক'ব নোৱাৰোঁ।

চকু মেলি দেখিছিলোঁ মোৰ ওচৰতে বহি আছে মা, মামীদেউ আৰু দেউতা। বাহিৰত দিনৰ উজ্জ্বল পোহৰ। কোঠাটোৰ

চাৰিওফালে এবাৰ দৃষ্টি বুলাই নিলোঁ। সেইটো আমাৰ শোৱনি কোঠা নহয়। সেইখন মামীদেউৰ শোৱা বিছনা।

দেউতাক দেখি মূৰৰ ওৰণিখন টানি লব খুজিছিলোঁ। মামী-দেৱে চাদৰখনৰ আঁচল এটাৰে মোৰ মুখখন ঢাকি দিছিল। দেউতা ওলাই গৈছিল। মাক নে মামীদেউক কিবা এটা কৈছিল।

লাজ-ছৰম দলিয়াই পেলাই মামীদেউক সুধিছিলোঁ: "তেখেত এতিয়া ক'ত মামীদেউ? কেনে পাইছে?"

"তুমি মনে মনে থাকা সেউজী। তেওঁ ভাল পাইছে। কোনো চিন্তা নাই।"

মাই কৈছিল: "তই কথা নকবি আই। ডাক্তৰে তোক সম্পূর্ণ জিৰণি লবলৈ কৈছে।"

বাধ্য হৈয়ে মৌন হৈ ৰ'লোঁ। মনৰ মাজত এটা অপৰাধী অপৰাধী ভাৱ। মায়ে জানো কি ভাবিছে। মোক জানো ক্ষমা কৰিব পাৰিছে? দেউতাই মোক ঘৃণা কৰা নাইতো?

এফালে তেখেতক এবাৰ চোৱাৰ দুৰ্ব্বাৰ হেঁপাহ: আনফালে মাৰ সম্মুখত সহজ হৈ উঠিব নোৱাৰাৰ অসহ্য তাড়না। মই চট্‌ফটাই উঠিছিলোঁ। বুকুখন ফাটি যাওঁ ফাটি যাওঁ যেন লাগিছিল। অমঙ্গলীয়া চিন্তা কিছুমানে আহি জুমুৰি দি ধৰিছিল: তেখেত জানো সঁচাকৈয়ে সুস্থ হৈ উঠিছে? মা আৰু মামীদেৱে মোক মিছা কৈছে নেকি? তেন্তে মোক এবাৰ তেখেতক চাবলৈ নিদিয়ে কিয়? দেউতাই তেনেহলে মোক ক্ষমা কৰিব পৰা নাই? নহলে মই চকুমেলি চোৱা দেখিয়েই দেউতা তেনেদৰে গুচি যাব কেলেই?

আবেলি। মই সম্পূর্ণ ভাৱে সুস্থ হৈ উঠিছিলোঁ।

ডাক্তৰ এজন আহিছিল।

আগনিশাৰ কথাবোৰ সুধিছিল। অকলশৰীয়া কোঠাটোত তেতিয়া মই আৰু বৃদ্ধ চিকিৎসকজন। মা, মামীদেউহঁত ওচৰত কোনো নাই। তেখেতৰ নেৰা-নেপেৰা প্ৰশ্নৰ উত্তৰত কিবা কিবি কৈছিলোঁ। লাজ লাজকৈ।

ডাক্তৰে কৈছিল: তুমি তেওঁৰ ওচৰলৈ নাযাবা। আঁতৰে আঁতৰে থাকিবা।

তাৰ পিচতো তেখেতক মই দেখিছোঁ। কিন্তু তেখেতে মোক দেখিছে নে নাই নাজানোঁ। অকল ময়ে নহয়। মা, মামীদেউ কোনো তেখেতৰ ওচৰলৈ নাযায়।

ডেড়মাহমান পিচত। মামীদেউ এদিন ঘৰলৈ যাবলৈ ওলাল। যোৱাৰ আগতে তেখেতক এবাৰ মাত লগাই যাব নেকি ভাবিছিল। ঘৰটোৰ ভিতৰতে সদায় মন মাৰি বহি থকা তেখেতৰ স্বভাৱ হৈ পৰিছিল। কাকো নামাতে। কথা নকয়। কিবা কাৰণত সিদিনা কোঠাটোৰপৰা ওলাই আহিয়েই দুৱাৰ মুখতে ৰৈ থকা মামীদেউক দেখিছিল।

মামীদেউক দেখিয়েই তেখেতে চিঞৰি দিলে। দুৱাৰদলিতে অজ্ঞান হৈ ঢলি পৰিল। প্ৰথম দিনাৰ দৰে বৈ আহিল এমুখ ফেন······।

···তাৰ পিচতো টেপৰ ফিটাডাল ঘূৰিছিল। কিন্তু নিঃশব্দ।

প্লাকটো সোলোকাই টেপটো মই বন্ধ কৰি থলোঁ।

সেউজী মনোবৈজ্ঞানিক নহয়। কিন্তু মনোবৈজ্ঞানিকৰ দৰেই কথাষাৰ ভাবিছিল: নাৰীৰ মৰম কোমল হাতৰ স্পৰ্শই ক্ৰমান্বয়ে অনুপমৰ মনৰ পৰা ধুই মচি নিব নাৰীৰ প্ৰতি থকা শঙ্কাৰ ভাৱ।

অনুপমে লিখা—'তামোল', 'চুৰি', 'তেজ' আদি শব্দবোৰৰ অৰ্থ পৰিষ্কাৰ হৈ পৰিছিল। অনুপমৰ অসুস্থতাৰ বাবে যে সেউজীয়ে কোৱা নিশাটোৱে দায়ী সেই বিষয়ে মই নিঃসন্দেহ। কিন্তু নাৰীৰ প্ৰতি অনুপমৰ এই ভাৱৰ উদয় হ'ল কেনেকৈ আৰু কেতিয়া? মই তেতিয়া সেই কথাই ভাবিছিলোঁ।

অনুপমৰ মনৰপৰা নাৰীৰ প্ৰতি থকা শঙ্কাৰ ভাৱ আঁতৰাব পাৰিলেই অনুপম সুস্থ হৈ উঠিব। সেয়া মোৰ বিশ্বাস। সেউজীৰ প্ৰতি অনুপমৰ যি ভয়; যি অবিশ্বাস; তাক নিৰ্মূল কৰিবলৈ হ'লে অনুপমৰ ওচৰত সেউজীৰ দীৰ্ঘদিনৰ উপস্থিতিৰ আৱশ্যক।

"তুমি তুমাহমান ইয়াত থাকিব পাৰিবা নহয় সেউজী?" সুধিছিলোঁ।

"তুমাহ!"

"কিয়? উচাপ খাই উঠিলা দেখোন। আচৰিত হবলগীয়া কিটো হ'ল?"

ভাবিলোঁ: সেউজীয়ে মোক কিবা সন্দেহ কৰিব খুজিছে নেকি?

"মোৰ যে চুটী নাই ককাইদেউ। দহদিনৰ চুটী লৈ আহিছিলোঁ।"

"চুটী? মই বুজা নাই সেউজী।"

"মই চাকৰি কৰোঁ ককাইদেউ। স্কুলৰপৰা টকা কেইটামান পাওঁ। চাকৰি নকৰিলে ঘৰ নচলে। এই মাহত টিউচনিৰ টকাও সম্পূৰ্ণ নাপাম।"

সেউজীৰ কথাষাৰে মোৰ মনটো সেমেকাই তুলিছিল। বেচেৰী! তাই চাকৰি নকৰিলে ঘৰ নচলে। সেই কাৰণে তাই চাকৰি কৰে। টিউচনি কৰে। গৌৰিক আজি-কালি ক'ত জানো?

"গৌৰিকে আজি-কালি কি কৰে সেউজী? সি বিয়া বাৰু কৰালে নেকি?"

"গড়কাপ্তানী বিভাগৰ সহকাৰী সচিব। বিয়া এই বেলি হয় নেকি জানো।"

"তুমি তেন্তে চাকৰি কৰিব লাগে কেলেই? সি জানো খৰচ পাতি নিদিয়ে?"

"দিয়ে। তথাপি ইমান এখন ঘৰৰ খৰচ!"

"ইমানখন ঘৰ মানে? তুমি আৰু মায়েৰাহে?"

"মাহঁতৰ ঘৰখনৰ কথা কোৱা নাই।"

সেউজী তলমূৰহৈ ৰ'ল।

"অনুপমৰ দেউতাকে চাকৰিৰপৰা অৱসৰ ল'লে নেকি?"

চাকৰিৰ পৰা নহয়। জীৱনৰপৰাই অৱসৰ ল'লে। চিৰদিনলৈ গুচি গ'ল। মা-জনীকে মই ৰখি আছোঁ। ককাইদেৱে অলপ অচৰপ সহায় কৰে। ঘৰভাৰা অলপ পাওঁ। টিউচনি তিনিটাৰ

টকাৰে আমি কোনোমতে চলোঁ। ঘৰভাৰা আৰু স্কুলৰ দৰ্মহাৰ টকাখিনি ইয়ালৈ পঠিয়াওঁ। ইয়াত দুজনৰ খৰচ দিব লাগে।"

"অনুপমৰ দেউতাকৰ সাঁচতীয়া ধন জানো একেবাৰে নাছিল?"

"চাকৰিয়ালসকলৰ জীৱনত এজন মানুহে কিমান ধন সাঁচিব পাৰে বাৰু? তদুপৰি দুজন লৰাৰ শিক্ষাৰ খৰচ। বিয়াৰ খৰচ। বাইদেউৰ চিকিৎসাৰ খৰচ।"

"কোন বাইদেউ? স্মৃতিকণাৰ?

"হয়।"

মানুহৰ দুখৰ কথাই মনবোৰ গধুৰ কৰি তোলে। গাভৰু ছোৱালীৰ দুখৰ কথা শুনিলে মনবোৰ আৰু বেছি বেয়া লাগে। কেনেবা কেনেবা লাগে। সেউজীৰ কথাবোৰে মোৰ অন্তৰৰ কোনোবাখিনিত বিন্ধিছিল। মনটো গধুৰ কৰি তুলিছিল। সেইবোৰ যেন সেউজীৰ অন্তৰৰ বেদনা নহয়। সেই বেদনা মোৰ। মোৰ অন্তৰৰ নিজা বেদনা।

"ইয়াৰ পৰা তাঁৰ কৰি চুটি বঢ়াই লব নোৱাৰিবা জানো?"

"পাৰিম। কিন্তু...।"

"কিন্তু মানে?"

"মাজনী অকলশৰীয়া হ'ব। তেখেতে বা আকৌ কি ভাবে? তদুপৰি টিউচনৰ এশ বিশ টকাকৈ মাহে মাহে হেৰুৱাব লাগিব।"

গাভৰু ছোৱালী আৰু গাভৰু বোৱাৰীবোৰৰ প্ৰতি মানুহৰ ধাৰণা সুস্থ নহয়। সন্দেহশীল মনবোৰে অশ্লীলতাৰ গোন্ধ পায়। দূৰ চহৰ এখনত এজন অচিন ডেকাৰ ওচৰত সেউজী দুমাহ থাকিব। মই সেউজীৰ কাৰণে অচিনাকি নহয়। অচিনাকি অনুপমৰ মাকৰ কাৰণে। অনুপমৰ মাকে মোক চিনি নাপায়। গতিকে অনুপমৰ মাকে সেউজীক সন্দেহ কৰাটো স্বাভাৱিক। সেই কথাকে সেউজীয়ে বুজাব খুজিছে। মই বুজিলোঁ। কিন্তু সেই বিষয়ে একো উল্লেখ নকৰি কলোঁ:

"দুমাহ টিউচনি নকৰিলেও চলিব পাৰিবা দিয়া!"

"আগৰ সেই অৱস্থা নাই ককাইদেউ। আনন্দত চাকৰি কৰিবলৈ যোৱা নাই। পুৱা গধূলি টিউচনি। দিনত স্কুল। ঘৰখনৰ সকসুৰা ইটো সিটো বহুতো কাম। গধূলি টিউচনিৰপৰা উভতি অহাৰ পিচত মূৰটো ফাটি যাওঁ ফাটি যাওঁ যেন লাগে। শৰীৰ আৰু মন অৱশ হৈ পৰে।"

চুটী লৈ সেউজী ইয়াত থাকিলে স্কুলৰ দৰ্মহা কেইটা হয়তো পাব। টিউচনিৰ পৰা টকা নাপায়। ঘৰ চলাবলৈ সেউজীহঁতৰ টকাৰ নাটনি পৰিব। ভাবিলোঁ: তুমাহৰ টিউচনিৰ পৰা পোৱা টকা কেইটা মোৰ পৰাই দিম। কিন্তু সেউজীক নকলোঁ। গৈৰিকলৈ চিঠি এখন লিখিলোঁ:

"......সি নিজে গৈ যাতে অনুপমৰ মাকক কথাটো বুজাই কয়। সেউজীক যেন সন্দেহ নকৰে। বেয়া নাপায়। অনুপমৰ ওচৰত সেউজীৰ উপস্থিতিৰ বিশেষ প্ৰয়োজন। সেউজীৰ সান্নিধ্যৰেই অনুপমৰ মনৰ মাজৰপৰা আঁতৰাব লাগিব সেউজীৰ প্ৰতি থকা অবিশ্বাস। নাৰীৰ প্ৰতি থকা শঙ্কা। তাঁৰ কৰি সি যেন তাৰ মতামত জনায়।"

"ককাইদেউ হয়তো যাব। কিন্তু মাজনীয়ে বেজাৰ মনে থাকিব।" সেউজীয়ে কৈছিল।

অনুপমৰ মাকলৈ সেউজীয়ে চিঠি লিখিছিল।

ময়ো লিখিছিলোঁ: তেখেতসকলৰ মঙ্গলৰ কাৰণেই সেউজীক মই ইয়াত ৰাখিব খুজিছোঁ। তেখেতে যেন মোক তেখেতৰ অনুপম বুলিয়েই ভাবে।

কেইদিনমান পিচত। তাঁৰ এখন পাইছিলোঁ। গৈৰিকৰ।

'মই ইয়াত থকা বুলি জানি সি আনন্দ পাইছে। সেউজীক যিমান দিন ইচ্ছা সিমান দিন ইয়াত ৰখাত কাৰো আপত্তি নাই।'

এয়া তাঁৰখনৰ কথা।

"ককাইদেউ বোধহয় আমাৰ ঘৰলৈ যোৱাই নাই! হয়তো যাব। ককাইদেৱে আপত্তি নকৰে। কিন্তু মই মাজনীৰ কথাহে ভাবিছোঁ।"

তাৰ কেইদিনমান পিচত গৈৰিকৰ পৰা চিঠি এখন পাইছিলোঁ। সি অনুপমহঁতৰ ঘৰলৈ গৈছিল। মাকক সকলোবোৰ কথা বুজাই কৈছে। মাকে একো আপত্তি কৰা নাই।

গৈৰিকৰ চিঠিখন পঢ়ি সেউজীৰ মুখখন উজ্বল হৈ উঠিছিল।

'অনুপমৰ দেউতাক কেতিয়া মৰিল? কি হৈ মৰিল? ব্ৰাহ্মণ বিধৱাৰ অভিশাপ মানে কি?' সেউজীক সুধিব খুজিছিলোঁ। কিন্তু নুসুধিলোঁ।

অনুপমৰ ওচৰলৈ গৈছিলোঁ। মই অকলে।

সেউজীয়েও যাব খুজিছিল। মই বাধা দিছিলোঁ।

অনুপমক বহুত কিবা কিবি কৈছিলোঁ। কৈ শুনাইছিলোঁ: বিয়াৰ কথা। মাক-দেউতাকৰ আদেশ। বিয়াৰ পিচত তৃতীয় নিশা সেউজীক অনুপমে কি কৈছিল: সেউজীয়ে কি কৰিছিল (?) ইত্যাদি।

মোৰ কথাবোৰ শুনি বোবা দৃষ্টি এটাৰে অনুপমে মোৰ চকুলৈ চাইছিল। সেই দৃষ্টিয়ে যেন মোক প্ৰশ্ন কৰিছিল: এইবোৰ চোন মোৰ জীৱনৰে কথা। তুমি জানিলা কেনেকৈ?

"বুইছে মিঃ কোঁৱৰ: জীৱনত এজনী নাৰীৰ অত্যন্ত প্ৰয়োজন। বিয়া নকৰাওঁ বুলি ভাবিছিলোঁ। কিন্তু মোৰ সেই ধাৰণা ভুল। মই বিয়া পাতিছোঁ কিয় জানে? জীৱনত নিজৰ পত্নীৰ দৰে বিশ্বাসী বন্ধু আৰু ভৃত্য আন কোনো হ'ব নোৱাৰে। চাকৰ নাকৰৰ ব্যৱসায়ী মৰমে মানুহৰ জীৱনত শান্তি দিব নোৱাৰে। যিজন পুৰুষৰ জীৱনত নাৰীৰ প্ৰেম-স্নেহৰ অভাৱ সেইজন পুৰুষৰ জীৱন মৰুময়। অন্তৰত চিৰদিন জ্বলি থাকে চিন্তা বহ্নিৰ দাবানল।"

"ভুল। ভুল। নাৰীক বিশ্বাস নকৰিব। নাৰী সাপ। ভুজঙ্গিনী: বিশ্বাসঘাতকিনী।"

"মোৰ ভুল হোৱা নাই কোঁৱৰ। নাৰীৰ কোমল হাতৰ স্পৰ্শই হৃ মন শীতল কৰি তোলে। নাৰীৰ প্ৰেম পৱিত্ৰ।

স্বামীৰ প্ৰতি নাৰীৰ অগাধ ভক্তি। নাৰী পুৰুষৰ জীৱনী শক্তি। প্ৰাণ আৰু প্ৰেৰণাৰ উৎস।"

"নিজৰ মৰণ আপুনি নিজে মাতিব খুজিছে। মই কি কৰিম? বিয়া কৰায় মূৰ্খই। জ্ঞানীয়ে নহয়।"

বুজিলোঁ ঃ যুক্তি তৰ্কেৰে কোঁৱৰৰ মনৰপৰা ভুল ধাৰণা আঁতৰোৱা অসম্ভৱ।

মই মনে মনে ৰ'লোঁ।

আন এদিন। কোঁৱৰৰ ওচৰলৈ গৈছিলোঁ। লগত আছিল সেউজী।

অৱশ্যম্ভাৱী দুৰ্ঘটনাটোৰ বাবে মোৰ মন সাজু হৈয়ে আছিল। যি ভাবিছিলো সেয়ে হ'ল গৈ। সেউজীক দেখিয়েই অনুপম অজ্ঞান হৈ ঢলি পৰিল। মই আচৰিত নহ'লোঁ। ব্যস্তও নহ'লোঁ। কিন্তু সেউজীয়ে কেঁকুৰি উঠিল।

দিন আৰু বাগৰিল। এদিন দুদিনকৈ প্ৰায় তিনি সপ্তাহ। এই তিনি সপ্তাহে সদায় অনুপমৰ ওচৰলৈ গৈছোঁ। নাৰী স্নেহৰ কথা কৈছোঁ। নাৰীৰ গুণানুকীৰ্ত্তন কৰিছোঁ। স্বৰ্গৰ দেৱীসকলতকৈও মৰ্ত্ত্যৰ মানৱীসকল শ্ৰেষ্ঠ। গুণ গৰিমাত। ৰূপ সৌন্দৰ্য্যত। নাৰীৰ স্নেহ সৰগৰ মন্দাকিনী। নাৰী পুৰুষৰ প্ৰাণ। আত্মা। সতীক বাদ দি মহাদেৱ সম্পূৰ্ণ নহয়। সতীহীন শিৱ উন্মাদ।

কিন্তু লাভ একো নহ'ল। মোৰ সকলো চেষ্টা ব্যৰ্থ হৈ গ'ল। কোঁৱৰৰ কিবা মানসিক উন্নতি হ'ল বুলি মোৰ অনুমান নহ'ল।

সেউজীক তেনেহলে মই মিছাকৈয়ে ৰখালোঁ নেকি?

সেউজী এদিন উভতি যাব। মাকে অনুপমৰ কথা সুধিব। কিন্তু যেতিয়া শুনিব অনুপমৰ কোনো উন্নতি হোৱা নাই তেখেতে তেতিয়া মোক কি ভাবিব বাৰু? সেউজীক যদি সন্দেহ কৰে? যদি ভাবে ঃ সেউজী আৰু মোৰ মাজৰ শুচিতাৰ গোন্ধ নাই। আছে অশ্লীল সম্পৰ্ক। সেউজীক ইয়াত মই ৰাখিছোঁ। অনুপমক সুস্থ কৰি

তোলাৰ বাবে নহয়। মোৰ অসৎ উদ্দেশ্যৰ বাবে। মোৰ বাসনাৰ তৃপ্তিৰ বাবে।

মই জানো সঁচাকৈয়ে সেউজীৰ প্ৰতি দুৰ্ব্বল? তাইৰ যৌৱন চঞ্চল দেহৰ লালিমা চাবলৈ মই তাইক ইয়াত ৰাখিছোঁ? মোৰ মনৰ মাজত জাগি উঠিছে তাইৰ প্ৰতি প্ৰেম নে অনুকম্পা? ভনীৰ স্নেহ নে কৰ্ত্তব্যৰ দায়িত্ব?

অস্বীকাৰ কৰাৰ সাহস নাইঃ সেউজীৰ উপস্থিতিয়ে নিবস নিৰস লগা ঘৰখন মৰম সিক্ত কৰি তুলিছে। ঘৰৰ প্ৰতিটো বস্তুতে মৰমী হাতৰ পৰশ। মৰমৰ গোন্ধ। লখিমী হাতৰ ছাপ। উৰুঙা উৰুঙা লগা মনটো কিবা এটা অনামী আনন্দত ভৰি পৰিছে। তিতা লগা, বিদেশ বিদেশ বুলি ভবা ঠাইখন ভাল লাগিছে। নতুন নতুন লাগিছে। সকলোবোৰতে এটা মৰম মৰম ভাৱ। ঠাইখনক মই নতুনকৈ ভাল পাবলৈ শিকিছোঁ। নগাওঁত চাকৰি কৰা গুৱাহাটীৰ কোনোবা মুকুট ভূঞাই ট্ৰেন্সফাৰ বিচাৰি হাবাথুৰি খায়। এয়া অসমীয়া মানুহৰ স্বভাৱ। নিজৰ গাওঁ অথবা চহৰখনৰ বাহিৰে বাকীবোৰ ঠাইক বিদেশ বুলি ভবা অসমীয়াৰ চৰিত্ৰৰ দোষ। আমাক চাকৰি লাগে ঘৰৰ ওচৰত। ঘৰৰ ভাত খাই আমি চাকৰি কৰিব খোজো। ঘৰৰ দুৱাৰ দলি চেৰাই দূৰলৈ যাবলৈ নিবিচাৰোঁ। জন্মভূমি বুলিলে নিজৰ জিলাখনকেহে মাথোন বুজো। অসমৰ ল'ৰা। ঠাইত চাকৰি কৰিছোঁ। ঠাই আৰু অসমৰ মাজত যেন শত কোটি যোজনৰ পথ। ব্যৱধান। কিন্তু সেউজীৰ সান্নিধ্যই মোৰ চকুত নতুন ৰং সানিছিল। ভাল লাগি বেয়া লগা ঠাইখনক নতুনকৈ ভাল পাবলৈ শিকিছিলোঁ। চহৰৰ বাট-পথ, দোকান-পোহাৰবোৰ আপোন আপোন লাগিছিল। মৰম মৰম লাগিছিল। কিবা এটা মাদকতাত উৰুঙা মনটো গৃহমুখী হৈ পৰিছিল। ক্লাৱত বন্দী হৈ থাকিব খোজা মনটো ঘৰৰপৰা ওলাই যাব নোখোজা হৈছিল।

কেইদিনমান পিচত সেউজী গুচি যাব।

কথাষাৰ ভাবি মোৰ বেজাৰ লাগিছিল। মনটো সেমেকি উঠিছিল। স্কুলত পাবলগীয়া চুটি আৰু কিমান দিন আছে সেউজীক সুধিছিলোঁ।

সেউজীক আপোনকৈ পোৱাৰ এয়া মোৰ দমিত কামনা নেকি ?

ফ্ৰয়েডে উল্লেখ কৰা ঘটনা এটালৈ মনত পৰিছে: লিগিৰী আৰু ঘৰৰ মালিক। লিগিৰীজনীক ঘৰৰ মালিকে আনবোৰ লিগিৰা লিগিৰীতকৈ অলপ মৰম কৰিছিল বেছি। সেই মৰমৰ বিনিময়ত লিগিৰীজনীয়ে গিৰিহঁতক যাচিছিল হিয়া ভৰা শ্ৰদ্ধা। দেৱতাৰ সন্মান। বাকীবোৰ লিগিৰা লিগিৰীয়ে এইজনী লিগিৰীৰ প্ৰতি মনৰ মাজত পুহি ৰাখিছিল এটা বিদ্বেষ। হিংসা। কিন্তু সময়ৰ চকৰিয়ে উত্থান পতন আনে। দেশ আৰু মানুহৰ জীৱনৰ। দেশ মৰুভূমি হয়। মৰুভূমি মহাসাগৰত পৰিণত হৈ পৰে। মহাসাগৰে আকাৰ লয় মহাদেশৰ। মৰুভূমিত সৃষ্টি ধুনীয়া চহৰ। লাখপতিৰ জীৱনলৈ ঢল নামে অভাৱৰ। অনাটনৰ। এমুঠি অন্নৰ বাবে মানুহৰ দুৱাৰে দুৱাৰে হাত পাতে। ভিখাৰী ৰজা হয়। ৰাজসিংহাসনত বহে খৰি-ভাৰী।

লিগিৰীজনীৰ মালিকৰো সেয়ে হ'ল। লিগিৰা লিগিৰীবোৰক এজন এজনকৈ বিদায় দিলে।

তাৰ কেইমাহমান পিচত। গৰাকীয়ে বিশেষ মৰম দেখুওৱা লিগিৰীজনীৰ মূৰৰ বিকৃতি ঘটিল। নিজক পাহৰি গ'ল। পাহৰি গ'ল অতীত। চিন্তা আৰু বিবেকৰ ভাৰসাম্য হেৰুওৱা লিগিৰীজনীৰ চিকিৎসাৰ ভাৰ ললে ফ্ৰয়েডে।

বছৰ বাগৰি গ'ল।

লিগিৰীজনী এদিন সুস্থ হৈ উঠিল। ফিৰাই পালে পূৰ্ব্বজ্ঞান। ফ্ৰয়েডে চিকিৎসা পদ্ধতি বিশ্লেষণ কৰি মন্তব্য কৰিলে: গৰাকীৰ প্ৰতি তোমাৰ অন্তৰৰ নিভৃত কোণত নিহিত আছিল গভীৰ ভাল-পোৱা। প্ৰেম। যৌন আকাঙ্ক্ষা।

"তেখেতক মই তেনেদৰে কেতিয়াও ভালপোৱা নাছিলোঁ। গৰাকীৰ প্ৰতি সেয়া মোৰ গভীৰ শ্ৰদ্ধা আৰু ভক্তি।"

"এই শ্ৰদ্ধাৰ অন্তৰালত লুকাই আছিল অপ্ৰকাশিত প্ৰেমৰ ফল্গুধাৰা।"

ফ্ৰয়েডে উত্তৰ দিছিল।

মূৰ জোকাৰি লিগিৰীজনীয়ে সন্মতি জনাইছিল। স্বীকাৰ কৰিছিল: এৰা; সেইটোৱে হয়তো সঁচা। গিৰিহঁতৰ ঘৰৰ পৰা আঁতৰি আহি মই অনুভৱ কৰিছিলোঁ এটা গভীৰ যন্ত্ৰণা। স্বামীৰ প্ৰতি জন্মিছিল ঘৃণা আৰু বিদ্বেষ। ইচ্ছা হৈছিল মই যেন বিনামূলীয়া লিগিৰী হৈ গিৰিহঁতৰ সেৱা কৰিম। আলপৈচান ধৰিম। এদিন মই স্বামীৰ ওচৰৰ পৰা আকৌ উভতি গৈছিলোঁ। কিন্তু মোৰ খোৱা পিন্ধাৰ ভাৰ বহন কৰাৰ ক্ষমতাও গিৰিহঁতৰ তেতিয়া নাছিল। নিৰাশ হৈ আকৌ উভতি আহিলোঁ। তাৰ পিচত মোৰ শোৱা খোৱাত তৃপ্তি নাই। মনত শান্তি নাই। কাম-বনত মন নবহে। স্বামীৰ মৰম অসহ্য হৈ উঠিল। তাৰ পিচৰ কথাবোৰ মোৰ মনত নপৰে। কিবা সপোন সপোন যেন লাগে। লাগিছে।

সেউজীৰ প্ৰতিও তেনেহলে মোৰ এই মৰম সঁচা নহয়? 'ভনীৰ মৰমৰ' অন্তৰালত লুকাই আছে দমিত কামনা? অপ্ৰকাশিত বাসনা?

কথাবোৰ ভাবি মই চট্‌ফটাই উঠিলোঁ। মোৰ যেন উশাহ বন্ধ হৈ যাব। মোৰ মূৰটো ঘূৰিছিল। চকুৰে ধোঁৱা ধোঁৱা দেখিছিলোঁ। মনৰ মাজত ভাঁহি উঠিছিল গৈৰিক আৰু অনুপমৰ মাকৰ এটা কল্পিত মূৰ্ত্তি। এটা অপৰাধী ভাৱ। অনুপমক দেখিলে মোৰ মনটো জঁই পৰি গৈছিল। ভয় লাগিছিল। সেই ভয় অপৰাধৰ। অনুপমৰ জীৱনৰ পৰা অমূল্য সম্পদ এটা কাঢ়ি অনাৰ।

যি কোনো উপায়ে অনুপমক মই সুস্থ কৰি তুলিবই লাগিব। দুৰ্ব্বল স্নায়ুলৈ ফিৰাই আনিব লাগিব স্মৃতি। যিমান সোনকালে পাৰোঁ সিমান সোনকালে। সেউজী ইয়াত থাকোঁতেই। মই

প্ৰমাণ কৰি দেখুৱাব লাগিব ঃ সেউজ্জীক মই মোৰ কাৰণে ইয়াত ৰখোৱা নাই। মোৰ কোনো স্বাৰ্থ নাই। ৰখাইছোঁ অনুপমৰ কাৰণে। অনুপমৰ মানসিক উন্নতিৰ বাবে। উৰ্ঁলি যোৱা সেউজীৰ সংসাৰখনত অবিশ্বাসৰ বিষ ঢালিব মই নোৱাৰোঁ। মোৰ ইচ্ছা নাই।

কিন্তু অনুপমক মই জানো সুস্থ কৰি তুলিব পাৰিম? ইমান কম সময়ৰ ভিতৰত? মাত্ৰ কেইদিনমানত? হয়তো পাৰিম। কিন্তু কি উপায়ে?

উজাগৰী নিশাবোৰত মই চট্‌ফটাই উঠিছিলোঁ। চিন্তাই কাঢ়ি নিছিল মোৰ দুচকুৰ পতাৰ টোপনি। মোৰ চকুৰ টোপনিখিনি কাঢ়ি নি সেউজ্জীয়ে শুইছিল। শান্তিৰে। নিৰ্ভয়েৰে। মাজে মাজে ইচ্ছা হৈছিল ঃ সেউজ্জীক জগাই দিওঁ। কথা কওঁ। কম ঃ উঠি অহা সেউজী। কথা পাতো। উজাগৰী নিশাবোৰ বৰ অসহনীয়। নেযায়। নুপুৱায়।

কিন্তু সেউজ্জীক মই জগাই দিব নোৱাৰিলোঁ। তাই শোৱা কোঠাটোৰ দুৱাৰত টুকুৰিয়াই তাইক জগাই দিয়াৰ সাহস মোৰ নহ'ল। তাই যদি ভাবে ঃ মোৰ শালীনতাৰ মৃত্যু ঘটিছে। শেষ নিশা মানুহৰ অন্তৰত জাগি উঠে কামনাৰ দুৰ্ব্বাৰ উপাহ। পশুত্ব। মানুহ বিবেকহীন হৈ পৰে। আৰু সেই কাৰণেই মই তাইক জগাই দিছোঁ। পুৱতি নিশাৰ দুৰ্ব্বাৰ কামনাৰ তাড়ণাত। বলিয়া যৌৱনৰ চঞ্চল উত্তেজনাত।

তাই যদি কয় ঃ এতিয়া নাযাওঁ ককাইদেউ। মোৰ বৰ টোপনি লাগিছে। ৰাতিপুৱালৈ কথা পাতিম।

তেতিয়া সেই অপমান মই কেনেকৈ সহ্য কৰিম?

"তোমাৰ কি হৈছে ককাইদেউ? শুকাই ক্ষীণাই জকাটো হ'লাচোন। মোক নেদেখিছা? আকৌ ন-গাভৰুজনী হৈ উঠিছোঁ। আৰু তোমাৰচোন দিনক দিনে চকু গাঁতত সোমাই গৈছে। কিয়? কি হৈছে?"

সেউজীলৈ চাইছিলোঁ। এই কেইদিনতে সেউজীজনী এজনী বেলেগ সেউজী হৈ উঠিছে। তাই সঁচাকৈ ধুনীয়া হৈ পৰিছে। প্ৰথম দিনা ইয়ালৈ অহা সেউজী এইজনী নহয়। এইজনী বেলেগ সেউজী। সেইজনী সেউজী আছিল ধুনীয়া। এইজনী সেউজী তাতকৈও ধুনীয়া। উজ্জ্বল হৈ পৰিছে তাইৰ গাৰ ৰং। পুষ্ট হৈ উঠিছে যৌৱনে গছকা দেহ। ৰাংচালী হৈ পৰিছে মন। সেইজনী সেউজী আছিল বসন্তৰ এজোপা যুঁতি ফুল। সাৰ পানীৰ অভাৱত লেৰেলা। যৌৱন আছে; কিন্তু যৌৱনৰ উজ্জ্বলতা নাই। মনমতলীয়া কৰা সুবাস আছে; কিন্তু ক্ষীণ। উগ্ৰ নহয়।

এইজনী সেউজী সেইজোপা যুঁতিফুলৰে অন্যৰূপ। বৰষুণত গা তিয়াই উৰ্ব্বৰ ফুলনিত জাতিষ্কাৰ হৈ ফুলা ফুল! শান্ত, শীতল, মিঠা গোন্ধ। পাহে পাহে অনবদ্য ৰূপ।

মই সেউজীলৈ চাই ৰলোঁ।

"মোৰ চুটিৰ দিনো শেষ হৈ আহিল। কিন্তু ইয়াৰ পৰা যাবলৈ মোৰ একেবাৰে মন-যোৱা নাই। মাজে মাজে মা' জনীলৈ মাথোঁন মনত পৰে। বেচেৰী! দুখৰ জীৱন।"

অনুপমৰ মাকৰ দুখৰ জীৱন। আৰু সেউজীৰ?

সেউজীৰ কথাত এয়া কিহৰ ইংগিত?

'...ইয়াৰ পৰা যাবলৈ মোৰ একেবাৰে মন যোৱা নাই।'

ইয়াৰ মানে কি? সেউজীয়ে তেনেহলে মোক ভাল পায়? মোৰ আকৰ্ষণ এৰি যাব নোখোজে। যাবলৈ মন নেযায়? তাইৰ এই মন নোযোৱাৰ কাৰণ মই নে অনুপ?

যুঁতিমালা বুলি ভবা গাভৰুজনীৰ ওচৰলৈ যোৱাৰ আগ্ৰহ মোৰ ক্ৰমান্বয়ে কমি গৈছিল। স্মৃতিকণা কোঁৱৰৰ ওচৰত ঘণ্টাৰ পিচত ঘণ্টা জুৰি বহি থাকিবলৈ মন নোযোৱা হৈছে। আৰম্ভতকৈ ৰোগীবোৰৰ ওচৰত আগৰদৰে বেছি সময় বৈ থাকিবলৈ আমনি পোৱা হৈছোঁ। ব্যস্ততাৰে দৈনন্দিন কামখিনি শেষ কৰিয়েই ঘৰলৈ মই লৰ মাৰোঁ। ঘৰত যেন মোৰ বহুত কাম।

এই আকৰ্ষণৰ উৎস ক'ত?

সেউজী?

সেউজী অহাৰ পিচৰ পৰা গাৱঁৰ নবৌজনীলৈও আজি-কালি মনত নপৰে দেখোন। আগেয়েতো মই এনেকুৱা নাছিলোঁ।

অনুপমৰ মনৰ পৰা নাৰী বিদ্বেষৰ ভাৱ আঁতৰাবলৈ হ'লে অনুপমৰ অন্তৰত জগাই তুলিব লাগিব নাৰীৰ প্ৰতি প্ৰেম। নাৰী স্নেহ। আকৰ্ষণ। নাৰীৰ প্ৰতি আসক্তি আৰু প্ৰত্যয় জন্মাবলৈ ভাবি ভাবি উপায় এটা স্থিৰ কৰিছিলোঁ। কিন্তু কাৰ্য্যকৰী কৰি তোলাৰ সুবিধা নাছিল। মই বিপাঙত পৰিলোঁ।

হাস্পাতালৰ আটাইতকৈ ধুনীয়া ধুনীয়া গাভৰু নাৰ্চ কেইজনীক মোৰ চেম্বাৰলৈ এদিন মাতি আনিছিলোঁ। কৈছিলোঁ: আমি ইমান দিনে ৰোগীৰ চিকিৎসা কৰিছিলোঁ। সেৱা কৰিছিলোঁ। সেই সেৱাৰ কাৰণেই আৱশ্যক হৈছে অভিনয়। অভিনেতা অভিনেত্ৰীৰ দৰে ভাও দিয়াৰ। আশাকৰোঁ তোমালোকে মোক ভুল নুবুজিবা। অনুপমৰ মূৰৰ বিকৃতিৰ কাৰণ মই আৱিষ্কাৰ কৰিছোঁ। বিশ্বাস: মোৰ অনুমানটোৱে সঁচা। সঁচা হবই।

মই বৈ গৈছিলোঁ।

"আমি কি কৰিব লাগিব চাৰ?"

"সেই কথাটোকে মই তোমালোকক কবলৈ টান পাইছোঁ। জানোচা তোমালোকে মোক ভুল বুজা।"

"কওক চাৰ।"

তোমালোকে মোক ভুল বুজিলেও মই কবই লাগিব।"

নাৰ্চকেইজনীয়ে ইজনীয়ে সিজনীৰ চকুলৈ চাইছিল।

"আমি প্ৰেমৰ অভিনয় কৰিম। স্বামী-স্ত্ৰীৰ। বোলছবি অথবা ৰঙ্গমঞ্চত নহয়। দিনৰ পোহৰত। হাস্পাতালৰ চৌহদত। দূৰৰ পৰা অনুপমে দেখিব আমাৰ এই অভিনয়। কিন্তু আমি তেওঁৰ উপস্থিতিৰ কথা নাজানো: আমাৰ অভিনয়ত থাকিব তেনে ভাৱ। ডাক্তৰ আৰু নাৰ্চৰ ইউনিফৰ্ম্মত নহয়। আমাৰ গাত থাকিব সাধাৰণ

ডেকা গাভৰুৰ সাজ পাব। কোৱা, কোনে এই অভিনয়ত অংশ লবা ?"

থমকি বৈ নাৰ্চ কেইজনীৰ চকুলৈ চালোঁ। কিন্তু কাৰোপৰা সঁহাৰি পোৱাৰ লক্ষণ দেখা নাপালোঁ।

"তোমালোক স্বইচ্ছাৰে আগবাঢ়ি নাহিলে মই কোনোজনীকে বাধ্য কৰাব নোৱাৰোঁ। সঁচা। কিন্তু মনত ৰাখিবা ঃ আমাৰ উদ্দেশ্য মানৱ সেৱা। দেহৰ শুচিতা নষ্ট হোৱাৰ আশঙ্কা নাই। তোমালোকৰ মাজৰপৰা কোনো আগবাঢ়ি নাহিলে মই আন উপায় এটা লম। চহৰত বিচাৰিলে হয়তো সস্তীয়া গাভৰু এজনী মই নিশ্চয় পাম। কিন্তু...... ।"

আটাইতকৈ ধুনীয়া নাৰ্চজনীয়ে গাটো লৰাই বহিল। তাই কিবা কব বুলি ভাবি থমকি ৰলোঁ। মোৰ চকুৱে গৈ তাইৰ চকুত থুপ খালে। সেই দৃষ্টিত যেন যাদু আছিল। তাই মুখটো বেঁকা কৰি কৈ উঠিল ঃ "কোনো আগবাঢ়ি নাহিলেও মই আহিম চাব। আমাৰ প্ৰেমৰ কৃত্ৰিম অভিনয়ে যদি বৃহত্তৰ প্ৰেমৰ জন্ম দিয়ে সেয়া মোৰেই সৌভাগ্য। আপুনি কাষত থাকিবই ; নহয় জানো চাৰ ?"

"অকল ময়েই থাকিম। আন কোনো নাথাকে।"

"কেতিয়াৰ পৰা আমাৰ অভিনয় আৰম্ভ কৰিব লাগিব চাৰ ?"

"তুমি তেন্তে সন্মতি দিছা ?"

"মোৰ কোনো আপত্তি নাই।"

"ধন্যবাদ।"

আনন্দত মই উত্তেজিত হৈ পৰিছিলোঁ। বহাৰ পৰা উঠি গৈ মণিকাঞ্চন বোলা নাৰ্চজনীৰ পিঠিত থপৰিয়াই দিছিলোঁ। মৰম কৰিছিলোঁ। অকণমান ছোৱালী এজনীৰ দৰে তাইক মোৰ চুমা এটা খাই দিবলৈ মন গৈছিল। ইমান সহজে সমস্যা এটা সমাধান হৈ যাব বুলি মই ভবা নাছিলোঁ।

ভাবিছিলোঁ ঃ ৰেবা বোলা নাৰ্চজনীয়ে হয়তো অৱশেষত সন্মতি জনাব। মই জানো ঃ মোৰ প্ৰতি তাইৰ এটা দুৰ্ব্বলতা আছে।

ৰেবাক অকল শৰীয়াকে মাতি নি মই কোৱা হলেই তাই সন্মতি দিলেহেঁতেন। কিন্তু মোৰ প্ৰতি থকা ৰেবাৰ দুৰ্ব্বলতাটোৰ কথা অকল ময়ে নহয়; হাস্পাতালৰ বহুতো জানে। তাইৰ সৈতে তেনে অভিনয় কৰা হলে আনে আমাক ভুল বুজাৰ থল আছিল। আনহাতে ৰেবাৰ দুৰ্ব্বল মনটো আৰু দুৰ্ব্বল হৈ পৰিলহেঁতেন।

নাৰ্চিংষ্টাফ্‌টোৰ ভিতৰত মণিকাঞ্চনেই আটাইতকৈ ৰূপহী। বয়সত কোমল। আত্মাভিমানিনী। তাই যে এনেদৰে সন্মতি দিব মই কল্পনাও কৰা নাছিলোঁ। ভাবিছিলোঁঃ ৰেবাক লৈ অভিনয় আৰম্ভ কৰিম। মোক যাতে আনে ভুল বুজিব নোৱাৰে তাৰ বাবে এইজাক গাভৰু সাক্ষী থাকিব।

ভগৱানক ধন্যবাদ।

ঈশ্বৰ! মণিকাঞ্চনক দীৰ্ঘায়ু কৰা।

মই চিকিৎসক। নাৰ্চকেইজনীক মই আদেশ দিব পাৰোঁ। কিন্তু এনেকুৱা অভিনয়ৰ বাবে ৰোগীৰ সেৱাৰ কাৰণে হলেও মই আদেশ দিব নোৱাৰোঁ। অনুৰোধ কৰিব পাৰোঁ।

মই দৃঢ় হৈ পৰিছিলোঁ। মোৰ কল্পনা ফলিয়াব। অনুপম সুস্থ হৈ উঠিব। সেউজীৰ মুখত বিৰিঙিব হাঁহি। চকুত নামিব অশ্ৰু-বন্যাৰ ঢল! আনন্দৰ।

মোৰ পৰিকল্পনা পেলাই থোৱাৰ সময় নাছিল।

সেউজীৰ চুটিৰ দিন উকলি আহিছে। অনুপম সম্পূৰ্ণ ৰূপে সুস্থ হৈ নুঠিলেও সেউজীয়ে যোৱাৰ সময়ত এটা আশা লৈ যাওক: অনুপম সুস্থ হ'ব। হাঁহিবলৈ পাহৰি যোৱা ঘৰখনত হাঁহিৰ খলকনি উঠক।

হাঁহিব পাৰে কাৰণেই মানুহ, মানুহ। মানুহ পশু নহয়। মানুহে হাঁহিব জানে। হাঁহে। পশুৱে হাঁহিব নাজানে। নাহাঁহে। সেই কাৰণেই পশু—পশু; আৰু মানুহ—মানুহ। যিজনে হাঁহিবলৈ শিকা নাই; হাঁহিবলৈ পাহৰি গৈছে, সি মানুহ নহয়। যিখন ঘৰত হাঁহিৰ ফুৰণ নাই, সেইখন ঘৰ—ঘৰ নহয়। মৰিশালি। দিন দুপৰতে

সেইখন ঘৰত প্ৰেতাত্মাই কিৰিলি পাৰে। নাচে। সেই নাচোন মৃত্যুৰ। জীৱনৰ নহয়। মৰণৰ।

পিচদিনাৰ পৰাই আমাৰ আৰম্ভ হৈছিল অভিনয়।

মণিকাঞ্চন জনীয়ে অকলশৰীয়া কোঠা এটাত সোমাই ইউনিফৰ্ম্ম সোলোকাই শাৰী আৰু ব্লাউজ পিন্ধিছিল! কোঠাৰ পৰা ওলাই আহি হাঁহি হাঁহি কৈছিল ঃ মেক্‌আপ কৰা নহ'ল। পেইন্টিং মেটি-ৰিয়েলচ্‌ চোন একোৱা নাই। মেকআপ্‌ নহলে অভিনয় মনোগ্ৰাহী হ'ব জানো?

"এয়া সামাজিক নাট। বিশেষ মেকআপ্‌ নহ'লেও হ'ব। মুখৰ মেকআপ্‌ নহ'লেও মনৰ মেকআপ্‌ আছে। সেয়ে হ'ব। এক্কেবাৰে তোমাৰ ষ্টেজফিটিং ব'ডি।"

কৈ হাঁহিছিলোঁ।

আন এটা দৃষ্টি চকুত লৈ মণিকাঞ্চনলৈ চাইছিলোঁ। সেই দৃষ্টি ডাক্তৰ আৰু নাৰ্চৰ নহয়। এহাল প্ৰেমিক প্ৰেমিকাৰ। প্ৰেমৰ জোৱাঁৰত উটি ফুৰা এহাল ডেকা গাভৰুৰ। মন নিয়া আৰু দিয়াৰ।

মণিকাঞ্চনজনী সঁচাকৈয়ে ধুনীয়া। ইমান ৰূপ ইমান দিনে ক'ত লুকাই আছিল? এই ৰূপৰ জুয়ে অনুপমৰ নাৰী-বিদ্বেষৰ ভাৱ পুৰি ছাই কৰি দিয়ক। মোক নহয়।

এয়া মোৰ ডেকা মনৰ লুভীয়া দৃষ্টি নে তাইৰ ৰূপৰ সম্মোহনী?

হাস্পাতালৰ নিৰ্জ্জন পথাৰ। আওঁহতীয়া এটা চুক। অ'ত ত'ত দুই এজোপা জোপোহা লতা। দুই এজোপা ফুল। সেউজীয়া ঘাঁহনি। প্ৰকৃতিৰ সেউজীয়া দলিছা। আমি বহি পৰিলোঁ; গাত গা লগাই। মোৰ পিঠিত মণিকাঞ্চনৰ পিঠি; মণিকাঞ্চনৰ পিঠিত মোৰ। অনুপম হাস্পাতালৰ চাৰিওফালে ঘূৰি ফুৰিছিল। বিশেষকৈ হাস্পাতালৰ এই অংশত। লগত ৰামদেও। মোৰ আদেশ পালন কৰা ৰামদেৱে আমাক তেনে অৱস্থাত দেখি কি ভাবিছিল নাজানোঁ। অনুপমৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ মণিকাঞ্চন থিয় হৈছিল। মোৰ চুলিৰ মাজে মাজে হাত বুলাই দিছিল। কেচুৱা ল'ৰা এটাই মৰমতে

মাকক সাৱটি ধৰাৰ দৰে মোৰ গলত সাৱটি ধৰিছিল। অৱশেষত তাৰ কোলাত মূৰ থৈ শুই দিছিল।

এইজনী মণিকাঞ্চন।

নাৰ্চ মণিকাঞ্চন নহয়। এইজনী মণিকাঞ্চনে অকল জীৱনক জানে। কেৱল যৌৱনকেহে চিনে। তাইৰ মুখৰ কথাবোৰ গান হয়। গানবোৰে সুৰ হৈ ঈথাৰত কঁপনি তোলে। খোজবোৰত নৃত্যৰ ধ্বনি উঠে।

কোচত শুই দিয়া মণিকাঞ্চনে হাত দুখন ওপৰলৈ দাঙি দিছিল। মোৰ গলত মেৰুৱাই ধৰি মোৰ মুখখন তাইৰ মুখৰ ওচৰলৈ টানি নিছিল।

ঠিক তেনে সময়তে আমি উচাপ খাই উঠিলোঁ। থমকি ৰলোঁ।

আমাৰ কাণত পৰিছিল এটা আৰ্ত্তনাদ। শঙ্কাৰ। মৃত্যুৰ।

সেই আৰ্ত্তনাদটো মোৰ চিনাকি।

উভতি চালোঁ: অনুপম। অজ্ঞান হৈ মাটিত ঢলি পৰিছে।

আমাৰ প্ৰেমৰ নিজৰাও সিদিনালৈ সিমানতে শুকাই গৈছিল।

দ্বিতীয় দিনাও অনুপম মূৰ্চ্ছিত হৈ পৰিছিল। মই চিন্তিত হৈ পৰিছিলোঁ।

মই তেন্তে শুদ্ধ পথ লোৱা নাই নেকি? অনুপমৰ যদি কোনো পৰিবৰ্ত্তন নহয় তেন্তে কি হ'ব? মিছাকৈয়ে আমি হাস্পাতালৰ কৰ্ম্মচাৰী সকলৰ চকুত নিজকে হেয় প্ৰতিপন্ন কৰি তুলিলোঁ নেকি? সিহঁতে তো বুজা নাই আমাৰ উদ্দেশ্য। কৰ্ম্মচাৰীবোৰে হয়তো ভাবিছে: আমি সঁচাকৈয়ে চৰিত্ৰহীন। মোৰ আত্মসম্মান নাই। এজনী সাধাৰণ নাৰ্চক মই ভাল পাওঁ। দিন দুপৰতে এজাক কৰ্ম্মচাৰীৰ সম্মুখত প্ৰেমৰ ৰহঘৰা সাজোঁ।

প্ৰেম অন্ধ। আমি অন্ধ হৈ পৰিছোঁ। পাহৰি গৈছোঁ লোক চকুৰ তীক্ষ্ণদৃষ্টি।

মই লক্ষ্য কৰিছিলোঁ: ৱাৰ্ডবয়, চকিদাৰবোৰৰ চকুত মোলৈ

আগৰ দৰে ভয় আছে। শ্ৰদ্ধা নাই। চকুৰ কোনোবাখিনিত তাচ্ছিল্যৰ ৰেখা।

তৃতীয় দিনৰ অভিনয়ত আমি কিছু পৰিমানে কৃতকাৰ্য্য হৈছিলোঁ। অনুপম সেইদিনা অজ্ঞান হৈ পৰা নাছিল। মণিকাঞ্চনে কৈছিল: অনুপমে আমাক দেখা নাই, নে সহজ ভাৱে লব পাৰিছে আমাৰ এই অভিনয়?

মোৰো মনত প্ৰশ্ন জাগিছিল: অনুপমে আমাক দেখা নাই নেকি বাৰু?

বাটেৰে যোৱা পুলিচক আনে নেদেখিলেও চোৰে সকলোতকৈ আগেয়ে দেখে। ভূতলৈ ভয় কৰা লোকে সকলোতে ভূতকেহে দেখে। তেন্তে অনুপমে মণিকাঞ্চনক নেদেখিব কিয়?

দিনবোৰ আগুৱাই গৈছিল।

আমাৰ অভিনয়ে শীৰ্ষবিন্দু পাইছিল। সেয়া যেন আমাৰ অভিনয় নহয়। এহাল প্ৰেমবলিয়া ডেকা গাভৰুৰ গভীৰ প্ৰেমৰ প্ৰতিফলন। হিয়া দিয়া আৰু পোৱাৰ সঁচা খেল।

অনুপম আৰু অচেতন হৈ পৰা নাই। অনুপমে ইমান দিনে আমাক নেদেখাকৈ নিশ্চয় থকা নাই। দেখিছে। হয়তো মই কল্পনা কৰাৰ দৰে অনুপমৰ মনৰ মাজৰ পৰা আঁতৰি গৈছে নাৰীৰ প্ৰতি থকা বিদ্বেষ। ভয়। সেই বিদ্বেষে ৰূপ সলাই গঢ় লৈছে আসক্তিৰ।

এটা বিপদ আঁতৰিছিল।

মণিকাঞ্চনক দেখিলেও অনুপম অজ্ঞান হৈ পৰা নাই।

কিন্তু আন এটা বিপদে আমাক হাত বাউল দি মাতিছিল। সেই বিপদৰ বাহু বন্ধনৰ মাজত সোমাই মণিকাঞ্চনজনী পৈপুৱা খাই পৰিছিল। হাস্পাতালৰ কৰ্ম্মচাৰীসকলৰ মাজত আমাৰ বিৰুদ্ধে আৰম্ভ হ'ল বু-বা। সকলোৰে অন্তৰত এটা অস্বাস্থ্যকৰ মনোভাৱ। কিছুমানে মোক শুনা নুশুনাকৈ কৈছিল: ডেকা ডাক্তৰ আৰু গাভৰু নাৰ্চ। এয়েই ৰোমান্সৰ সময়। সেই কাৰণে ডেকা-গাভৰুৰ

বিশ্বাস কৰিব নাপায়। কিন্তু এনে নিলাজ নে পাই। ছিঃ এনে চৰিত্ৰহীন! ছোৱালী আৰু নাপালে।

ডাক্তৰ বাৰে মোক একো কোৱা নাছিল। কিন্তু চকুত ফুটি উঠিছিল এটা ঘৃণাৰ চাৱনি। মণিকাঞ্চনক স্পষ্টকৈ কেবাদিনো কৈছিলঃ মই কি কৰিব পাৰো? ডাক্তৰ পলাশ বৰুৱাৰ ওচৰলৈ যোৱা।

মোৰ হাঁহি উঠিব খুজিছিল। কিন্তু নাহাঁহিলোঁ। আমাৰ কাৰ্য্য-কলাপ আনৰ কাৰণে সঁচাকৈয়ে দৃষ্টি কটু। যুক্তি তৰ্কেৰে বাওৰ মনোভাৱ সলনি কৰাৰ কথা ভাবিছিলোঁ। কিন্তু কথাবোৰ বুজাই নকলোঁ। কলে বাৰে হয়তো ভাবিবঃ সেয়া মোৰ দুৰ্ব্বল চৰিত্ৰক ঢাকি ৰাখিব খোজাৰ প্ৰচেষ্টা। বাওক এদিন সুধিলোঁ: মিঃ বাও! নীহাৰভানুৰ পৰা আপুনি কিমান টকা লৈছিল?

"মানে?"

বাৰত চকুত বিস্ময় আৰু শঙ্কা।

"তেনেকুৱা অভিযোগ এটা পাইছোঁ। মই ভাবোঁ, কথাটো সঁচা নহয়।"

"নিশ্চয় নিশ্চয়। বহুতে বহুত কথা কয়। সকলো কথাই সঁচা নহয়।"

এটা জীয়া ফাঁকি।

কিন্তু বাও ধৰা পৰি গৈছিল। মই সাজি কোৱা কথাষাৰ সঁচা।

বাওৰ মুখখন বন্ধ কৰি ৰাখিবলৈ এনে এপাত মহাস্ত্ৰ পাম বুলি মই নিজেও ভবা নাছিলোঁ। সিদিনাৰ পৰা বাও মোৰ ওচৰত ভিজা মেকুৰীটো হৈ পৰিল।

মই হাঁহিছিলোঁ।

চেঙেলীক ছাইৰেহে ধৰিব পাৰি।

কিন্তু মণিকাঞ্চন। তাইৰ প্ৰতি যেন মই সঁচাকৈয়ে দুৰ্ব্বল হৈ পৰিছিলোঁ। অভিনয়ে ৰূপ লব খুজিছিল বাস্তৱৰ! তাইৰ কোমল মাংসৰ স্পৰ্শ ই মোৰ শিৰা উপশিৰাত শিঁহৰণৰ ঢৌ তুলিছিল। অসুস্থ

হৈ পৰিছিল মোৰ মন। মণিকাঞ্চন জনীও মোৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল নেকি জানো? এদিন তাইৰ ওখ বুকুখন মোৰ বুকুত হেঁচি দিছিল। গাৰ জোৰেৰে মোক সাৱটি ধৰিছিল। ফোঁপাইছিল মোৰ ওঠ দুটাত কামুৰি দিছিল। তাইৰ নাকেৰে বৈ আহিছিল এটা গোন্ধ। কামনাৰ।

অপাৰেশ্যন থিয়েটাৰ অথবা মোৰ চেম্বাৰত অকলশৰীয়া অৱস্থাত পালে তাই মোক কামনা সূচক অশ্লীল মুখভঙ্গী কৰিছিল। মোৰ গাত উবুৰি খাই পৰিছিল। তাইৰ বুকুখনেৰে মোৰ পিঠিত হেঁচি ধৰিছিল। মই তাইৰ লাজ লগা অঙ্গবোৰত খোচ মাৰি দিছিলোঁ তাই হাঁহিছিল।

নিশাৰ এন্ধাৰবোৰৰ মাজত শুই শুই মণিকাঞ্চনৰ কথা ভাবিছিলোঁ। অকলশৰীয়া নিৰ্জন ৰাতিবোৰত মোৰ যেন এজনী গাভৰুৰ বৰ প্ৰয়োজন। মণিকাঞ্চনৰ।

মণিকাঞ্চনক ক'লৈ পঠিয়াম? তাইক চুটি লবলৈ কম নেকি? দীঘলীয়া দিনৰ চুটী! কিন্তু তাই চুটি ললে আমাক বেঁকা চকুৰে চোৱা কৰ্ম্মচাৰীসকলে আৰু বেয়াকৈ ভাবিবলৈ সুবিধা পাব। বদ্ধমূল হৈ পৰিব সিহঁতৰ ধাৰণা। ভুলটোৱে সঁচা হ'ব। হিটলাৰে কোৱা কথা এষাৰলৈ মনত পৰিল: মিছা কথা এষাৰো তুমি যদি আত্ম প্ৰত্যয়েৰে সদায় কৈ থাকা, তেন্তে শুনোতাই সেইটোকে সঁচা বুলি ভাবে। বিশ্বাস কৰে।

আন এখন চিকিৎসালয়লৈ মণিকাঞ্চনক বদলি কৰি পঠোৱাৰ কথা ভাবিছিলোঁ। কিন্তু সেয়াও সম্ভৱ নহয়। বদলিৰ প্ৰস্তাৱ মই দিব পাৰোঁ। কিন্তু বদলি কৰিব নোৱাৰোঁ। নিষ্ঠাৰে দায়িত্ব পালন কৰাৰ পুৰস্কাৰ হিচাপে ঘৰৰ ওচৰৰ পৰা কোনোৱেও দূৰলৈ আতৰি যাবলৈ নিবিচাৰে। কিংবদন্তি এটালৈ মনত পৰিল: স্মৃতিস্তম্ভ ৰচনা কৰা পাৰস্য শিল্পীজনক ছাহজাহানে পুৰস্কাৰ দিছিল মৃত্যু। কালজয়ী তাজমহলৰ বুকুত সেই শিল্পী গৰাকীৰ হিয়া ভঙা হুমুনিয়াহ বতাহত বৈ বৈ আজিও কঁপে। তাজমহলৰ দেৱালত ঠেকা খাই

গুমৰে। মই ছাহজাহান নহয়। ৰাজদণ্ড মোৰ হাতত নাই। মণিকাঞ্চনক তেনেদৰে পুৰস্কৃত কৰাৰ সাহসো মোৰ নাই।

মণিকাঞ্চনক অকলে পাই এদিন কৈছিলোঁ: "মণি, আমি অলপ সচেতন হোৱা উচিত। সেয়া আমাৰ অভিনয়। জীৱনৰ সঁচা খেল নহয়।"

"জীৱনটোৱে এটা অভিনয়। ফাঁকি।" মণিকাঞ্চনৰ উত্তৰটো সমেকা। মাতটো গধুৰ।

বিপদ সিমানতে শেষ হোৱা নাছিল।

নিজৰ বুৰ্বকামিৰ কাৰণে মোৰ নিজৰ ওপৰতে খং উঠিল। নিজৰ মৰটো নিজে কামুৰি খাবৰ মন গ'ল।

সেউজীয়ে আজি-কালি মোক আগৰ দৰে মাতিব নোখোজে। নামাতে। কথা নকয়। দৃষ্টিত কিবা এটা সন্দেহ আৰু ঘৃণাৰ ৰং। জলদ গম্ভীৰ মুখখনত এটা অসন্তুষ্টিৰ ছাপ। বুজিছিলোঁ: সেউজীক কোনোবাই কিবা কৈছে। সেউজীয়ে আমাক দেখিছে। দেখিছে আমাৰ প্ৰেমাভিনয়। মোৰ বুকুৰ মাজত মুখ গুজি থকা মণিকাঞ্চনক। অভিনয়ৰত মুহূৰ্ত্তত। মোৰ কোৱাৰ্টাৰৰ পূব পিনৰ খিবিকীখনেৰে আমাৰ অভিনয়ৰ মুকলি ৰঙ্গমঞ্চখন ভালদৰে দেখা যায়। চকুত পৰে প্ৰতিডাল ঘাঁহবন। প্ৰতিটো জোপোহা।

ছিঃ। মানুহৰ দৃষ্টিৰ আঁৰতো আমি এই অভিনয় কৰিব পাৰিলোঁহেঁতেন। হাস্পাতালৰ বাহিৰত। অনুপমক ৰামদেও অথবা কোনোবা এজনৰ সৈতে পঠিয়াই দিলেই এইবোৰ জঞ্জাল সামৰি লবলগীয়া নহ'লহেঁতেন। কিন্তু তেতিয়া ভাবিছিলোঁ: অজ্ঞান হৈ পৰিব বুলি ভৰা অনুপমৰ কথা। কিন্তু অকণমান সুস্থিৰ ভাৱে চিন্তা কৰা হলেই অনুপমৰ চেতনা ফিৰাই অনাৰ ব্যৱস্থা কৰিব পৰা হ'লহেঁতেন। কিন্তু সেই কথা তেতিয়া এবাৰো ভবা ন'হল।

"মই বুজিছোঁ সেউজী। তুমি মোক বেয়া পাইছা। ভুল বুজিছা। কিন্তু মই ইমান দুৰ্বল নহয় সেউজী। মই যি কৰিছোঁ, তুমি যি দেখিছা, সেয়া তোমাৰ কাৰণেই কৰিছোঁ। এয়া মোৰ এটা

পৰীক্ষা। এক্সপেৰিমেণ্ট্। যদি সফল হওঁ তেন্তে সেয়া তোমাৰেই সৌভাগ্য।”

সেউজ্জীয়ে মোক বিশ্বাস কৰিছিল নে নাই নাজানোঁ।

‘মায়া’ভস্কিৰ কৱিতাফাঁকি হয়তো তোমাৰো মনত আছে।

But it is very difficult
to be a woman in Paris.
If a woman does not sell herself
but work.

কৱিতাফাঁকিৰ প্ৰতিটো শব্দই হয়তো সঁচা। একোডোখৰ সোণৰ টুকুৰা। পেৰিচত। কিন্তু ভাৰতত কৱিতাফাঁকিৰ কোনো অৰ্থ নাই। ভাৰত দৰ্শনৰ দেশ। গীতা মনুসংহিতাৰ দেশ। ভাৰতৰ আলিয়ে গলিয়ে সস্তীয়া প্ৰেমৰ বেকাৰ সৃষ্টি হ’ব পাৰে। ৰাতিৰ এন্ধাৰত। দিনৰ পোহৰত নহয়। কিন্তু প্ৰেমৰ কঠিয়া নগজে। শগুণে মৰা শ’ খায়। কিন্তু পাখি ভুখনৰে ঢাকি লয়। মই ভাৰতীয়। কেইটামান বছৰ আমেৰিকাত কটাই আহিলোঁ। বুলিয়েই মই মাৰ্কিন নহয়। হ’ব নোৱাৰোঁ। মোৰ তেজত দৰ্শন সভ্যতাৰ কণিকা।”

সেউজ্জীক প্ৰত্যয় নিয়াবলৈ দীঘলীয়া বক্তৃতা এটা দিছিলোঁ। সেউজ্জীয়ে মোক বিশ্বাস কৰা নাছিল। কিন্তু বিশ্বাস কৰিবলৈ যত্ন কৰিছিল।

সেউজ্জীক লগত লৈ এদিন অনুপমৰ ওচৰলৈ গৈছিলোঁ।

অনুপমে বহলকৈ চকু দুটা মেলি দিছিল। সেউজ্জীলৈ ৰ’ লাগি চাইছিল। ক’ৰবাত দেখা অথচ চিনাকি পাহৰি যোৱা দৃষ্টিটো সেউজ্জীৰ চকুৰ পৰা আতৰাই আনি মোলৈ চাইছিল। সেই দৃষ্টিৰ ভাষা সহজ।

‘এওঁ কোন? মইচোন চিনি পোৱা নাই?’

অনুপমৰ মুখেৰে বৈ আহিল এটা ক্ষীণ শব্দ। বিস্ময়ৰ। কিন্তু আৰ্তনাদ কৰি উঠিল। অজ্ঞান হৈ ঢলি নপৰিল।

মই চিনাকি কৰি দিছিলোঁ। কথা কৈছিলোঁ। মই আগতে

শিকাই থোৱাৰ দৰে সেউজীয়ে কথা কৈছিল। অনুপমে শুনিছিল। সেউজীৰ সৰু সৰু প্ৰশ্নবোৰৰ উত্তৰ দিছিল।

আনন্দত মই কঁপিছিলোঁ। এয়া আনন্দ, পৰীক্ষাত কৃতকাৰ্য্য হোৱাৰ আনন্দ। মোৰ কল্পিত চিকিৎসা পদ্ধতি সফল হোৱাৰ আনন্দ। অনুপমে সেউজীক সহজভাৱে লব পাৰিছে। আগৰ দৰে ভয় কৰা নাই। মৃত্যুৰ আৰ্ত্তনাদেৰে চিঞৰি উঠা নাই। অজ্ঞান হৈ পৰি যোৱা নাই।

সেউজীৰ স্নেহ স্পৰ্শেৰে অনুপমক মৰম বিলোৱাৰ আৱশ্যক অনুভৱ কৰিছিলোঁ। কিন্তু প্ৰথম দিনাখনেই ইমান খিনিলৈ আগবঢ়া হয়তো নিৰাপদ নহ'ব। সেউজীক শিকাই থৈছিলোঁ: অনুপমক যেন সিদিনাই স্পৰ্শ নকৰে। জানোঁ: মোৰ সন্মুখত সেউজীয়ে অনুপমৰ মূৰ পিঠি পিহি দিবলৈ লাজ কৰিব। স্পৰ্শ-তৃপ্তি যোগাবলৈ লাজ পাব। তথাপি কৈ থৈছিলোঁ। জানোচা আনন্দৰ আতিশয্যত সেউজীয়ে পাহৰি যায় মোৰ উপস্থিতিৰ কথা। মৰমতে অনুপমৰ চুলিৰ মাজে মাজে হাত বুলাই দিয়ে? লাজত সেউজীয়ে তলমূৰ কৰিছিল। গাল দুখন ৰঙা পৰি উঠিল: উত্তেজিত হৈ পৰিছিল। আনন্দত। বহুমূলীয়া সম্পদ এটা হেৰা পোৱাৰ তৃপ্তিত।

দ্বিতীয় দিনাখনো সেউজীৰ লগত অনুপমৰ ওচৰলৈ গৈছিলোঁ। প্ৰথম দিনাৰ দৰে সিদিনাও অনুপম সুস্থ। কোনো পৰিবৰ্ত্তন মোৰ চকুত নপৰিল। দ্বিতীয় দিনৰ পিচত মই আৰু যোৱা নাই। সেউজী অকলে গৈছিল। ৱাৰ্ডবয়টোক কৈছিলোঁ: অনুপমৰ ওপৰত সি যেন তীব্ৰ দৃষ্টি ৰাখে। কিবা এটা হ'লেই মোক খবৰ দিয়ে।

অনুপম অজ্ঞান হৈ পৰা নাছিল।

এদিন দুদিনকৈ এসপ্তাহ পাৰ হৈ গ'ল। সেউজী অনুপমৰ ওচৰলৈ সদায় যায়। কথা পাতে। দীৰ্ঘ সময়ৰ ব্যৱধান এটাৰ পিচত হাঁহি হাঁহি ওলাই আহে।

দিনবোৰ আৰু আগবাঢ়ে।

সেউজী মোৰ ওচৰৰ পৰা ক্ৰমান্বয়ে আঁতৰি যায়। দিনটোৰ

সৰহখিনি সময় অনুপমৰ সতে কটায়। অনুপমে সেউজীক কাষত বিচাৰে।

শকত অনুপ ক্ৰমান্বয়ে ক্ষীণাই আহে। দেখিবলৈ আগতকৈ আৰু ধুনীয়া হৈ পৰে।

কিছুমান মানুহ অস্বাভাৱিক ভাৱে শকত হৈ পৰে। বিশেষ কিছুমান স্নায়ু মণ্ডলীয়ে স্বাভাৱিক গঠনত বাধা পালে কেতবোৰ মানুহক অস্বাভাৱিক ৰূপে স্থুল কৰি তোলে। কিছুমান ক্ষেত্ৰত দৈহিক গঠনত বিশেষ একো পৰিবৰ্ত্তন নহয়। কিন্তু স্বাভাৱিক অৱস্থাতকৈ অনাৱশ্যকীয় ভাৱে মানুহজন গুখ হৈ যায়। স্নায়ু মণ্ডলীৰ দোষত দেহৰ পৰিবৰ্ত্তন ঘটা লোকসকল সাধাৰণতে উন্মাদ ৰোগত ভোগে। সামুদ্ৰিক বিজ্ঞানৰ মতে হস্তৰেখাৰ লগত ওতঃপ্ৰোতভাৱে জড়িত থাকে মস্তিকৰ সম্বন্ধ। ঘোৰতৰ উন্মাদসকলৰ হস্তৰেখা ক্ৰমান্বয়ে অনুজ্জ্বল হৈ আহে। অৱশেষত প্ৰায়বোৰ ৰেখাই এদিন নিশ্চিহ্ন হৈ যায়। চিকিৎসা বিজ্ঞানৰ মতে আকৌ প্ৰায়বোৰ উন্মাদ ৰোগীয়েই মূৰ কামোৰণি আৰু দাঁতৰ অসুখত ভোগে।

অনুপমৰ মূৰৰ কামোৰণি আছিল। জানোঁ। কিন্তু হস্তৰেখাৰ পৰিবৰ্ত্তন হোৱা নাছিল। দাঁতবোৰ ধুনীয়া। ক্ৰমান্বয়ে স্থূলতা হেৰুৱাই অহা অনুপম যে স্নায়ু মণ্ডলীৰ দোষত তেনেকুৱা শকত হৈ পৰিছিল সেই বিষয়ে মই নিঃসন্দেহ। দেহৰ স্থিতাৱস্থা পোৱাৰ লগে লগে অনুপম যে সম্পূৰ্ণ ৰূপে সুস্থ হৈ পৰিব সেই বিষয়ে মই নিশ্চিত হৈ বলোঁ।

অনুপমে দেহৰ এই স্থিতাৱস্থা পাবলৈ আৰু কিমান দিন লাগিব কোনে জানে?

কৌতূহলী মনটোত মোৰ কৌতূহল জাগে। লুকাই চুৰকৈ চাবলৈ মন যায়: অনুপমৰ সতে সেউজীয়ে কি কথা পাতে? কি কৰে? অনুপমে সেউজীক কেনেদৰে আদৰি লব পাৰিছে বাৰু? সেউজীয়ে জানো অনুপমৰ গা-মূৰ পিহি দিছে? অনুপমে দুবাহুৰ

মাজত সাৱটি লৈছে সেউজ্জীক? স্নেহ স্পৰ্শেৰে তৃপ্ত কৰিব পাৰিছে অশান্ত মন?

কথাবোৰ সেউজ্জীক সুধিবলৈ মন যায়। কিন্তু সুধিব নোৱাৰো। লাজ লাগে। মই জানোঁ। সুধিলেও সেউজ্জীয়ে নকয়। কব নোৱাৰিব। লাজত তাই মোৰ ওচৰৰ পৰা দৌৰি পলাব।

কিন্তু সেই বিষয়ে জনাৰ মোৰ বিশেষ প্ৰয়োজন। অনুপমে দুবাহুৰ মাজত সেউজ্জীক এবাৰ সাৱটি লৈ মৰম কৰিব নোৱাৰালৈকে মই কেনেকৈ বুজিম: অনুপমৰ অন্তৰত নাৰীৰ প্ৰতি থকা শঙ্কা আৰু বিদ্বেষ সম্পূৰ্ণৰূপে আঁতৰিছে নে নাই?

অনুপম বিবাহিত। সেউজ্জী অনুপমৰ বিবাহিতা পত্নী।

ঘৰ এখনত হাঁহি বিৰিঙাবলৈ স্বামী-স্ত্ৰীৰ মাজত বুজা পৰাৰ আৱশ্যক। আৱশ্যক প্ৰেম-প্ৰীতিৰ। প্ৰয়োজন: অতি কমেও এহাল ল'ৰা-ছোৱালীৰ হাঁহি-কান্দোনৰ। মান অভিমানৰ।

স্বামী-স্ত্ৰীৰ প্ৰেমৰ অলিখিত বহুমূলীয়া চনদখনৰ সোণালী স্বাক্ষৰ সন্তান। সন্তানবিহীন স্বামী স্ত্ৰীৰ প্ৰেমৰ চনদখনৰ হয়তো মূল্য আছে। কিন্তু স্থায়িত্ব নাই। সেইখন এখন স্বাক্ষৰ বিহীন চনদ।

"তেখেতচোন ভালেই হৈছে। মোৰ লগতে তেখেতকো ঘৰলৈ লৈ যাওঁ নেকি ককাইদেউ?" সেউজ্জীয়ে সুধিছিল।

মই হাঁহিছিলোঁ।

অনুপমৰ সুস্থতাৰ প্ৰমাণ বিচাৰি মই বহুত কিবা কিবি পৰীক্ষা কৰিছিলোঁ।

অনুপমক লৈ স্মৃতিকণাৰ ওচৰলৈ গৈছিলোঁ। লগত সেউজ্জী।

স্মৃতিকণাৰ মানসিক উন্নতি হোৱা নাছিল। হৈছিল অৱনতি। সুস্থা মহিলাগৰাকী অসুস্থা হৈ পৰিছিল। এই অসুস্থা অকল শৰীৰে নহয়। মগজুৰো।

স্মৃতিকণাই প্ৰলাপ বকিছিল।

অনুপমক দেখাৰ পিচৰে পৰা স্মৃতিকণাৰ বলিয়ালি বাঢ়িছিল। অজ্ঞান হৈ পৰি যোৱা অনুপম তাৰ বাবে দায়ী নহয়। দায়ী মই। দিনক দিনে ভাঙি যোৱা স্বাস্থ্যৰ স্মৃতিকণাজনীক দেখিলেই মোৰ বেয়া লাগে। ভাবোঁ ঃ স্মৃতিকণাৰ এই ধুনীয়া স্বাস্থ্য ক'ত লুকাল ? শান্ত শিষ্ট ব্যৱহাৰ ক'ত হেৰাল ? অনুপমৰ মূৰ্চ্ছিত দৃশ্যই বলিয়ালিৰ মাত্ৰা বঢ়াই তোলাৰ অৰ্থ কি ?

আমি গৈ স্মৃতিকণাৰ ওচৰত থিয় হৈছিলোঁ।

অনুপমক দেখিয়েই স্মৃতিকণাই চিঞৰি উঠিল ঃ "অনুপ।"

"মোক চিনিব পাৰিছে নবৌ ?"

"কেলেই নোৱাৰিম ? এওঁ-মানে এখেত কোন ?"

সেউজীলৈ আঙুলিয়াই সুধিছিল। অনুপমে উত্তৰ বিচাৰি পোৱা নাছিল নে লাজ কৰিছিল নাজানোঁ। অনুপম মৌন হৈ ৰ'ল।

"মিছেছ্ অনুপম কৌৰৱ। আচল নাম সেউজী।" কৈছিলোঁ।

"আপোনাৰ ওচৰলৈ মই কেবাবাৰো আহিছোঁ বাইদেউ।"

সেউজীৰ মুখৰ পৰা দৃষ্টি ফিৰাই আনি অনুপলৈ চাইছিল। সুধিছিল ঃ অ' তুমি তেনেহলে বিয়া কৰিলা অনুপ। কিন্তু কিয়, কিয় তোমালোক মোৰ ওচৰলৈ আহিছা ? মোৰ খবৰ লবলৈ ? ছিঃ ছিঃ মোৰ খবৰ লবলৈ তোমালোকৰ অকণো লাজ নালাগিল ? মোক তোমালোকে কেনেকৈ এনেদৰে ক্ষমা কৰিব পাৰিছা মই বুজা নাই। স্বামীঘাতিনী এজনীক তোমালোকে বিচাৰি আহিছা ? নবৌ বুলি মাতিছা ? বাইদেউ বুলিছা ? তুমি আঁতৰি যোৱা ভনীটি। মোৰ ওচৰলৈ নাহিবা। মোৰ সৰ্ব্বাঙ্গ শৰীৰত পাপ। নিশ্বাসত বিষাক্ত কণিকা।"

প্ৰলাপ বকা স্মৃতিকণা থমকি ৰৈছিল। বোধহয় ভাগৰি পৰিছিল।

আমাৰ কাৰো মুখত মাত নাই।

"অনুপ! তুমি মোৰ কিমান স্নেহৰ আছিলা অনুপ! কিমান মৰমৰ ?"

স্মৃতিকণাই হুক্ হুক্কৈ কান্দি উঠিল।

অনুপম আৰু সেউজীক আঁতৰি আহিবলৈ মই ইংগিত দিছিলোঁ।।

স্মৃতিকণাৰ দুই ভৰি চুই সেউজীয়ে প্ৰণাম কৰিছিল।

"এইবোৰ তুমি কি কৰিছা? তুমি দেবী। মই পিশাচ। দেবীয়ে পিশাচিনীক সেৱা কৰা তোমালোকে ক'ত দেখিছা?"

এখোজ দুখোজকৈ মই আঁতৰি আহিলোঁ।। অনুপ আৰু সেউজীয়ে চকুপানী মচি মোক অনুসৰণ কৰিলে। বুকু ভঙা কান্দোনত স্মৃতিকণা উচুপি উঠিল।

অনুপমক হাস্পাতালৰ বাহিৰলৈ যাবলৈ ময়েই অনুমতি দিছিলোঁ।। চহৰৰ আলিয়ে গলিয়ে অনুপম আৰু সেউজী ঘূৰি ফুৰিছিল। চহৰখন চাইছিল। সিহতক আলেঙে আলেঙে লক্ষ্য কৰিছিল ৰামজনমে।

উভতি অহা ৰামজনমক সুধিছিলোঁ: অনুপমে কৰা আমনি কৰিছিল নেকি?

"নেই হুজুৰ। একদম আচ্ছা হো গিয়া। ৰাস্তামে বহুত জেনানা লোগ কে সাথ মুলাকাত হুৱা থা। লেকিন কোই টকলিফ হুৱা নেই।"

এয়া ৰামজনমৰ উত্তৰ।

মই ভাবিছিলোঁ: অনুপম জানো সঁচাকৈয়ে ভাল হৈ উঠিছে? সেউজীৰ লগতে অনুপমক ঘৰলৈ পঠিয়াই দিম জানো? কিন্তু সদায় শৰীৰৰ ওজন লোৱা অনুপমৰ দেহৰ ভৰ স্থিতাবস্থাত নাছিল। অলপ অলপকৈ সদায় কমি আহিছিল। কোনোবা দিনাহে আগদিনা-খনতকৈ সামান্য পৰিমাণে বাঢ়িছিল, অথবা আগদিনাখনৰ দৰে একেদৰে আছিল।

সেউজীৰ চুটিৰ দিন উকলি আহিছিল।

ভাই-নাৰে বাৰে কুতুৰিছিল: মোৰে সতে ভেখেতক পঠিয়াই দিয়ক ককাইদেউ! মাই বৰ আনন্দ পাব।

"এতিয়াই ঘৰলৈ পঠিয়াই দিয়াটো উচিত নহ'ব সেউজী। আৰু

কেইদিনমান থাককচোন। অনুপমৰ ওজন চাৰ্টখন তুমি নিজেই দেখিছাচোন।”

সেউজীৰ চকু দুটাই কান্দিছিল।

“ওচৰতে ঘৰ হোৱা হ’লেও বেলেগ কথা আছিল। আৱশ্যক হ’লে আকৌ থৈ গ’লাহেঁতেন। ভগৱানে নকৰক ঃ অসুখ যদি আকৌ আৰম্ভ হয় কি কৰিবা? এবাৰ ওলাই যোৱাৰ পিচত হাস্পাতালত ঠাই পোৱাটোও সহজ নহয়।”

সেউজীয়ে মান্তি হৈছিল।

তাৰ পিচত তাই এদিন গ’ল গৈ। চকুপানী মচি মোৰ পৰা বিদায় লৈছিল। অনুপমৰ দুভৰি চুই প্ৰণাম কৰিছিল। মোক কৈছিল ঃ “মোক ক্ষমা কৰিব ককাইদেউ। মই আপোনাক ভুল ভাবিছিলোঁ। মনত আঘাত পাইছিলোঁ। কিন্তু সেই ভুল মোৰ ভাঙিছে। আপোনাৰ স্নেহৰ ঋণ মই কেতিয়াও পৰিশোধ কৰিব নোৱাৰিম।

মোৰ চকু দুটাও সেমেকি পৰিছিল। চকুৰে বৈ আহিব খোজা চকুলো দুধাৰ জোৰকৈয়ে চেপি ৰাখিছিলোঁ।

আশীৰ্বাদ দিছিলোঁ ঃ ভগৱানে তাইৰ মঙ্গল কৰক।

অনুপমে কান্দিছিল। কৈছিল ঃ

গৈ পায়েই চিঠি দিবা সেউজী। মাক কবা ঃ মই ভাল হৈছোঁ। দুই এমাহতে ঘৰলৈ উভতি যাম।

সেউজীক গাড়ীত তুলি দি মই ঘৰলৈ উভতি আহিছিলোঁ।

শুদা ঘৰখনত সেউজীৰ হাতৰ পৰশ। সেউজীৰ স্মৃতি। গাৰ গোন্ধ। বতাহত সেউজীৰ মাতৰ অস্পষ্ট ধ্বনি।

মই কান্দিছিলোঁ।

সেউজীৰ লগতে অনুপমকো যাবলৈ দিয়া হ’লেই ভাল আছিল কিজানি।

সিহঁত দুজনৰ বিদায়ৰ ছবিটোৱে মোৰ বুকুত বিন্ধিছিল।

‘মই তেন্তে স্বাৰ্থপৰ নেকি?’ অনুপমক হাস্পাতালৰ পৰা মুকলিকৈ দিয়া নাছিলোঁ সেউজী অথবা অনুপমৰ কাৰণে নহয়।

মোৰ কাৰণে। তুই এদিনতে অনুপৰ দেহৰ ওজনে স্থিতাৱস্থা পাব। সেই বিষয়ে মই নিঃসন্দেহ। সেই কাৰণে অনুপমক মই ৰখা নাছিলোঁ। অনুপমৰ অন্তৰত নাৰী-বিদ্বেষৰ ভাব ওপজাৰ কাৰণ কি? সূত্ৰপাত ক'ত? তাৰ কাৰণ উদ্ধাৰৰ আকাঙ্ক্ষাই সুস্থ অনুপমক মুকলিকৈ নিদিবলৈ মোক উদগাইছিল। নাৰী-বিদ্বেষৰ উৎপত্তিৰ কাৰণ উদ্ধাৰত অনুপমৰ লাভ লোকচান একো নাছিল। সেয়া মোৰ আত্মজহৰ আকাঙ্ক্ষা। সুস্থ অনুপমৰ পৰা নাৰী-বিদ্বেষৰ কাৰণ উদ্ধাৰ কৰিবলৈ হয়তো মোৰ বিশেষ কষ্ট নালাগিব। অলপ যত্ন কৰিলেই হয়তো নিশ্চয় কৃতকাৰ্য্য হম।

ভাবিছিলোঁ।

মণিকাঞ্চনে চুটী লৈছিল। গা বেয়া। অসুখ।

মই বুজিছিলোঁ: অসুখ তাইৰ গাৰ নহয়। অসুখ তাইৰ মনৰ।

চুটি লোৱাৰ আগদিনাখন মই তাইক সৰ্তক কৰি দিছিলোঁ: তাই যেন আমাৰ অভিনয়টোকে সঁচা জীৱন বুলি ভুল নকৰে। আৰু যদি ভুল কৰে তেন্তে সেই ভুলৰ দাম তাই অকলেই দিব লাগিব। মই নহয়। চকুৰ পানীৰে তাই মোৰ মন জয় কৰিব খোজাৰ আশা মিছা।

তাইৰ চকু দুটা সিদিনা কান্দো কান্দো হৈ পৰিছিল। মনটোৱে কান্দিছিল।

মণিকাঞ্চনে চুটি লোৱাৰ এসপ্তাহ পিচত।

চিঠি এখন পাইছিলোঁ। মণিকাঞ্চনৰ।

লিখিছিল: মোৰ জীৱনৰ দাম জানো কিবা আছে? জীয়াই থকাৰ আৱশ্যকতাই বা ক'ত? মোৰ কাৰণে যে গোটেই পৃথিৱীখনে উকা। শুদা। মই প্ৰতিমা সাজিছিলোঁ। পূজা কৰিছিলোঁ। কিন্তু মোৰ সেই পূজা নিষ্ফল। দেৱতা মোৰ পাষাণ। কলিজাৰ তেজ ঢালিও দেৱতাৰ দেহত প্ৰাণ প্ৰতিষ্ঠা কৰিব নোৱাৰাৰ বাবে দোষ কাৰো নহয়। দোষ মোৰ।

বুজিলোঁ: মণিকাঞ্চনে কি কব খুজিছে। তাই মোৰ ওচৰত

কি বিচাৰে। এই চিঠিৰ প্ৰতিটো শব্দৰ অন্তৰালত লুকাই আছিল কি উদ্দেশ্যে।

তাই হয়তো ভাবিছিল : তাইৰ বিননিয়ে মোৰ হিয়া কোমলাব। মই তাইক আশ্বাস দিম।

মোৰ খং উঠিছিল। চিঠিখন টুকুৰা টুকুৰা কৈ ছিঙি দলিয়াই পেলালোঁ।

জঘন্য মনোবৃত্তিয়ে কাৰো হিয়া গলাব নোৱাৰে। পবিত্ৰ চকুলোৰ দাম অমূল্য। হৃদয়স্পৰ্শী। কিন্তু ষড়যন্ত্ৰণাৰ জঘন্য মনোবৃত্তিৰে টোকা চকুলোৰ কোনো দাম নাই। পবিত্ৰতা নাই। সেই চকুলোত মিহলি হৈ থাকে ঘৃণা আৰু পাপ।

কিন্তু মই ভবা কথাটো সঁচা ন'হল। সঁচা নহয়।

চিঠিখন পোৱাৰ পিচ দিনাখনেই খবৰ এটা পাইছিলোঁ : মণি-কাঞ্চনে আত্মহত্যা কৰিছে।

এটা অবিশ্বাস্য বাতৰি। মিছা খবৰ।

কিন্তু অবিশ্বাস্য হলেও খবৰটো মিছা নাছিল।

অলপ পিচতে কেইজনমান মানুহে লৈ আহিছিল এটা মৃতদেহ। লগত এজন পুলিচ।

নিশ্চল দেহটো মই লিৰিকি বিদাৰি চাইছিলোঁ। এটা হিম শীতল দেহ। সেই দেহত উত্তাপ নাই। অনুভূতি নাই। আশা আকাঙ্ক্ষা নাই। সকলোবোৰ গোট মাৰি শিল হৈ গৈছে। মুখত মান অভিমানৰ কোনো চিন নাই। মনিকাঞ্চনে যেন সকলোকে ক্ষমা কৰি গুচি গ'ল। ক্ষমা কৰি গ'ল মোক। নিজৰ জীৱনৰ দাম নিজেই পৰিশোধ কৰি গ'ল : আত্মহত্যাৰে।

এইখন হাস্পাতালৰে নিৰ্জ্জন পথাৰখনৰ জোপোহাটোৰ আঁৰত কেইসপ্তাহমান আগতে মোৰ বুকুৰ মাজত ধৰা দিয়া মণিকাঞ্চন এইজনী নহয়। এয়া মণিকাঞ্চনৰ প্ৰস্তৰ মূৰ্ত্তি।

সেইজী! চাই যোৱাহি, তোমাৰ শান্তিৰ যজ্ঞত মণিকাঞ্চনে কিদৰে আহুতি দি গ'ল।

অপাৰেশ্যনৰ বিভিন্ন অস্ত্রেৰে মণিকাঞ্চনৰ নিজ্জীৱ দেহটো ৰেপি ৰেপি ভাবিছিলোঁ ঃ মণিকাঞ্চনে মোৰ প্ৰতি কোনো বিদ্বেষ ভাৱ লৈ যোৱা নাইতো ? তাই জানো মোক ক্ষমা কৰি যাব পাৰিছে ? তাইৰ সেই চিঠিখনৰ অন্তৰালত নাছিল কোনো ষড়যন্ত্র ? কু অভিসন্ধি ? নহ'লে তাই নিশ্চয় অপেক্ষা কৰিলেহেঁতেন ঃ মোৰ পৰা কিবা এটা উত্তৰ পোৱাৰ দিনলৈ। অন্তৰৰ সৰল অনুভূতিখিনিকে তাই মাথোন মোক জনাব বিচাৰিছিল ? তাকেই জনাই থৈ তাই আঁতৰি গ'ল।

কিন্তু মোৰ কাৰণে ইয়াতকৈ আৰু কি ডাঙৰ শাস্তি থাকিব পাৰে ? যিজনী গাভৰুয়ে মোক নোপোৱাৰ বেদনাত, মোৰ মন জয় কৰিব নোৱাৰাৰ দুখত বিষ খাই আত্মহত্যা কৰিলে সেইজনী গাভৰুৰে পেট ফালি মৰণোত্তৰ পৰীক্ষা কৰিছোঁ মই।

পৰীক্ষাৰ শেষত হাত দুখন ধুই আহি প্ৰতিবেদন প্ৰস্তুত কৰিছিলোঁ। দীঘল বহীটোৰ আৰ্হিৰ ঘৰবোৰ পূৰাই গৈছিলোঁ। পটাচিয়েম চায়ানিয়াড্ খাই আত্মহত্যা কৰা মণিকাঞ্চনৰ আত্মহত্যাৰ কাৰণ চিৰদিন ৰহস্যাবৃত হৈয়ে ৰ'ল। ৰ'ব। পৃথিবীৰ কোনোৱেও নাজানিব মণিকাঞ্চনৰ আত্মহত্যাৰ কাৰণ। কিহৰ বেদনাত তাই এনেদৰে মৃত্যুৰে জয় কৰি গ'ল জীৱনক। কাৰ ওপৰত অভিমান কৰি প্ৰমাণ কৰি গ'ল ঃ প্ৰেম জয়ী। নিত্য। জীৱন অনিত্য। অস্থায়ী।

চাহজাহান দিল্লীৰ সম্রাট। সহস্ৰ মণি-মুকুতাৰে ভৰা কোষা-গাৰৰ মালিক। সেয়ে বুৰঞ্জীয়ে বুকুত সাৱটি ললে মমতাজ আৰু চাহজাহানৰ অমৰ প্ৰেমৰ কীৰ্ত্তি। উজ্জ্বল হৈ ৰ'ল প্ৰেমৰ স্মৃতি। কিন্তু নিচলা মণিকাঞ্চনৰ প্ৰেমৰ দাম জানো মই দিব পাৰিম ? দিব পাৰিব সম্রাট চাহজাহানে ? ধন-সোণেৰে প্ৰেম জোখা সম্রাট চাহজাহানৰ প্ৰেমৰ তুলাচনীত মণিকাঞ্চনৰ অন্তৰৰ ওজন বহুত বেছি।

কিন্তু মই জানিছিলোঁ। জানোঁ। ইচ্ছা হৈছিল প্ৰতিবেদনখনত যেন লিখি থৈ দিম ঃ মণিকাঞ্চনে আত্মহত্যা কৰা নাই। হত্যা কৰিছোঁ মই। সেই হত্যাৰ কাৰণে মোক উদগাইছিল সেউজী

আৰু অনুপমে। এখন ভাঙনমুখী ঘৰৰ শান্তি ফিৰাই অনাৰ আকাঙ্ক্ষাই।

কিন্তু সিমান সাহস মোৰ নহ'ল।

কোনোৱেও নেদেখাকৈ বৈ অহা চকুলো তুধাৰ মই মচি পেলাইছিলোঁ। কৈছিলোঁঃ ভগৱান! মণিকাঞ্চনৰ মৃত আত্মাই শান্তি পাওক।

মণিকাঞ্চন! তুমি মোক ক্ষমা কৰি যোৱা।

বহীটো জপাই থৈছিলোঁ।

খিৰিকীৰে দেখা আকাশখন তেতিয়া ডাৱৰে ঢাকি ধৰিছিল।

॥ ছয় ॥

বিচাৰক কোকিল কোঁৱৰৰ মৃত্যু হোৱা নাছিল। ধৰ পদ-ক্ষেপেৰে মৃত্যু অহা নাছিল। কোকিল কোঁৱৰে মাতি আনিছিল মৃত্যুক। সেই মৃত্যু আহূত মৃত্যু। স্ব-ইচ্ছাৰ মৃত্যু।

কোকিল কোঁৱৰে আত্মহত্যা কৰিছিল।

কথাবোৰ সেউজীয়ে এদিন মোক কৈছিল:

তেখেতক এইখন হাস্পাতালত থৈ যোৱাৰ এবছৰ পিচত। দেউতাই এদিন আত্মহত্যা কৰিলে। শোৱনি কোঠাৰ মেজৰ ওপৰতে কাগজ এখিলাত দেউতাই লিখি থৈ গৈছিলঃ মোৰ মৃত্যুৰ কাৰণে কোনো দোষী নহয়। দোষী মই নিজে—আৰু মোৰ ভাগ্য। কৰ্মফল। নিৰুপম মৰিছে। স্মৃতিকণা আৰু অনুপম উন্মাদ। সিহঁতে কেতিয়াও আৰু আগৰ জীৱন ওভতাই নাপায়। মই নিঃসন্দেহ। তুই এদিনতে ময়ো উন্মাদ হম। উন্মাদ হ'ব অৰুণিমা আৰু সেউজী। ব্ৰাহ্মণ বিধৱাৰ অভিশাপ অথলে নাযায়।

ব্ৰাহ্মণ বিধৱাৰ অভিশাপটো কি সেউজীক সুধিছিলোঁ ঃ

"মই ভালদৰে নাজানোঁ ককাইদেউ! কিন্তু মাৰ মুখত যি শুনিছোঁ সেইখিনি ক'ব পাৰিম। মাক হেনো দেউতাই এদিন কৈছিল ঃ

তেখেতৰ ককায়েকৰ মৃত্যুৰ দুবছৰ নে তিনি বছৰ আগৰ ঘটনা।

দেউতাই মোকৰ্দ্দমা এটাৰ ৰায় দিছিল।

মোকৰ্দ্দমাটো এজনী ব্ৰাহ্মণ বিধৱাৰ।

বিধৱাজনীৰ দেহত তেতিয়া ভৰ যৌৱন।

এঘাৰ বছৰ বয়সতে স্বামী হেৰুওৱা বিধৱাজনীৰ মাকৰ মৃত্যু হৈছিল পোন্ধৰ বছৰ বয়সত। সৰু ভনীয়েকজনী এদিন গাভৰু হ'ল। তাৰ পিচত এদিন তাইৰ বিয়া হৈ গ'ল। বিধৱাজনীৰ একমাত্ৰ আশ্ৰয় বৃদ্ধ দেউতাক; আৰু দেউতাকৰ আশ্ৰয় বিধৱাজনী। গাভৰু বিধৱা কন্যাৰ ভৱিষ্যত চিন্তাত বৃদ্ধ দেউতাকৰ বয়স যেন দুগুণে বাঢ়ি গ'ল।

পাঁচপন্ন বছৰীয়া বৃদ্ধ দেউতাকৰ দেহত আশীটা বসন্তৰ হাত বুলনি।

দিখৌৰ বালিত এটা সদ্যজাত কেঁচুৱাৰ মৃতদেহ। গৰখীয়াজাকে নৈৰ বালিত দেখি আহি গাঁৱৰ বাইজক খবৰ দিলে। গাওঁবুঢ়াই খবৰ দিলে পুলিচক। পুলিচ আহিল। অনুসন্ধান আৰম্ভ হ'ল।

সেই সময়ত গাঁৱৰ দুজনী গাভৰুক অসুস্থ অৱস্থাত পোৱা হ'ল। এজনী মৌজাদাৰৰ গাভৰু জীয়েক বন্দনা আৰু আনজনী ব্ৰাহ্মণ বিধৱা পিঙ্গলা। পিঙ্গলা আৰু বন্দনাৰ বাহিৰে গাঁৱৰ বাকীবোৰ আসিয়ৈ গাভৰু আৰু যুৱতী বিধৱাক সন্দেহজনক অৱস্থাত পোৱা নগ'ল। পোৱালী জগোৱা মকৰাজনীৰ দৰে ক্ষীণ আৰু শেঁতা পৰি যোৱা বন্দনাৰ পেটৰ অসুখ। তেজ হাগনি। বিধৱাজনীৰ টাইফয়িড।

"তাইৰ ক'ত টাইফয়িডটো হৈছে হে? চব মিছা কথা। দেউতাকৰ ফাঁকি। গাঁৱৰ কোনোবা কোনোৱাই মোক কেৱাদিনো কৈছিল। মই মিছা বুলি ভাবিছিলোঁ। নিবোকা চামোনজনী হৈ

তলে তলে এইখন। মোৰ ছোৱালীজনীক পৱিত্ৰ বেজবৰুৱাই চাই মেলি ঔষধ পাতি দিছে। আৱশ্যক হ'লে মই তেখেতৰ পৰা প্ৰমাণ পত্ৰ আনি দিব পাৰিম।"

এয়া মৌজাদাৰৰ কথা।

পিঙ্গলাৰ দেউতাকৰ ধন নাই। টকা নহ'লে ডাক্তৰ নাহে। গতিকে পিঙ্গলাৰ দেউতাকে ডাক্তৰৰ প্ৰমাণ পত্ৰ দিব নোৱাৰিলে। পিঙ্গলাক চিকিৎসা কৰা গাঁৱৰে মুক্তাধৰ কৱিৰাজে আসৈ মাতিলে: তেওঁ বিধৱাজনীৰ চিকিৎসা কৰা নাই। অসুখৰ কথা তেওঁ নাজানেই।

পৱিত্ৰ বেজবৰুৱা এম, বি, বি, এছ। চৰকাৰী ডাক্তৰ। বেজ-বৰুৱাৰ কলমে সদায় সঁচা কথা লিখে। মিছা কথা লিখিব নাজানে। বন্দনাৰ দেউতাকে বেজবৰুৱাৰ পৰা প্ৰমাণ পত্ৰ আনি পুলিচক দেখুৱালে। এমাহ আগৰে পৰা বন্দনাৰ বেচিলেৰী ডিচেণ্ট্ৰী। বেজবৰুৱাৰ চিকিৎসাধীন হৈ থকা তিনি সপ্তাহৰো বেছি হ'ল।

পুলিচৰ বিশ্বাস হ'ল: মৃত সন্তানৰ জননী বন্দনা নহয়। পিঙ্গলা।

পিঙ্গলাৰ দেউতাকৰ কথাষাৰো হয়তো সঁচা। মুক্তাধৰ কৱিৰাজে পিঙ্গলাৰ অসুখৰ ব্যৱস্থাপত্ৰ দিছিল। কিন্তু টাইফয়িডৰ নহয়। ভ্ৰূণ হত্যাৰ। নহ'লে কবিৰাজে আসৈ মাতিব কিয়?

মৰণোত্তৰ পৰীক্ষাৰ প্ৰতিবেদন: সন্তানটোৰ নেলু টিপি হত্যা কৰা হৈছে।

পিঙ্গলাক পুলিচে বন্দী কৰিলে। কিন্তু পুলিচ থানালৈ নিয়াৰ প্ৰয়োজন নহ'ল। মৃত্যুৰ প্ৰলাপ বলকা পিঙ্গলাৰ গাত তেতিয়া চেতনা নাই। মুমূৰ্ষু অৱস্থা। জীৱনে মৃত্যুৰ সৈতে সংগ্ৰাম কৰি ভাগৰি পৰিছে। দেউতাকৰ জামিনত পুলিচে পিঙ্গলাক ঘৰতে এৰি থৈ গ'ল।

কলেজত পঢ়া গাঁৱৰ ল'ৰাজাকে পিঙ্গলাৰ দেউতাকক নিৰ্ভয় দিলে: কোনো ভয় নাই পেহাটি। ডাক্তৰৰ পৰীক্ষাত প্ৰমাণ হ'ব: অবৈধ সন্তানৰ মাতৃ বাইটি নে বন্দনা।

"মৌজাদাৰৰ টকা আছে। মই দৰিদ্ৰ ব্ৰাহ্মণ।"

"আইন অকল ধনীৰ কাৰণেই নহয় নহয়। গৰীব-দুখীয়া সকলোৰে কাৰণে। আইনৰ চকুত ভিন পৰ নাই। সকলো সমান। আমি মৰি যোৱা নাই নহয়।"

এয়া কলেজীয়া ডেকাজাকৰ কথা। পিঙ্গলাৰ দেউতাকক দিয়া সান্ত্বনা।

কিন্তু ডাক্তৰী পৰীক্ষাৰ আৱশ্যক নহ'ল। পুলিচে পৰীক্ষাৰ কাৰণে পিঙ্গলাক ডাক্তৰৰ ওচৰলৈ নপঠিয়ালে। বন্দনাক পঠিওৱাৰতো কথাই নুঠে।

বেচেৰা ব্ৰাহ্মণজনে ভাবিছিল: পুলিচে পিঙ্গলাক সন্দেহ কৰিছিল। এতিয়া সন্দেহ মুক্ত হৈছে। সেই কাৰণেই পিঙ্গলাক পৰীক্ষা কৰাৰ আৱশ্যক অনুভৱ কৰা নাই। ন'হলে পৰীক্ষা নকৰিব কিয়?

কিন্তু পিঙ্গলাৰ দেউতাকে ভবাটো সঁচা নহ'ল। পিঙ্গলা আৰু দেউতাকে আচৰিত হৈ এদিন এখন 'চমন' ৰাখিবলগীয়া হ'ল। পুলিচ এজনে আহি দি থৈ গ'ল।...তাৰিখে মোকৰ্দ্দমাৰ দিন। জামিনদাৰে আচামীক লৈ বিচাৰ চৰাত হাজিৰ হ'ব লাগে।

পিঙ্গলাৰ দেউতাকৰ মূৰত স্বৰগ ভাঙি পৰিল। মূৰত হাত থৈ মৌন হৈ ৰ'ল। পিঙ্গলাই উচুপি উচুপি কান্দিলে। নেদেখা ভগৱানক গালি পাৰিলে। সকিয়ালে। কাৰোবাক শাওঁপাত দিলে। টাইফয়ডত মৃত্যু নোহোৱা কাৰণে দুষিলে ভগৱানক। দোষাৰোপ কৰিলে আপোন ভাগ্যক।

এদিন এদিনকৈ বিচাৰ চ'ৰাত কেবাদিনো থিয় হ'ল পিঙ্গলা। কাষত অসহায় বৃদ্ধ দেউতাক। বিচাৰকৰ আসনত আমাৰ দেউতা।

বিপক্ষৰ উকীলে সাক্ষীবাদীৰ জবানবন্দী ল'লে। অশ্লীল প্ৰশ্ন কিছুমানেৰে পিঙ্গলাৰ মুখ বন্ধ কৰি থলে। পিঙ্গলা নিৰুত্তৰ হৈ ৰ'ল। ডেকা উকীল পেস্কাৰহঁতৰ লুভীয়া চকুৱে পিঙ্গলাৰ বুকুত খোপনি পুতি ৰ'ল। গাঁৱৰে কেৰপাই, নিত্যানন্দহঁতে সাক্ষী দিলে:

পিঙ্গলাহঁতৰ ঘৰত এজন বিহাৰী ডেকা আছিল। পিঙ্গলাহঁতৰ গৰু ৰখে। হাল বায়। কঠিয়া সিঁচে। বুঢ়া দেউতাকে দিনৰ দিনটো পূজা সবাহত ঘূৰি-ফুৰে। সন্ধিয়া ঘৰলৈ উভতি আহিয়েই শোৱা পাটী লয়। বুঢ়া মানুহ। ক্লান্ত দেহ। পিঙ্গলাই ডেকাজনক ভাত পানী খুৱায়। কথা পাতে। ৰাতি দুপৰলৈ ডেকাজনৰ আলপৈচান ধৰে। দুয়োজনে হাঁহি হাঁহি মৰণাৰ ধান চপায়।

সিহঁতে কেবাদিনো দেখিছে।

কিন্তু দিখৌৰ বালিত মৃত সন্তানটো পোৱাৰ তিনিমাহমান আগৰ পৰা বিহাৰী ডেকাজনক সিহঁতে দেখা নাই। ক'লৈ গ'ল সিহঁতে নাজানে। তাৰ কেবা মাহো আগৰ পৰাই পিঙ্গলাই ঘৰৰ ভিতৰৰ পৰা বাহিৰ নোলোৱা কথাটো সিহঁতেও জানে। পিঙ্গলাৰ কেলেঙ্কাৰীৰ গোন্ধ পাই গঞা ৰাইজে পিঙ্গলাৰ দেউতাকক পূজাপাৰ্ব্বণলৈ নিমন্ত্ৰণ নকৰা হ'ল। ওচৰৰ গাঁৱৰ শঙ্কৰ বাপুক মাতি আনি কোনোবা কোনোবাই দেউতাকৰ শৰাধ কৰিলে। কাৰোবাৰ বিয়াত মন্ত্ৰপাঠ কৰালে। হোম পোৰালে।

সিহঁতৰ সন্দেহটোৱে সঁচা। নহ'লে ভৰ বাৰিষা খেতিৰ সময়ত ডেকাজন গুচি যাব কিয়? ডেকাজন গুচি গ'লত পিঙ্গলাৰ দেউতাকে বলদ হাল বিকি দিলে।

আন এদিন।

আৰু কেইজনমান সাক্ষী আহিল।

সাক্ষীৰ কাঠ গড়াত থিয় হ'ল কান্তেশ্বৰ আৰু মিঠাৰাম। পিঙ্গলাহঁতৰ গাঁৱৰে মানুহ। মিঠাৰামে কলে: সঁচা হুজুৰ! দেউতাৰ শ্ৰাদ্ধ শঙ্কৰ বাপুৰ হতুৱাই কৰোৱাটো সঁচা।

কান্তেশ্বৰে শপত খাই সাক্ষী দিলে: পুতেকৰ বিয়াৰ হোম শঙ্কৰ বাপুৱে পোৰাটো সঁচা। পিঙ্গলা সিহঁতৰ পুৰোহিতৰ ছোৱালী। কিন্তু এনেকুৱা কেলেঙ্কাৰীৰ কথা জানি শুনিও নো সিহঁতে কোন সাহসেৰে পিঙ্গলাৰ দেউতাকক হোম পুৰিবলৈ নিমন্ত্ৰণ কৰে?

তাৰ পিচত থিয় হ'ল শঙ্কৰ বাপু।

কান্তেশ্বৰ আৰু মিঠাৰামে কোৱা কথা সঁচা। মিঠাৰামৰ দেউতাকৰ শৰাধ আৰু কান্তেশ্বৰৰ পুতেকৰ বিয়াত তেওঁ পৌৰাহিত্য কৰিছিল। পৌৰাহিত্যৰ অৰিহনা হিচাবে কোনে কিমান ৰূপ সিকা দিছিল তাকো দোহাৰিবলৈ তেওঁ নাপাহৰিলে।

সাক্ষীৰ কথা শুনি পিঙ্গলা আৰু পিঙ্গলাৰ দেউতাক বজ্ৰাহঁতৰ দৰে থিয় হৈ ৰ'ল। অস্ফুট ভাষাৰে ভগৱানক সকিয়ালে: তুমি আছা ভগৱান। তুমিয়ে ইয়াৰ বিচাৰ কৰা। মিঠাৰামৰ দেউতাক দেখোন মৰাই নাই। আজিও জীয়াই আছে। কান্তেশ্বৰৰ একমাত্ৰ ল'ৰা মনেশ্বৰ এতিয়া চাৰিটা ল'ৰা-ছোৱালীৰ বাপেকী। মানুহ ৰাখি খেতি কৰাব পৰা হ'লে মাহদিনত দেখোন দহ পোন্ধৰ দিন আউসী পূৰ্ণিমা পালিব নালাগিলহেঁতেন। ইহঁতে এইবোৰ কি কয়? মই কি শুনিছোঁ? মইতো ইহঁতৰ কোনো শতুৰালি কৰা নাই প্ৰভো। গোকাট মিছা কথা এটা ক'বলৈ ইহঁতে সাহস পালে ক'ত?

নতুনকৈ ওকালতি আৰম্ভ কৰা পিঙ্গলাহঁতৰ উকীলে কিবা এটা ক'লেই চৰকাৰী উকীলে যুক্তি তৰ্কেৰে মুখৰ মাত বন্ধ কৰি দিয়ে।

বিচাৰ চৰাৰ কাঠ গড়াত থিয় হৈ পিঙ্গলাই কঁপিছিল। লাজ অপমানত ৰঙা পৰি গৈছিল। চকুপানী মচিছিল। নীৰৱে। মৌন হৈ। মুখ তুলি কিবা এষাৰ কোৱাৰ সাহস পিঙ্গলাৰ নহ'ল।

দুয়ো পক্ষৰ যুক্তি তৰ্কৰ ওপৰত ভিত্তি কৰি দেউতাই এদিন ৰায় দিছিল। জাজ্‌মেণ্ট শ্বিটৰ আদেশৰ তলত স্বাক্ষৰ কৰিছিল। ইমানবোৰ সাক্ষীৰ কথা মিছা বুলি প্ৰমাণ কৰাৰ স্থল নাই।

ৰায় শুনি পিঙ্গলাৰ মূৰ ঘূৰি গ'ল। আদেশ পাই পুলিচে পিঙ্গলাক টানি নিব খুজিছিল জেল হাজোতলৈ।

খং, অপমান, আক্ৰোশ আৰু বেদনাত অধৈৰ্য্য হৈ পৰা পিঙ্গলাৰ দেউতাকে চিঞৰি উঠিল: এয়া আপোনাৰ ন্যায় বিচাৰ নহয় ধৰ্মাৱতাৰ। মিছা সাক্ষীৰ জবানবন্দীৰ ওপৰত ভিত্তি কৰি ৰায় দিয়া জানো উচিত হৈছে? পুলিচে দোষী সাব্যস্ত কৰা সন্তান ঘাতক মাতৃগৰাকীক ডাক্তৰৰ হতুৱাই পৰীক্ষা কৰোৱা নহ'ল কিয়?

মানুহৰ বিচাৰত মোৰ ছোৱালীটি হয়তো দোষী। কিন্তু ভগৱানৰ বিচাৰৰ পৰা মৌজাদাৰৰ জীয়েকে কেতিয়াও অব্যহতি নাপাব।

কিন্তু পিঙ্গলাৰ দেউতাকৰ কথাৰ কোনো প্ৰমাণ নাই। দোষীৰ সম্পৰ্কীয় সাক্ষীৰ জবানবন্দীৰ সত্যতা নিৰ্ভৰযোগ্য নহয়। গ্ৰহণীয় নহয়।

'এই উন্মাদজনক ইয়াৰ পৰা উলিয়াই দে।'

খঙত দেউতাই চিঞৰি উঠিছিল।

পিঙ্গলাৰ দেউতাকে কঁপিছিল। খঙত। নিষ্ফল আক্ৰোশত। নিঃসহায় বেদনাত। তুচকুত জুইৰ ফিৰিঙতি।

পুলিচে গতিয়াই নিয়া দেউতাকক দেখি মৌন পিঙ্গলা মুখৰা হৈ উঠিল। বাঙ্ময় হৈ পৰিল। মূৰৰ চুলি ছিঙি অভিশাপ দিলে: উন্মাদ মোৰ দেউতা নহয়। মোৰ যদি ধৰ্ম্ম আছে; ভগৱান আছে তেন্তে যিজনে এই অন্যায় বিচাৰ কৰিছে, সেই বিচাৰক সবংশে হ'ব উন্মাদ।

দেউতাই সিদিনাই ভাবিছিল: সেয়া এজনী বেদনাহত বিধৱাৰ প্ৰলাপ। মনৰ বিকৃতি।

ডেড় বছৰ পিচত।

ঠিক তেনে এটা মোকৰ্দ্দমাৰে বিচাৰ কৰিছিল দেউতাই। সেইখন গাঁৱৰে জাবৰণিৰ মাজত পোৱা হ'ল আন এটা সগুজাত সন্তানৰ কঙ্কাল। শিয়াল কুকুৰে গাৰ মঙহ খাই শেষ কৰা হাড়বোৰৰ কেঁচা গোন্ধ।

পিঙ্গলা তেতিয়া কাৰা বন্দিনী।

মোকৰ্দ্দমাৰ বাদী: কেইজনমান কলেজীয়া ডেকা।

বিবাদী: বন্দনা আৰু বন্দনাৰ দেউতাক।

ডাক্তৰৰ ৰিপৰ্ট: বন্দনা অক্ষত যোনি।

উপযুক্ত প্ৰমাণৰ অভাৱত দোষী সাব্যস্ত কৰা বন্দনাক দোষী প্ৰমাণিত কৰিব পৰা নহ'ল। বিচাৰ চৰাত প্ৰকাশ হ'ল: বাদী ডেকাকেইজনে বন্দনাক প্ৰলোভন দেখুৱাব খোজে। কিন্তু বন্দনাৰ কটু-ব্যৱহাৰত সিহঁতে সাহস নাপায়। সেই আক্ৰোশতে সৃষ্টি হৈছে এয়া মিছা মোকৰ্দ্দমা।

সিদিনাও দেউতাই জাজমেণ্ট শ্বিটত চহী কৰিছিল। কঁপা কঁপা হাতেৰে লিখিছিল: প্ৰমাণৰ অভাৱত আচামীক মুক্তি দিয়া হ'ল।

কিন্তু সিদিনাৰ পৰা দেউতা অশান্ত হৈ উঠিল। কেতিয়াবা কেতিয়াবা মূৰ আচন্দ্ৰাই কৰি ঢলি পৰে। আৰু তাৰ কেইমাহমান পিচতে মৃত্যু হ'ল তেখেতৰ ককায়েকৰ। দেউতাকৰ বৰ পুত্ৰ। বাইদেউ পাগলী হ'ল। বিয়াৰ পিচত তেখেতৰ মূৰৰ বিকৃতি ঘটিল।

অৱশেষত দেউতাই এদিন আত্মহতা কৰিলে।

"মা আৰু মই উন্মাদিনী হোৱা নাই। কিন্তু হম।"

কথাবোৰ কৈ সেউজী থমকি ৰৈছিল। চকুত অসহায় দৃষ্টি। ভীতি বিহ্বল চাৱনি। সেউজীয়ে যেন মৃত্যুৰ পদধ্বনিহে শুনিছে।

সেউজীক মই উপলুঙা কৰিছিলোঁ। বিদ্ৰূপ কৰি উৰুৱাই দিব খুজিছিলোঁ সেউজীৰ মনৰ অন্ধবিশ্বাস। ভিত্তিহীন ধাৰণা। মোৰ কথাই সেউজীৰ মনৰ দুৰ্ব্বলতা আঁতৰাই নিব পাৰিছিল নে নাই নাজানোঁ। তাই কৈছিল: অনুপম সুস্থ হৈ নুঠিলে মৃত্যুই তাইৰ কাম্য। ভগৱানে যেন তাইক আঁতৰাই নিয়ে। উন্মাদিনী কৰি দিয়ে।

সেউজী যোৱাৰ কেবা সপ্তাহো পাৰ হৈ গ'ল।

প্ৰথম দুসপ্তাহমান তাইৰ অভাৱটো বৰকৈয়ে অনুভৱ কৰিছিলোঁ। অনামী বেদনা এটাই বুকুত বিন্ধিছিল। কিন্তু আজি-কালি ক্ৰমান্বয়ে তাইৰ কথা পাহৰি আহিছোঁ। পাহৰি যাবৰ যত্ন কৰিছোঁ। ঘৰটোত সোমালেই তাইলৈ মনত পৰি বেয়া লগা ভাৱটো কমি আহিছে।

ভাবিছিলোঁ: সেউজী ঘৰলৈ গৈয়েই চিঠি দিব। বহুত কিবা কিবি লিখিব। অনুপমক সোনকালে পঠিয়াই দিয়াৰ কথা কব। মোৰ প্ৰশংসা কৰিব। কৃতজ্ঞতা জনাব। আৰু লিখিব: তেখেত সুস্থ হৈ উঠা বুলি শুনি মাই বৰ আনন্দ পাইছে। আপোনাৰ মৰম আৰু কষ্টৰ বাবে ধন্যবাদ জনাইছে।

কিন্তু আশা কৰাৰ দৰে সেউজীৰ পৰা কোনো চিঠিয়েই মই নাপালোঁ। সেউজীয়ে মোলৈ চিঠি নিলিখিলে।

সেউজী যোৱাৰো আজি দুমাহ পাৰ হৈ গ'ল।

তাই মোলৈ কিয় চিঠি দিয়া নাই বাৰু? মোক কিবা বেয়া পাইছে নেকি? তাইৰতো মই একো অন্যায় কৰা নাছিলোঁ। তেনেহলে তাইৰ কিবা অসুখ বিসুখ হৈছে নেকি? নহ'লে চিঠি এখনকে নিদিব কিয়? তাইৰ বা-বাতৰি সুধি ময়েই চিঠি এখন লিখিম নেকি?

ৰাইটিং পেডটো উলিয়াই লৈ লিখিছিলোঁ ঃ

"মৰমৰ সেউজী,

......... ।"

কলম মোৰ থমকি ৰ'ল। মই লিখিব নোৱাৰিলোঁ।

মনৰ ভিতৰৰ মানুহটোৱে মোক কৈ উঠিল ঃ তই এটা প্ৰকাণ্ড বলদ অ'। পৰৰ তিৰোতা এজনীলৈ চিঠি লিখিবলৈ তোৰ জানো লাজ নালাগে? সেউজী তোৰ কোন? বন্ধুৰ ভনী! কিন্তু তোৰ বন্ধু গৌৰিকে জানো তোক কৃতজ্ঞতা জনাই চিঠি এখনো দিব নোৱাৰিলেহেঁতেন? অভিমানী মনটো মোৰ সচেতন হৈ পৰিল। জাঙুল খাই উঠিল।

কাগজখিলা টুকুৰা টুকুৰকৈ ছিঙি দলিয়াই পেলালোঁ।

সেউজীৰ অসুখ হোৱা নাই। একো হোৱা নাই।

অনুপমৰ মাকে হয়তো সেউজীক সন্দেহ কৰিছে। সেউজীক বিশ্বাস কৰিব পৰা নাই। মই সেউজীৰ কোনো নহয়। অনুপমৰো নহয়। মোৰ ওচৰত সেউজী এনেদৰে থকাটো অশোভনীয়। অনুপমৰ মাকে সেইটো আশা কৰা নাছিল। চৰিত্ৰৰ দুৰ্ব্বলতা নাথাকিলে অবিবাহিত ডেকা এজনক বিশ্বাস কৰি গাভৰু বোৱাৰী এজনী অকলশৰীয়া ঘৰ এখনত এনেদৰে থাকিবলৈ কেতিয়াও সাহস কৰিব নোৱাৰে। নকৰে।

তেনেহলে সেউজী এতিয়া ক'ত? অনুপহঁতৰ ঘৰত নে মাকহঁতৰ

ঘৰত? তাই জানো আজিও চাকৰি কৰিয়েই আছে? অনুপমৰ মাকে চৰিত্ৰহীনা বুলি সেউজীক খেদি পঠিওৱা নাইতো?

সেউজীৰ বিষয়ে জানিবলৈ মোৰ মনটো কৌতূহলী হৈ পৰিছিল।

কিন্তু জনাৰ উপায় নাই। সেউজীলৈ মই লিখিব নোৱাৰোঁ। গৈৰিকক সুধিব নোৱাৰো। মোৰ চিঠি পাই সিহঁতৰ সন্দেহ যদি বদ্ধমূল হৈ পৰে? গভীৰ হৈ উঠে?

সেউজীৰ পৰা অনুপমে কিবা চিঠি পাইছে নেকি জানো?

সুধিলে জানোচা অনুপমে কিবা ভাবে?

নিঃসহায়ৰ পোৰণি এটা লৈ মই সেউজীৰ কথা পাহৰি যাবলৈ যত্ন কৰিলোঁ।

পুৱাৰ পোহৰবোৰ হেৰাই গৈছিল সন্ধিয়াৰ এন্ধাৰত। দিনবোৰে জিৰণি লৈছিল নিশাৰ তমসাত। নীৰৱতাৰ বুকুত। সেই নিশাবোৰেই উমনি দিছিল আন এটা নতুন পুৱাৰ। নতুন দিনৰ।

অনুপমৰ অন্তৰত নাৰী বিদ্বেষৰ উৎপত্তিৰ কাৰণ মই ঠাৱৰ কৰিব নোৱাৰিলোঁ। অশেষ যত্ন কৰিও মই নিস্ফল হৈ পৰিলোঁ। নিতৌ নতুন উপায় প্ৰয়োগ কৰোঁ। অনুপমক বহুত কিবা কিবি সোধো। প্ৰশ্ন কৰোঁ। কিন্তু লাভ একো নহ'ল। মইহে মাথোন ভাগৰি পৰিলোঁ।

অনুপমৰ দেহৰ ওজনে স্থিতাৱস্থা পাইছিল কেতিয়াবাই।

অনুপমক হাস্পাতালত ৰাখি থৈ আৰু লাভ কি? মুকলিকৈ দিয়াই উচিত। অনুপম সুস্থ। সেউজী ভাগ্যৱতী। কিন্তু ইমান দূৰ অনুপমে জানো অকলে যাব পাৰিব? যাবলৈ দিয়াটো জানো উচিত হ'ব? বাটতে যদি কিবা এটা হয়? সেউজীলৈ লিখি দিম: অনুপ সম্পূৰ্ণ সুস্থ। কোনোবা এজন আহি অনুপমক ঘৰলৈ লৈ যাওকহি। অকলে যাবলৈ দিয়াটো নিৰাপদ নহয়।

ভাবিছিলোঁ। কিন্তু লিখিব নোৱাৰিলোঁ। লিখিব খুজিলেইচোন

মনটো কোঁচ খাই আছে। মোৰ চিঠি পাই সেউজীয়ে হয়তো আকৌ আহিব লাগিব। আহিব। অনুপমৰ মাকহঁতে যদি ভাৱে : অনুপম যদি সুস্থই তেন্তে আনিবলৈ আকৌ এজন যাব লাগে কেলেই? অনুপম পুৰুষ। খাঁচীৰ পৰা অসমলৈ ঘূৰি যোৱাৰ ক্ষমতা জানো অনুপমৰ নাই? এজনী গাভৰু বোৱাৰী যে আকৌ এবাৰ যাব লাগে? সেউজীক আকৌ এবাৰ লগ পোৱাৰ আশা লৈ তেনেদৰে লিখা নাইতো?

কেইদিনমান আগতে সপোন এটা দেখিছিলোঁ।

সেউজী মোৰ ওচৰলৈ আহিছিল। কৈছিল :

মই সন্তান সম্ভৱা ককাইদেউ। ভাবী মাতৃ। মোৰ গৰ্ভত স্বামীৰ দ্বিতীয় প্ৰতিমূৰ্ত্তি এটা মই তিলতিলকৈ গঢ়ি তুলিছোঁ। কিন্তু মা'হঁতে মোক বিশ্বাস নকৰে। সন্দেহ কৰে। গৰ্ভত সেয়া মোৰ স্বামীৰ সন্তান নহয়। আন কাৰোবাৰ। আপোনাৰ।

সাৰ পাই খকমককৈ উঠি বহিছিলোঁ। চকু দুটা মোহাৰি ভাবিছিলোঁ : এয়া মই কি সপোন দেখিলোঁ? সেউজী জানো সঁচাকৈয়ে সন্তান সম্ভৱা? অনুপমে জানো সিমানখিনি সুবিধা পাইছিল? অনুপমে ঘৰলৈ গৈ জানো কব : সেউজীৰ গৰ্ভত সেয়া মোৰ ভ্ৰূণ। ডাক্তৰ পলাশ বৰুৱাৰ নহয়।

নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। মিছাতে অনুপমক ইয়াত ইমান দিন ৰখাৰ পৰা মোৰ লাভ হ'ল কি? সেউজীৰ লগতে যাবলৈ দিয়া হলেই ভাল আছিল। ইমানবোৰ টকা সিকা খৰচ কৰি সেউজী অথবা কোনোবা এজন অহা জানো সম্ভৱ? সিদিনাখন মাথোন সেউজী আহি গৈছে।

অনুপমে যদি স্বীকাৰ নকৰে? সেউজীৰ গৰ্ভত সেয়া বৈধ সন্তান নহয়। আন কাৰোবাৰ। হয়তোবা ডাক্তৰ পলাশ বৰুৱাৰ।

হে ভগৱান! সেউজীক ক্ষমা কৰা। অনুপমক সদ্ মতি দিয়া। অনুপমে স্বীকাৰ কৰক। সেউজী নিষ্পাপ। মোৰ মনত কোনো

পাপ নাই। লোভ নাই। সেউজীক মই চিৰদিনৰ ভনীৰ চকুৰে চাই আহিছোঁ।

অফিচ এচিষ্টেণ্ট এজনক মাতি আনি সুধিছিলোঁ: অনুপমৰ দিবলগীয়া টকা পইচা কিবা বাকী আছে নেকি? আছে যদি কিমান?

কৰ্ম্মচাৰীজন আঁতৰি গৈছিল। ৰেকৰ্ড চাই অলপ পিচতে খবৰটো দি যাবহি।

তাৰ কেইমিনিটমান পিচতে চিঠি এখন পাইছিলোঁ।

খামটো ছিণ্ডি নামটোলৈ চালোঁ। সেউজীয়ে লিখিছে।

…"মৰমৰ ককাইদেউ,

আপুনি চাগে মোক অশলাগী বুলি ভাবিছে। আজি দুমাহ হ'ল। দুমাহ ক'ত? তিনিমাহেই হ'ব হবলা। ইয়াৰ ভিতৰত আপোনালৈ মই চিঠি এখনকে লিখা নাই। কিন্তু কি কৰিম? অশলাগী মই নাছিলোঁ। পৰিস্থিতিয়ে মোক অশলাগী কৰি তুলিছে।

আশাকৰোঁ ক্ষমা কৰিব।

নকৰিব জানো?

আহি পায়েই মা'ক তেখেতৰ খবৰটো দিলোঁ। মাই একো নকলে। অবিশ্বাস্য দৃষ্টি এটাৰে মৌন হৈ মোলৈ মাথোন চাই ৰ'ল। তাৰ পিচত হঠাতে চিঞৰি দিলে। অজ্ঞান হৈ ঢলি পৰিল। ব্ৰাহ্মণ বিধৱা পিঙ্গলাজনীৰ অভিশাপটোলৈ মোৰ মনত পৰিল। বিধৱাৰ অভিশাপ ফলিয়াবই। অথলে নাযায়।

কিন্তু মা উন্মাদিনী নহ'ল। কেইঘণ্টামানৰ পিচত জ্ঞান ওভতাই পালে। অধীৰ উত্তেজনাত মোক সাৱটি ধৰিলে। আপোনাৰ প্ৰশংসাত শতমুখ হৈ উঠিল। কিন্তু বিপদ অকলে নাহে। পিচদিনা-খনৰ পৰা মা'ৰ তীৰকঁপে জ্বৰ উঠিল। ডাক্তৰে ঘোষণা কৰিলে: টাইফিয়ড্।

আৰম্ভ হ'ল সংগ্ৰাম। জীৱন আৰু মৰণৰ। এফালে জীয়াই থকাৰ আকুল হেঁপাহ; আনফালে শক্তিশালী মৰণৰ উৎপীড়ণ। চকুৰ টিপ নমৰা উজাগৰী নিশাবোৰৰ শুশ্ৰূষা। দিনত ভাবোঁ: ৰাতিলৈ ভাল পাব। ৰাতি ভাবোঁ: ৰাতিটো পুৱালেই যেন ৰক্ষা পাওঁ।

তাৰ মাজতে বিভীষিকা হৈ থিয় দিলে পইচাৰ চিন্তাই। হাতত তেতিয়া এটা পইচাও নাই। স্কুলৰ পৰা তুমাহৰ দৰ্মহা পোৱা নাই। টিউচনি নাই। ককাইদেৱে টকা অলপ পঠিয়াইছিল। ঘৰ ভাৰাৰ টকা কেইটামান পাইছিলোঁ। তাৰে ডাক্তৰৰ ভিজিট দিলোঁ। ঔষধ কিনিলোঁ। পথ্য আনিলোঁ।

মা'ৰ অসুখৰ খবৰ পাই তুসপ্তাহমানৰ পিচত মোমাইদেৱে মামীক আনি থৈ গ'লহি। অলপ সকাহ পালোঁ। কিন্তু চাকৰিত ভৰ্ত্তি হ'ব নোৱাৰিলোঁ। মা'ক এৰি এখন্তেকো ক'লৈকো আঁতৰি যাব নোৱাৰোঁ। অৱশেষত চিঠি এখন পালোঁ। স্কুল কৰ্ত্তৃপক্ষই চাকৰিৰ পৰা মোক বৰখাস্ত কৰিছে। জীৱিকাৰ পথ ৰুদ্ধ হৈ যোৱাৰ বাতৰি পায়ো মই সিদিনা একো ভবা নাছিলোঁ। ভাবিবলৈ মোৰ সময় নাছিল।

দিনে দিনে অৱস্থা বেয়া হৈ যোৱা মা'জনী ক্ৰমান্বয়ে ভাল হৈ আহিল। মোৰ মূৰৰ পৰা গধুৰ চিন্তা এটা আঁতৰি যোৱা যেন লাগিল। চাকৰিটোলৈ মনত পৰিল। কান্দিলোঁ। ইমানখন ঘৰ মই কেনেকৈ চলাম? কি কৰিম? ইমানবোৰ টকা মাহে মাহে মই ক'ত পাম? কোনে দিব? চিন্তাই মোক জুৰুলা কৰি তুলিলে।

পুতেকক চাবলৈ মা অস্থিৰ হৈ পৰিল। মোক অবিশ্বাস কৰিলে। মই মিছা কৈছোঁ। তেখেতে ভাল পোৱা নাই। মই বুজাবৰ যত্ন কৰিলোঁ। কিন্তু নিস্ফল হলোঁ। মাই বাৰে বাৰে কুতুৰিলে: এদিনৰ কাৰণে হলেও মোৰ বোপাইক এবাৰ চাবলৈ দে। সি আকৌ যাব। আকৌ থৈ আহিবি। নহলে মোক লৈ ব'ল।

কিন্তু মই নিৰুপায়। হাতত টকা নাই। যাবলৈ মানুহ নাই। এবাৰ ভাবিলোঁ ঃ আপোনালৈ লিখোঁ। কিন্তু কি লিখিম ?

এদিন দুখন মনি অৰ্ডাৰ পালোঁ। এখন ককাইদেউৰ। আনখন স্কুল চেক্ৰেটাৰীৰ। মোৰ চুটীৰ দুমাহৰ দৰ্মহা। কেবাশও টকা হাতত পাই ভাবিলোঁ ঃ কোনোবা এজনক আপোনাৰ ওচৰলৈ পঠিয়াই দিম। তেখেতক লৈ আহক। মাই এবাৰ চাওক। কথাটো মাক কম নেকি ভাবিছিলোঁ। কিন্তু নকলোঁ। হাস্পাতালত তিনি মাহৰ ডিউচ বাকী ; তেখেতৰ আৰু বাইদেউৰ।

সেইদিনা নিশাই হৃদক্ৰিয়া বন্ধ হৈ মা ঢুকাল। সকলো আশা আকাঙ্ক্ষা বুকুত সাৱটি লৈ মা আঁতৰি গ'ল। এবাৰ কথা নকলে। মোলৈ এবাৰ চাব নোৱাৰিলে। মই অকলশৰীয়া হলোঁ। চকুৰে ধোঁৱা-কোঁৱা দেখিলোঁ। পুতেকক চাবলৈ মা আৰু ইহ সংসাৰত নাই। মাই তেখেতক আৰু চাবলৈ নিবিচাৰে। নেদেখে।

দিখৌৰ পাৰত মা শুই আছে। শান্তিৰে। মৌনতাৰে।

মাজনিশা গধুৰ হুমুনিয়াহ এটা বৈ আহে। দিখৌৰ পাৰৰ পৰা বৈ অহা হুমুনিয়াহটোৱে আমাৰ ঘৰৰ বেৰত ঠেকা খাই কান্দে।

সকামলৈ ককাইদেউ আৰু মা আহিছিল। কালি ককাইদেউ গ'ল গৈ। মা আছে। মা মানে মোৰ মা। অকলশৰীয়া ঘৰখন এৰি মাও বেছি দিন থাকিব নোৱাৰে। যাব গৈ। মোক ইয়াত ৰখি থাকিলে ঘৰ নচলে।

মোমাইদেউহঁতে মোক সন্দেহ কৰিছে। মোৰ ভাঙি পৰা স্বাস্থ্যটো দেখি মা আৰু মামীজনীয়ে কান্দিছে। তেওঁলোকে নকলেও মই বুজিছোঁ। তেওঁলোকে সন্দেহ কৰিছে ঃ মই বেয়া অসুখ এটাত ভুগিছোঁ। কাইলৈ মোৰ এক্স-ৰে লোৱাৰ কথা।

এৰি আহিবলৈ মন নোযোৱা বাঁচীখন আজি আকৌ চকুৰ আগত ভাঁহি উঠিছে। সিদিনা কান্দিছিলোঁ ঃ আপোনাক এৰি অহাৰ বেদনাত। হেৰা পোৱাৰ আনন্দত। আজি কান্দিছোঁ পাই হেৰুওৱাৰ অসহনীয় তাড়ণাত। তেখেত হয়তো ইতিমধ্যে

সম্পূৰ্ণৰূপে সুস্থ হৈ উঠিছে। টকা কেইটামান জোগাৰ কৰি পঠিয়াব পাৰিলে তেখেত হয়তো এদিন এইখন ঘৰলৈ উভতি আহিব। কিন্তু মই তেতিয়া আৰু এইখন ঘৰত নাথাকোঁ। কোনোবা চিকিৎসালয়ৰ বিচনাত শুই শুই অপেক্ষা কৰিম মৃত্যুক। দিন লেখিম মৰণৰ। মোৰ কলিজা ছিৰি বৈ আহিব হোলোকা হোলোকে তেজ। পলাশৰ ৰং। আজিও মোৰ জীৱন আছে। কিন্তু জীৱনৰ ৰং নাই। মই তলসৰা মদাৰ।

আপোনালৈ মোৰ শ্ৰদ্ধা আৰু শুভেচ্ছা ৰ'ল। তেখেতক মোৰ সেৱা জনাব। ইতি—

আপোনাৰ
"সেউজী কোঁৱৰ"

"ভগৱান! সেউজীক সুস্থকৈ দিয়া প্ৰভো।"

মোৰ মুখেৰে আপোনা আপুনি বৈ আহিছিল।

চিঠিখনৰ অস্পষ্ট আখৰবোৰৰ মাজৰ পৰা জিলিকি উঠিল এখন মুখ। এহাল অশ্ৰুসিক্ত চকু। সেউজীৰ।

বেঙ্কলৈ গৈছিলোঁ। সেউজীৰ নামত পাঁচশ টকাৰ বেঙ্কড্ৰাফ্‌ট্ এখন লব খুজিও নললোঁ। দুশ টকাৰ মণিঅৰ্ডাৰ এখন পঠিয়ালোঁ। হাস্পাতালত অনুপম আৰু স্মৃতিকণাৰ বহুতো ডিউচ বাকী।

কুপণখনত লিখিলোঁঃ কোনোবা এজনক পঠিয়াই দিয়া। অনুপমক লৈ যাবহি। হাস্পাতালৰ ডিউচৰ কথা ভাবিব নালাগে। মই কিবা এটা কৰিম। ভগৱানে তোমাক সুস্থকৈ তোলক।

কিইদিনমান পিচত টকা পোৱাৰ ৰচিদখিলা এদিন ফিৰি আহিল। ওভতা পিঠিত চিনাকি স্বাক্ষৰ। চিনাকি আখৰ। সেউজীৰ।

উৎকণ্ঠিত হৈ মই অপেক্ষা কৰিলোঁ। কেনোবা এজন আহিব। অনুপমক লৈ যাব। কিন্তু সেউজী নাহে। সেউজীক পৰীক্ষা কৰি ডাক্তৰে বা কি কলে? তাইৰ মোমায়েকহঁতে সন্দেহ কৰা অসুখ-টোৱে জানো সঁচা বুলি প্ৰমাণ হ'ল? অত্যন্ত পৰিশ্ৰমৰ ফলতো

হয়তো সেউজ্জীৰ স্বাস্থ্য ভাঙি পৰিছে। দুৰ্বল হৈ পৰিছে। সেইকাৰণেই মোমায়েকহঁতে সন্দেহ কৰিছে ঃ সেউজ্জীৰ যক্ষ্মা।

দিন বাগৰে। এদিন দুদিনকৈ সপ্তাহ। তাৰ পিচত মাহ।

কিন্তু অনুপমক নিবলৈ কোনো নাহিল। হাস্পাতালৰ ডিউচ কেৱে নপঠিয়ালে। সেউজ্জীৰ পৰা চিঠি এখন পাম পাম বুলি আশা কৰি ৰলোঁ।

স্মৃতিকণাক এদিন সেউজ্জীৰ চিঠিখনৰ কথা কৈছিলোঁ ঃ অনুপমৰ মাক ঢুকাল। সেউজ্জীৰ অসুখ।

স্মৃতিকণাই একো নকলে। নামাতিলে। মৌন হৈ শুনি ৰ'ল।

মোৰ অনুমান হৈছিল ঃ স্মৃতিকণাই দিনক দিনে যেন বেছিকৈহে হেৰুৱাই পেলাইছিল বিবেক। বিচাৰ বুদ্ধি।

এইজনী স্মৃতিকণা নহয়। স্মৃতিকণাৰ প্ৰস্তৰ মূৰ্ত্তি।

কিবা কোৱাৰ বা সান্ত্বনা দিয়াৰ আৱশ্যক অনুভৱ নকৰিলোঁ। মই কিবা এটা কলেই স্মৃতিকণাই বক্তৃতা আৰম্ভ কৰিব। ঘৃণা আৰু তাচ্ছিল্যৰ সুৰত কিবা কিবি এসোপামান কব। বকিব। তাৰ পিচত কান্দিব। চাৰি পাঁচ মাহ আগতে যিজনী স্মৃতিকণাক মই দেখিছিলোঁ, এদিন নবৌৰ সম্বোধন গঢ়ি তুলিছিলোঁ, সেইজনী স্মৃতিকণা এইজনী নহয়। সেইজনী স্মৃতিকণা সুস্থ। শান্ত। ভদ্ৰপৰিয়ালৰ এজনী সভ্ৰান্ত বোৱাৰী। এইজনী স্মৃতিকণা অসুস্থা। ৰুগ্না। উন্মাদিনী। সেইজনী স্মৃতিকণাৰ ৰূপ আছিল। যৌৱন আছিল। এইজনী স্মৃতিকণাৰ জীৱনলৈ নামি আহিছে অকাল বাৰ্দ্ধক্য। ৰূপৰ স্মৃতি আছে ; কিন্তু ৰূপ নাই। যৌৱনৰ আঁচোৰ আছে ; কিন্তু যৌৱন নাই। এয়া স্মৃতিকণাৰ প্ৰেতাত্মা। কঙ্কাল।

স্মৃতিকণাজনী যেন উন্মাদ নাছিল। অসুস্থা নাছিল। কোনোবা হিংসুক স্বামীয়ে আৱদ্ধ কৰি থৈ গৈছিল বলিয়া হাস্পাতালত। কিন্তু অনুপমক দেখাৰ পিচৰ পৰাহে যেন স্মৃতিকণাৰ মূৰৰ বিকৃতি ঘটিছে। নিপোটল স্বাস্থ্যৰ স্মৃতিকণাৰ স্বাস্থ্য ভাঙি পৰিছে। কোনোদিনে প্ৰলাপ নবলকা স্মৃতিকণাই প্ৰলাপ বকিবলৈ শিকিছে।

মই দিয়া সংবাদটোৰ প্ৰতিক্ৰিয়া চাবলৈ থিয় হৈ ৰ'লোঁ। দোহাৰিলোঁ ঃ অনুপমৰ মাক ঢুকাল নহয় নবৌ। সেউজীৰো হেনো বৰ বেয়া অসুখ।

স্মৃতিকণাই এইবাৰো একো নকলে। আগৰ দৰেই মৌন হৈ ৰ'ল।

আধা ঘণ্টাতকৈও বেছি সময় পাৰ হৈ গ'ল।

নিৰ্ব্বিকাৰ স্মৃতিকণাজনীৰ ওচৰৰ পৰা মই আঁতৰি আহিব খুজিছিলোঁ। ভাবিছিলোঁ ঃ যুতিমালা বুলি ভবা গাভৰুজনীৰ ওচৰলৈ যাম।

"ৰ'বা, কলৈ যোৱা ?"

থমকি ৰ'লোঁ। স্মৃতিকণাৰ চকুলৈ চালোঁ।

মোৰ চিকিৎসাই এজনক সুস্থ কৰি তুলিলে। সেইজন অনুপম। তাৰ বিনিময়ত এজনী সৰ্ব্বহাৰা মাতৃয়ে প্ৰাণ বলি দিলে। এজনী পত্নীয়ে মৃত্যুৰ কোলাত শুই শুই অপেক্ষা কৰিছে মৃত্যুক। সেইজনী সেউজী। আন এজনী গাভৰুই আত্মহত্যা কৰিলে। সেয়া মণিকাঞ্চন।

অনুপমৰ মাকৰ মৃত্যু, মণিকাঞ্চনৰ আত্মহত্যা আৰু সেউজীৰ অসুস্থতাৰ বাবে জানো ময়েই দায়ী ? দায়ী মোৰ চিকিৎসা পদ্ধতি ? অনুপমক সুস্থ কৰি তোলাটোৱে জানো মোৰ দোষ ?

আৰু স্মৃতিকণা ?

স্মৃতিকণাৰ বলিয়ালিৰ কাৰণেও জানো ময়েই দায়ী নহয় ? দায়ী মোৰ চিকিৎসা পদ্ধতি আৰু কৌতূহলী মন। মই নিঃসন্দেহ ঃ অনুপমক নেদেখা হ'লে স্মৃতিকণাজনীৰ এই পৰিবৰ্ত্তন কাহানিও নঘটিলহেঁতেন।

স্মৃতিকণাৰ সন্মুখত থিয় হৈ সেইবোৰ কথাকে ভাবিছিলোঁ। মৌনতাই বহুত কিবা কিবি চিন্তা মনৰ মাজলৈ টানি আনে।

"মোৰ পাপৰ পৰিণাম এনেদৰে এখন পৰিয়ালে ভোগ কৰিব বুলি মই কেতিয়াও ভবা নাছিলোঁ। তোমালোকে মোক বাৰু মুক্তি নিদিয়া কেলেই সোণ ? এনেদৰে ইয়াত আৰু কিছুদিন থাকিবলগীয়া

হলে মৰো মৰিম। কিমান আৰু চিন্তা কৰিম? মই যে চিন্তা কৰিব নোৱাৰা হৈ গৈছোঁ। জানা, কিমান দিন মই আত্মহত্যা কৰিবলৈ যত্ন কৰিছোঁ। কিন্তু পৰা নাই। সুবিধা পোৱা নাই।"

মোৰ উত্তৰ নাছিল। কি কম একো ভাবি নাপালোঁ। কিবা এষাৰ নকলে অশোভন লাগে। কলোঁ: আপুনি ভাল হৈ উঠিলেই যাব পাৰিব নবৌ।

"ভাল হম নে (?) আকৌ বলিয়া কৰিব খুজিছা? হয় তোমালোকে মোক মুক্তি দিয়া; নহয় গুলি কৰি হত্যা কৰা। বিষ দিয়া। মই হাঁহি হাঁহি খাম। তোমালোকৰ দেশত জানো আইন নাই? শাসন নাই? বিচাৰ নাই? এজনী নৰ ঘাতিনীক তোমালোকে কেনেকৈ এনেদৰে ক্ষমা কৰিব পাৰিলা বাৰু? মই মোৰ স্বামীক হত্যা কৰিছোঁ। বিষ খুৱাইছোঁ। তাৰ জানো বিচাৰ নাই? শাস্তি নাই? স্বাধীনতা পোৱাৰ পিচত বন্দীশালবোৰ তোমালোকে উঠাই দিলা নেকি? ভাঙি পেলালা কিয়?"

মই কাষত বৈ থাকিলে স্মৃতিকণাই এনেদৰে প্ৰলাপ বলকি থাকিব।

"মই পিচত আহিম বাৰু। এতিয়া আহোঁদেই নবৌ। কাম অলপ আছে।"

মই আঁতৰি আহিব খুজিছিলোঁ।

"ৰ'বা। নাযাবা। শুনা।"

কিন্তু মই নৰ'লোঁ। গুচি আহিলোঁ।

কেইদিনমান পিচত।

বেদান্ত বিকাশ বৰুৱাৰ ওচৰলৈ গৈছিলোঁ।

বৰুৱাৰ গা বেয়া। জ্বৰ। বিচনাখনতে শুই শুই কেঁকাইছিল।

মই কোঠাটোত সোমোৱাৰ অলপ আগে আগে বৰুৱাই বমি কৰিছিল। বমিবোৰ তেতিয়াও পৰিষ্কাৰ কৰা নাই। কোঠাটো

লেতেৰা হৈয়ে আছে। মোক দেখি ৰামজনমে লৰা-লৰিকৈ চুইপাৰ এজনক মাতিবলৈ গুলাই গ'ল।

মই বকৰাৰ গাৰ উত্তাপ পৰীক্ষা কৰিছিলোঁ। তেজৰ গতিবেগ চাইছিলোঁ। দুটা এটা সাধাৰণ প্ৰশ্ন কৰিছিলোঁ।

ৰুক্মীক লগত লৈ ৰামজনম কোঠাটোলৈ সোমাই আহিছিল। বমিবোৰ পৰিষ্কাৰ কৰিবলৈ কৈছিল।

ৰুক্মী হাস্পাতালৰ চুইপাৰ দেৱানসিঙৰ পত্নী।

লগত এজনী আঠ দহ বছৰীয়া ছোৱালী।

"দেৱানসিং ক্যাহা গিয়া ৰুক্মী ?"

"বীমাৰ হ্যাই জী। বুখাৰ।"

ওমৰ নাই। কিন্তু ওমৰ ভক্তসকল আছে। দেৱানসিঙহঁতৰ দলে ওমৰক জীয়াই ৰাখিছে। জীয়াই ৰাখিছে ওমৰৰ স্মৃতি। আত্মা অমৰ। এয়া হিন্দু দৰ্শন। ওমৰ মৰিব নোৱাৰে। ওমৰ অমৰ।

ওমৰৰ আৰাধনাত জ্ঞান হেৰুওৱা দেৱানসিঙৰ প্ৰায়েই বুখাৰ হয়। সেই সময়ত চাকিয়ে হাস্পাতালৰ কাম কৰে। 'বুখাৰ' হোৱা দেৱানসিং কেইঘণ্টামান পিচত অথবা পিচদিনা আকৌ কামলৈ আহে। চকু দুটা তেতিয়াও ঢুল-ঢুলীয়া। স্বপ্নালু। মই বুজোঁ ঃ দেৱানসিঙৰ কি জাতীয় বুখাৰ।

কিন্তু একো নকওঁ। আমাৰ কাম হলেই হ'ল।

দেৱানসিং নিঃসন্তান। বিয়া কৰোৱা দহ পোন্ধৰ বছৰমান হ'ল। ৰুক্মীজনী এতিয়াও যুৱতী হৈ আছে। ধুনীয়া স্বাস্থ্য। ৰূপহী নহলেও দেহত মদন পিছলা যৌৱন। মুখত বসন্তৰ দাগ। নিচাত আপোন পাহৰা দেৱানসিং কেতিয়াবা কেতিয়াবা মোৰ ওচৰলৈ আহে। নমস্কাৰ জনাই কয় ঃ ৰুক্মী সন্তানৰ মাক হবই। ডেকা চুইপাৰ প্ৰেমসিঙে হেনো তাইক বহুত মৰম কৰে। 'বহনকা প্ৰেম।'

ভাবোঁ ঃ কেতিয়াবা আকৌ ইহঁতৰ মাজত ৰক্তগঙ্গাৰ সৃষ্টি নহলেহে হৈছে।

ওমৰ আৰু চাকিও নিঃসন্তান আছিল নেকি জানো ?

ৰুক্মীৰ লগত ছোৱালীজনীক দেখি মোৰ কৌতূহল জন্মিল। সুধিলোঁ ঃ এইজনী ক'ৰ ছোৱালী অ' ৰুক্মী।

'সেইবোৰ বহুত কথা' বুলি ৰুক্মীয়ে কোঠাটো পৰিষ্কাৰ কৰি ফেনাইন চটিয়াই দিলে। লেতেৰাবোৰ বাহিৰত পেলাই দি আহিল।

ৰুক্মীক কথাবোৰ মই হিন্দীতেই সুধিছিলোঁ। হিন্দীৰেই উত্তৰ দিছিল ৰুক্মীয়ে। কৈছিল ঃ তাইৰ এজনী ভনীয়েক আছে। তাইৰো কেবা বছৰলৈকে ল'ৰা-ছোৱালী নাছিল। কিন্তু এদিন হ'ল। সাধু বাবাই কিবা এটা দৰৱ দিছিল। সেই দৰৱ খাই তাই মাক হ'ল। এই ছোৱালীজনীও হেনো সাধুৰ দান। ৰুক্মীৰ ভনীয়েক এতিয়া কেবাটাও ল'ৰা-ছোৱালীৰ মাক। আজি ছমাহমান আগতে ভনীয়েকজনী আহিছিল। সাধু বাবাই সেই তাহানিতে দিয়া দৰৱ অকণমান আছিল। ৰুক্মীক দি থৈ গৈছে।

কথাবোৰ কৈ ৰুক্মীয়ে লাজত তলমূৰ কৰিছিল। গাল মুখ ৰঙা পৰি গৈছিল। মোৰ দৃষ্টি গৈ ৰুক্মীৰ উদৰত খোপনি পুতিছিল। তাইৰ গাত মাতৃত্বৰ লক্ষণ। ছমাহ আগতে ভনীয়েকে সাধুবাবাৰ দৰৱ দিয়া ৰুক্মীজনী আসন্ন প্ৰসৱা।

এয়া সাধুবাবাৰ দৰৱ, দয়া নে প্ৰেমসিঙৰ 'বহনকা প্ৰেম ?'

মনতে ভাবিলোঁ।

"মহাৰাজৰ ( সাধুবাবা ) দৰৱৰ গুণ আছে তেনেহলে ? নহয় নে অ' ৰুক্মী ?"

তাই শলাগিছিল। কৈছিল ঃ

পৰহি দেৱানসিং গৈ এই ছোৱালীজনীক লৈ আহিছে। ঘৰৰ সকলোবোৰ কাম আজি-কালি তাই অকলে কৰিব নোৱাৰে। কষ্ট পায়।

যোৱা সপ্তাহত দেৱানসিঙে চুটী লৈছিল। দুদিনৰ নে তিনিদিনৰ। ময়েই তাৰ চুটী মঞ্জুৰ কৰিছিলোঁ।

ছোৱালীজনীক লগত লৈ ৰুক্মী আঁতৰি গ'ল।

বৰুৱা থক্‌মক্‌কৈ বিছনাখনতে উঠি বহিছিল। কৈছিল ঃ বুজিছোঁ ডাক্তৰ, বুজিছোঁ। আটাইবোৰ কথা মোৰ মনত পৰিছে।

বৰুৱাৰ চকু মুখত আৰ্কিমিডচৰ সূত্ৰ উদ্ধাৰৰ আনন্দ। উজ্জ্বল দীপ্তি।

বৰুৱাক জোৰকৈয়ে মই শুৱাই দিলোঁ। ভাবিলোঁ ঃ জ্বৰতে প্ৰলাপ বলকিছে।

"স্মৃতিকণা কোঁৱৰ কোন জানা? মই জানোঁ।"

"পিচত শুনিম। এতিয়া মনে মনে শুই থাকক।"

নিঃসহাৰ দৃষ্টিত বৰুৱাই মোলৈ চাই ৰ'ল। মই আঁতৰি আহিলোঁ। বিৰক্তিত মনটো ভৰি পৰিছিল।

হাস্পাতালত থকা ৰোগীবোৰক নিতৌ অন্ততঃ এবাৰ চোৱাটো ডাক্তৰৰ কৰ্ত্তব্য। চোৱাটা উচিত। ৰোগীবোৰৰ ওচৰলৈ সদায় যাওঁ। চাওঁ। দুটা-এটা প্ৰশ্ন কৰোঁ। ঔষধৰ ব্যৱস্থা দিওঁ।

বৰুৱাৰ ওচৰলৈকেও সদায় গৈছিলোঁ।

মোক দেখিলেই বৰুৱাই স্মৃতিকণাৰ কথা কব খোজে। মই বাধা দিওঁ। দিছিলোঁ।

কেইদিনমানৰ ভিতৰতে বৰুৱা সুস্থ হৈ উঠিল। জ্বৰ নাই। উঠি মেলি আগৰ দৰে ঘূৰি ফুৰে।

সুস্থ বৰুৱাই এদিন কৈছিল ঃ শাপেই বৰ হ'ল।

বৰুৱাৰ জ্বৰ হৈছিল। সেই জ্বৰ যেন জ্বৰ নহয়। ভগৱানৰ আশীৰ্বাদ।

"বুইছা ডাক্তৰ। মোৰ সকলো কথা মনত পৰিছে। কথাবোৰ তোমাক কবলৈ সিদিনাৰে পৰা মই উচ্‌পিচাই আছোঁ। কিন্তু কব পৰা নাই। তুমি কবলৈ দিয়া নাই। তুমি ডাক্তৰ। মোৰ চিকিৎসক। মই তোমাৰ চিকিৎসাধীন। ডাক্তৰৰ কথা ৰোগীয়ে শুনিবই লাগিব। তোমাৰ ধাৰণা ঃ মই ভ্ৰম বলকিছোঁ। জ্বৰত। কিন্তু নহয়। মই প্ৰলাপ বলকা নাছিলোঁ।

মোৰ শৰীৰত মই নিজে বেজী দিয়া কথাটো শঁচা।

স্মৃতিকণা কৌৰৰ কোন জানা? কোকিলকান্তি কোঁৱৰৰ বোৱাৰী। নিৰুপমৰ পত্নী। ঘৰ যোৰহাটত। আমাৰ ওচৰত। মই তেওঁলোকৰ ঘৰুৱা চিকিৎসক।"

মই কৌতূহলী হৈ শুনি গ'লোঁ।

"ছোৱালীজনী উন্মাদ হ'ব বুলি মই তেতিয়াই অনুমান কৰিছিলোঁ।"

"কেনেকৈ?"

"শুনা। স্মৃতিকণা আৰু নিৰুপমৰ বিয়াৰ পিচতো বছৰ বাগৰি গৈছিল। এটা দুটাকৈ কেবাটাও বসন্ত। কেবাটাও শীত। কিন্তু সিহঁতৰ যুগ্ম জীৱনলৈ তৃতীয়জন নাহিল। অহাৰ আশাও নাছিল। নিৰুপম এদিন মোৰ ওচৰলৈ আহিছিল। লগত স্মৃতিকণা। মই পৰীক্ষা কৰিছিলোঁ। স্মৃতিকণা নিৰ্দ্দোষ। উৰ্ব্বৰা। মাতৃ হোৱাৰ ক্ষমতা স্মৃতিকণাৰ আছে।

স্মৃতিকণাৰ পিচত পৰীক্ষা কৰিছিলোঁ নিৰুপমক। এবাৰ এবাৰকৈ দুবাৰ। মোৰ পৰীক্ষাই প্ৰথমবাৰ ভুল বুলি ভবা কথাটোকে দ্বিতীয়বাৰো ধৰা পেলাইছিল: নিৰুপম অক্ষম। সন্তান উৎপাদনৰ ক্ষমতা নিৰুপমৰ নাই।

পৰীক্ষাৰ ফলাফলটো জনাবলৈ মই কুণ্ঠাবোধ কৰিছিলোঁ। কিন্তু উপায় নাছিল।

সেমেকা চকু এহাল লৈ স্মৃতিকণা আঁতৰি গৈছিল। নিৰুপমৰ চকুদুটাই কান্দিছিল। হুমুনিয়াহ পেলাইছিল। অক্ষমতাৰ বেদনাত শেঁতা পৰি গৈছিল মুখৰ ৰং। হেৰুৱাই পেলাইছিল জীয়াই থকাৰ সাৰ্থকতা?

তাৰ পিচতো স্মৃতিকণা মোৰ ওচৰলৈ আহিছিল। অকলে। কৈছিল: চিকিৎসা বিজ্ঞান জানো নিমাত? এনে কোনো ঔষধ নাই যাৰ প্ৰয়োগত ...। স্মৃতিকণাই শেষকৈ ক'ব নোৱাৰিলে। কিন্তু কি ক'ব খুজিছিল বুজিছিলোঁ।

"চিকিৎসা বিজ্ঞান এই বিষয়ত নিমাত নহয় স্মৃতি। কিন্তু সেই

ব্যৱস্থা ভাৰতত এতিয়াও প্রযোজ্য হোৱা নাই। নাৰীৰ গৰ্ভকোষত পৰপুৰুষৰ শুক্ৰকীট নিক্ষেপ ( ইন্‌চেমিনেট ) কৰি চিকিৎসা বিজ্ঞানে সন্তানৰ জন্ম দিছে। কিন্তু এই প্রথা ভাৰতীয় চিকিৎসকসকলৰ কোনোবাই লৈছে নে নাই মই নাজানোঁ। কিন্তু অসমত কেৱে লোৱা নাই ! জানোঁ।”

কথাবোৰ শুনি স্মৃতিকণা সিদিনা আঁতৰি গৈছিল।

অকল এদিনেই নহয়। তাৰ পিচতো স্মৃতিকণা মোৰ ওচৰলৈ আহিছিল। এদিন দুদিন নহয়। কেবা দিনো। সদায় একেটা কথা : বিজ্ঞানে কেৱল ধ্বংস কৰিবলৈহে জানে। সৃষ্টি কৰিব নাজানে। চিকিৎসা বিজ্ঞানে গৰ্ভনিৰোধ কৰিব পাৰে। কিন্তু অক্ষম পিতৃক সন্তান উৎপাদনৰ ক্ষমতা দিব নোৱাৰে :

“বিজ্ঞানৰ উদ্দেশ্য ধ্বংস নহয়। সৃষ্টি। তুমি ভুল বুজিছা স্মৃতি।”

“আপুনি তেন্তে এই বিষয়ে গৱেষণা নকৰে কেলেই ? অক্ষম, নিঃসহায় স্বামীবোৰৰ মুখত হাঁহি ৰেঙাই তোলক। জনতাৰ আশীৰ্ব্বাদ মানেই ভগৱানৰ আশীৰ্ব্বাদ। ভগৱানে আপোনাক আশীৰ্ব্বাদ দিব। সন্তানৰ আকাঙ্ক্ষাতকৈও স্বামীৰ নিঃসহায় মুখখন দেখিলে মোৰ মৰি যাওঁ মৰি যাওঁ যেন লাগে। মোৰে শপত আপুনি গৱেষণা কৰক।”

স্মৃতিকণাৰ অনুৰোধটোৱে মোক হঁহুৱাইছিল। মই হাঁহিছিলোঁ। মই এজন সাধাৰণ চিকিৎসক। গৱেষক নহয়। গৱেষণা কৰাৰ সুযোগ, সুবিধা আৰু জ্ঞান মোৰ নাই। বিশ্বৰ বিখ্যাত বিশ্ববিদ্যালয়-বোৰৰ বিদগ্ধ গৱেষকসকলে আজিলৈকে যি তথ্য উদ্ধাৰ কৰিব পৰা নাই, সেই তথ্য আৱিষ্কাৰৰ দায়িত্ব লম মই ?

কিন্তু জানা ডাক্তৰ ? সিদিনাৰ পৰা ময়ো অশান্ত হৈ পৰিছিলোঁ। দুশ্চিন্তা এটাই মোৰ মূৰত বাঁহ লৈছিল। বহুত কিবা কিবি ভাবিছিলোঁ। বিভিন্ন তথ্য উদ্ধাৰৰ আৱিষ্কাৰকসকলৰ জীৱনীবোৰলৈ মনত পৰিল। বিদগ্ধ পণ্ডিত হলেই গবেষক হ'ব নোৱাৰি। গৱেষণাৰ বাবে স্পৃহা আৰু আকাঙ্ক্ষা লাগে। লাগে এটা অনুকূল পৰিবেশ।

টেষ্টটিউবত ইটো সিটো কিবা কিবি ভৰাইছিলোঁ। অনুবীক্ষণ যন্ত্ৰৰ গ্লাছখনৰ ওপৰত ঘণ্টাৰ পিচত ঘণ্টা জুৰি দৃষ্টি নিবিদ্ধ কৰিছিলোঁ। পৰীক্ষা কৰিছিলোঁ। গৱেষকসকলৰ সন্থ আবিষ্কৃত তথ্যৰ সত্যতা প্ৰমাণৰ কাৰণে বলি হয় সাধাৰণতে এন্দুৰ, ভেকুলী আৰু বান্দৰ। বাঁজী চেউৰী আমি দেখিছোঁ। কিন্তু সন্তান উৎপাদনৰ ক্ষমতা বিহীন বান্দৰ, ভেকুলী, এন্দুৰ বা গৰু-ছাগলী আদি বিচাৰি উলিওৱা সহজ নহয়। তাৰবাবে যথেষ্ট অধ্যয়ন লাগে। লাগে যথেষ্ট পৰিশ্ৰম। আৱশ্যক এখন সৰু চিৰিয়াখানাৰ। সেই চিৰিয়াখানা গৱেষণাৰ কাৰণে আচুতীয়াকৈ ৰখা প্ৰাণীসমূহৰ চিৰিয়াখানা। কিন্তু মোৰ কি ধাৰণা হৈছিল জানা ডাক্তৰ ?

"কওকচোন।"

"বন্ধ্যা প্ৰাণী বিচাৰ কৰাৰ চেষ্টা মই এৰি দিলোঁ। মই পুৰুষ। বৃদ্ধ। সন্তান উৎপাদনৰ ক্ষমতা হয়তো মোৰ নিঃশেষ হৈ যোৱা নাই। কিন্তু দুৰ্ব্বল হৈ পৰিছে শুক্ৰকীট। মৃত শুক্ৰকীট জীয়াই তোলাৰ বাবে মই যি দুঃস্বপ্ন দেখিছিলোঁ সেয়া হয়তো মোৰ বলিয়ালি। বাওনা হৈ চন্দ্ৰলৈ হাত মেলাৰ প্ৰয়াস। কিন্তু মোৰ বিশ্বাস হৈছিল : মই যেন কৃতকাৰ্য্য হম। সফল হম। মই তৈয়াৰ কৰা চলিউচনৰ প্ৰয়োগত পুৰুষৰ বীজকোষত মৃত শুক্ৰকীটে পাব নৱজন্ম। কিন্তু প্ৰয়োগৰ সুবিধা মোৰ নাই। হঠাতে মোৰ মনত উদয় হ'ল : চলিউচনটো যদি সঁচাকৈয়ে শুদ্ধ, তেন্তে তাৰ প্ৰয়োগত ময়ো হয়তো অনুভৱ কৰিম এটা নতুন শিহঁৰণ। নতুন মাদকতা। অক্ষম যুৱক স্বামীবোৰ যে যৌন উত্তেজনাহীন সেই কথা মই কোৱা নাই। যৌন উত্তেজনা আছে। নাই কেৱল সন্তান উৎপাদনৰ ক্ষমতা।

অৱশেষত এদিন নিজেই মই মোৰ শৰীৰত ইন্‌জেকশ্যন পুচ কৰিলোঁ। চিৰিঞ্জত মই প্ৰস্তুত কৰা চলিউচন।

ইন্‌জেকশ্যন পুচ কৰাৰ প্ৰায় দুঘণ্টা পিচত।

মোৰ কি হৈছিল মই নিজেই নাজানোঁ। গাতো পাতল পাতল

লাগিছিল। এটা নতুন মাদকতা অনুভৱ কৰিছিলোঁ। শৰীৰত বলিয়া হাতীৰ বল। মই উত্তেজিত হৈ পৰিছিলোঁ। মই যেন এজন কামনামত্ত অবিবাহিত যুৱক।

আনন্দ আৰু উত্তেজনাত মই সিদিনা মোৰ অকলশৰীয়া কোঠাটোত নাচিছিলোঁ। চিঞৰি চিঞৰি যেন সকলোকে কম ঃ মই সাফল্যমণ্ডিত হৈছোঁ। মোৰ জয় হৈছে।

প্ৰতিটো মুহূৰ্ত্তৰ অনুভূতিবোৰ মই লিপিৱদ্ধ কৰি গৈছিলোঁ। লিখি গৈছিলোঁ ইন্‌জেক্‌শ্যনৰ প্ৰতিক্ৰিয়া। এহাতে মৃত্যুক খামোচ মাৰি ধৰি আনহাতেৰে লিখি গৈছিলোঁ শৰীৰৰ তেজৰ গতিবেগ আৰু হাৰ্টবিট। বাৰে বাৰে দৃষ্টি নিক্ষেপ কৰিছিলোঁ বাওঁ হাতৰ ঠাৰিত বান্ধি থোৱা ঘড়ীটোত। সময়বোৰ বাগৰি গৈছিল।

ঠিক ছঘণ্টা পিচত।

মই আকৌ আগৰ অৱস্থা ফিৰাই পাইছিলোঁ। উত্তেজিত মুহূৰ্ত্তৰ শেষত ভাগৰি পৰিছিলোঁ। মোৰ গাত কামনাসক্ত পুৰুষৰ বাসনা তৃপ্তিৰ পিচত জগা দুৰ্ব্বলতা। মূৰটো অলপ ৰিম্‌জিম্‌ কৰিছিল নেকি জানোঁ?

কিন্তু মোৰ মনত কি ধাৰণা হ'ল জানা ডাক্তৰ?

মোৰ আৱিষ্কাৰ জানো সত্য? শুদ্ধ? সফলতাৰ স্বপ্নত মই আনন্দিত হৈ পৰিছোঁ নেকি? উত্তেজিত হৈ পৰিছোঁ মোৰ আত্মজহৰ আকাঙ্ক্ষাত? মদ্যপায়ীসকলেও উত্তেজনা অনুভৱ কৰে। সুৰাপানে শৰীৰলৈ উত্তেজনা আনে। মূৰটো আচন্ন্ৰাই কৰে। কিন্তু সুৰামত্ত অক্ষম স্বামীয়ে পত্নীৰ গৰ্ভত জন্ম দিব নোৱাৰে সন্তানৰ ভ্ৰূণ। মোৰ আৱিষ্কাৰেও যদি মাথোন সুৰাৰ দৰে শৰীৰত অকল উত্তেজনাই বৃদ্ধি কৰে? মৃত শুক্ৰকীট জীয়াই তুলিব নোৱাৰে?

কথাবোৰ ভাবি মই চট্‌ফটাই উঠিলোঁ। বিজ্ঞানসন্মত পৰীক্ষাৰ দ্বাৰা সত্যতা নিৰ্ণয়ৰ বাবে উদ্‌বিগ্ন হৈ পৰিলোঁ। কিন্তু পৰীক্ষা কৰিম ক'ত? কাৰ ওচৰত? নিৰুপম আৰু স্মৃতিকণাৰ ক্ষেত্ৰত? ইয়াৰ যদি কিবা কুফল ঘটে? তাৰ বাবে দায়ী হ'ব কোন?

বৈজ্ঞানিক পদ্ধতিত পৰীক্ষা কৰি সত্যতাৰ নিৰ্ভৰযোগ্য প্ৰমাণ নোপোৱালৈকে এই চলিউচন প্ৰয়োগ কৰা জানো নিৰাপদ? যুক্তিসঙ্গত? যদি ইয়াৰ ব্যৱহাৰে মানুহক পঙ্গু কৰি তোলে? কোঙা কৰে? জাতিৰ কল্যাণ সাধিবলৈ যাওঁতে যদি অকল্যাণ হয়? জনতাৰ সেৱাৰ মনোবৃত্তিৰে উদ্ধাৰ কৰা আৱিষ্কাৰে যদি মানুহৰ মৃত্যু মাতি আনে? মই নিজে মৃত্যু বৰণ কৰিব পাৰোঁ। কিন্তু হত্যাকাৰী হ'ব নোৱাৰোঁ। মোৰ আৱিষ্কাৰ নিৰ্ভুল আৰু নিৰাপদ বুলি স্বীকৃত হলেও তাৰ দ্বাৰা জানো স্মৃতিকণা উপকৃত হ'ব? নিৰুপমে পাব পৌৰুষ? মই নিজেই হয়তো মোৰ এই আৱিষ্কাৰৰ নিৰ্ভুলতা আৰু নিৰাপত্তাৰ বিষয়ে গম নাপাম। তাৰ আগতে মই সাৱটি লব লাগিব মৃত্যুক। ক্ৰিয়া প্ৰতিক্ৰিয়া সম্পৰ্কে অপেক্ষা কৰিব লাগিব বছৰৰ পিচত বছৰ। জীৱনৰ পিচত জীৱন নহ'লেও এজনৰ জীৱন কাল।

কোনোবা বিশ্ববিদ্যালয়ৰ গৱেষণাগাৰলৈ মোৰ সেই চলিউচন-টোৰ বিজ্ঞান সম্মত পৰীক্ষাৰ বাবে পঠিয়াম নেকি ভাবিছিলোঁ। কিন্তু মোৰ চিঠি পাই সেইসকলে যদি হাহেঁ? হাঁহি উৰুৱাই দিয়ে মোৰ ফৰমূলা? বলিয়া বুলি দলিয়াই পেলাব মোৰ অনুৰোধপত্ৰ? ইমান সহজেই যদি আৱিষ্কাৰ কৰিব পাৰি অক্ষম স্বামীক সন্তান উৎপাদনৰ ক্ষমতা দিয়াৰ চলিউচন, তেন্তে বিশ্বৰ বিখ্যাত গৱেষক, মনীষীসকলে ইমানদিনে ফৰমূলাটোকে আৱিষ্কাৰ কৰিব পৰা নাছিল কিয়?

তেন্তে মোৰ ফৰমূলাটো মিছা। চলিউচনটো কাৰ্য্যকৰী নহয়।

বুইছা ডাক্তৰ! সেই সময়ত মোৰ মনৰ অৱস্থা কেনে হৈছিল তোমাক আজি মই বুজাই কব নোৱাৰিম।

কথাবোৰ ভাবি ভাবি মই বলিয়া হৈ গৈছিলোঁ নেকি কব নোৱাৰোঁ। খোৱাৰ কথা মই পাহৰি গৈছিলোঁ। চেম্বাৰলৈ যোৱা বন্ধ কৰি দিছিলোঁ। এদিন দুদিন নহয়। কেবাদিনো। কেবামাহো। অকলশৰীয়া বন্ধ কোঠা এটাত বহি বহি বিভিন্ন উপায়েৰে মই নিজেই

পৰীক্ষা কৰিছিলোঁ মোৰ নব আবিষ্কৃত ফৰমূলা। বিভিন্ন দিশৰ পৰা পৰীক্ষা কৰি কিবা এটা সিদ্ধান্তত উপনীত হোৱাৰ চেষ্টাত মই তেতিয়া উন্মাদ। বেজীৰ খোচত মোৰ শৰীৰ থকা সৰকা।

এটা মাথোন চিন্তা ঃ মই কি কৰিম? কি কৰা উচিত? মোৰ এই ফৰমূলা জানো শুদ্ধ? আবিষ্কাৰ জানো নিভুঁল? যদি কোনোবা গৱেষণাগাৰত মোৰ এই আবিষ্কাৰ নিৰ্ভুল বুলি প্ৰমাণিত হয়; নিৰাপদ বুলি স্বীকৃতি পায় তেন্তে···।

ভাবি ভাবি মই ভাবিব নোৱাৰা হৈ গৈছিলোঁ।

প্ৰতিমুহূৰ্ত্তে মই কঁপিছিলোঁ—আনন্দ আৰু উত্তেজনাত। মোৰ আবিষ্কাৰ নিৰ্ভুল আৰু নিৰাপদ নহয় বুলি কোনোবাই প্ৰমাণ কৰি দেখুওৱাৰ শঙ্কাত।

বন্ধ দুৱাৰখনত কোনোবাই টুকুৰিয়াইছিল। এবাৰ নহয়। দুবাৰ নহয়। কেবাবাৰো। উঠি যাবলৈ মোৰ এলাহ লাগিল। আগন্তুকজনৰ প্ৰতি বিতৃষ্ণাত ভৰি উঠিল মোৰ মন। মই যেন শুনিও নুশুনিলোঁ।

অৱশেষত উঠি যাবলৈ বাধ্য হৈছিলোঁ। দুৱাৰত কৰাঘাতৰ শব্দ ক্ৰমান্বয়ে প্ৰখৰতকৈও প্ৰখৰতৰ হৈ আহিল। খং আৰু বিৰক্তিত মোৰ দুয়ো পাৰি দাঁতে ঘৰ্ষণ কৰি উঠিল।

উঠি গৈ দুৱাৰখন খুলি দিলোঁ।

সোমাই আহিল স্মৃতিকণা।

স্মৃতিকণাক দেখি অলপ আগতে মনলৈ অহা খং আৰু বিৰক্তিৰ ভাৱ নিমিষতে ক'লৈ আঁতৰি গ'ল কব নোৱাৰোঁ। মোৰ মনে যেন সেই সময়ত স্মৃতিকণাকে বিচাৰিছিল। মই যেন তাইক সাৱটি ধৰিম। চুমা খাম। কম ঃ তুমি ভাগ্যৱতী স্মৃতিকণা। মোৰ ভাগ্যাকাশত তুমিয়েই উদয় কৰি দিলা সম্মান-ৰবি। তুমিয়েই মোক পিন্ধাই দিলা বিশ্ববৰেণ্যৰ বিজয় মালা।

কিন্তু একো নকলোঁ। কব নোৱাৰিলোঁ। জানোচা মোৰ আবিষ্কাৰ সঁচা নহয়? মিছাতে সন্তান আকুলোৱা স্মৃতিকণাৰ মনত

ভ্ৰান্ত ধাৰণা এটা সুমুৱাই দিয়াৰ আৱশ্যক কি? মোৰ আবিষ্কাৰৰ বিষয়ে প্ৰকাশ কৰাৰ দুৰ্ব্বাৰ হেঁপাহটো জোৰকৈ চেপি ৰাখি মই অত্যন্ত দুৰ্ব্বল হৈ পৰিছিলোঁ। হাত-ভৰিবোৰ মোৰ কঁপিছিল। নাকেৰে বৈ আহিছিল ঘন নিশ্বাস।

"আপোনাক চেম্বাৰত বিচাৰিছিলোঁ। তাত নাপাইহে ইয়ালৈ আহিছোঁ। আশাকৰোঁ আমনি দিয়া বাবে বেয়া নাপাব।"

"নাই নাই। বেয়া পাম কিয়? তুমি মোৰ ভাগ্য-ৰবিৰ জন্ম দিছা। তোমাক ময়ো বিচাৰিছিলোঁ। তুমি ইয়ালৈ অহা বাবে মই কিমান আনন্দ পাইছোঁ মই তাক ভাষাৰে প্ৰকাশ কৰিব নোৱাৰিম। মই কৃতকাৰ্য্য হৈছোঁ। পৰীক্ষা মোৰ সফল হৈছে। তুমি সন্তানৰ মাতৃ হবা। নিৰুপমৰ শুক্ৰকীট গৰ্ভত ধাৰণ কৰি তুমি হবা সন্তানসম্ভৱা।"

কব নোখোজা স্বত্ত্বেও অজ্ঞাতে মোৰ মুখেৰে ওলাই পৰিল।

"আপুনি এইবোৰ কি কৈছে?"

স্মৃতিকণাৰ প্ৰশ্নত মোৰ যেন তন্দ্ৰা ভাঙি গ'ল। চেতনা ফিৰি আহিল। লৰা-লৰিকৈ কৈ উঠিলোঁ: মই তোমাক ধেমালি কৰিছোঁ স্মৃতি? নিৰক্ষৰ মূৰ্খ এজনক তুমি পাণিনিৰ সূত্ৰ আবৃত্তি কৰিবলৈ দিছিলা। সেইবাবে এইবোৰ কলোঁ। ড'ণ্ট্ টেক্ ইট্ চিৰিয়াচ্‌লি। বাক কোৱাচোন, কলৈ আহিলা?"

ভগৱানক ধন্যবাদ। মোৰ প্ৰত্যুৎপন্নমতিৰ কথা ভাবি মই নিজেই আচৰিত হ'লোঁ। স্মৃতিকণাই মোৰ কথাবোৰত অকণো গুৰুত্ব আৰোপ কৰা নাই। মই তেনেদৰে ধেমালি কৰা বুলিয়েই বিশ্বাস কৰিলে।

"কোৱা, কি হ'ল?" লৰা-লৰিকৈ সুধিলোঁ।

কোঠাটোৰ চাৰিওফালে স্মৃতিকণাই এবাৰ দৃষ্টি বুলাই নিলে। তাৰ পিচত মোৰ নিচেই ওচৰলৈ আহি ফুচ-ফুচাই কলে: উপদেশ এটা বিচাৰি আহিছোঁ।

"কোৱা।"

"বুঢ়া এজনীয়ে হেনো কিবা এবিধ শিপা দৰৱ দিয়ে। খুৱাব লাগে। খুৱাম জানো ?"

"এই কথা তুমি মোক নোসোধা হলেই মই ভাল পালোঁহেঁতেন। চিকিৎসক হিচাবে মই তোমাক সেই উপদেশ দিব নোৱাৰোঁ।"

স্মৃতিকণা আঁতৰি গৈছিল। কান্দো কান্দো চকু হালিৰে মোলৈ চাইছিল।

পিচদিনা।

চিৰিঞ্জত চলিউচনটো ভৰাই লৈ গাত বেজ টোৱে খুচিছিলোঁ মাথোন, ঠিক তেনে সময়তেই স্মৃতিকণাহঁতৰ কোনোবা এজন আহি খবৰ দিছিল : নিৰুপম তেজ বতিয়াই অজ্ঞান হৈ পৰিছে। যেনে আছোঁ তেনেদৰে মই যাব লাগে।

গলোঁ। কিন্তু নিৰুপমক আৰু লগ নাপালোঁ। মই গৈ পোৱাৰ আগতেই আঁতৰি গৈছে। পুত্ৰশোকত বলিয়া হৈ যাব খোজা মাকজনীক কোনোৱেও সান্ত্বনা দিব পৰা নাই। বিচাৰালয়ৰ পৰা খবৰ দি মাতি অনা কোকিল কোঁৱৰ নিশ্চল হৈ থিয় দি আছে যেন এটা প্ৰস্তৰ মূৰ্ত্তি। অনুভূতিহীন শিলাখণ্ড। স্মৃতিকণাই কঁপিছে। চকুত ভীতা হৰিণীৰ দৃষ্টি।

কান্দিব খুজিও তাই কান্দিব নোৱাৰিলে।

সকলোৱে জানিলে : নিৰুপমৰ আকস্মিক মৃত্যু হৈছে। সেয়া স্বাভাৱিক মৃত্যু। মই কিয় সিদিনা মিছা কৈছিলোঁ কব নোৱাৰোঁ। সেয়া মোৰ স্মৃতিকণাৰ প্ৰতি স্নেহ নে ক্ষমা, নাজানোঁ। কিন্তু নিজকে মই বুজাব নোৱাৰিলোঁ। ক্ষমা কৰিব নোৱাৰিলোঁ। অনুতাপত দগ্ধ হৈ পৰিল মোৰ মন। ইচ্ছা হৈছিল মই যেন নিৰুপমৰ দেউতাকক কম : নিৰুপমৰ স্বাভাৱিক মৃত্যু হোৱা নাই। নিৰুপমক হত্যা কৰিছে ক'ৰবাৰ এজনী বুঢ়ী আৰু স্মৃতিকণাই। সন্তান আকুলোৱা এজনী পত্নীৰ দুৰ্ব্বাৰ হেঁপাহে ; সন্তানৰ প্ৰতি দুৰ্ব্বলতা আৰু মনৰ অজ্ঞতাই।

কিন্তু কব নোৱাৰিলোঁ। মোৰ দোষৰ বাবে ক্ষমা খুজিব

নোৱাৰিলোঁ। নিৰুপমৰ মাক অথবা দেউতাকৰ ওচৰত ক্ষমা খোজাৰ সাহস মোৰ নহ'ল। মই সঁচা কথা ক'বলৈ গ'লে : স্মৃতিকণা ফাঁচী কাঠত থিয় হ'ব লাগিব। বুঢ়ীৰ শাস্তি হ'ব। তদুপৰি ময়ো মিছা কোৱা দোষৰপৰা মুক্ত হ'ব নোৱাৰিম। নিৰুপমৰ মৃতদেহ পৰীক্ষা কৰি মই মিছা কৈছিলোঁ। লুকাই ৰাখিবৰ যত্ন কৰিছিলোঁ স্মৃতিকণাৰ অভিসন্ধি।

জীৱন যদি ইমানেই সহজলভ্য তেন্তে তুমি মোৰ আবিষ্কৃত চলিউচন ব্যৱহাৰ নকৰিলা কিয় স্মৃতিকণা? মই যি ভয় কৰিছিলোঁ তাতকৈও ডাঙৰ বিপদ এটা মাতি আনিলা কিয়?

কথাবোৰ ভাবি ভাবি মই ভাবিব নোৱাৰা হৈ গৈছিলোঁ। অনুশোচনা আৰু অন্তৰ্দ্বন্দত নিশা মোৰ টোপনি নাহে। কিবা এটা অসহ্য পোৰণিত চট্‌ফটাই উঠো। চেঁচা ৰাতিবোৰতো মোৰ কপালত থুপ খাই উঠে সহস্ৰ ঘামৰ টোপাল।

এদিন শেষ নিশা চিলমিলকৈ মোৰ টোপনি আহিছিল।

মোৰ সম্মুখত স্মৃতিকণা। চকুত হিংস্ৰ দৃষ্টি। থিয় হৈ থকাৰ পৰা হঠাতে মোৰ ওচৰলৈ ধুমুহাৰ দৰে উৰি আহিল। মোৰ নেলুত চেপি ধৰি চিঞৰি উঠিল : নৰঘাতক! স্বামীহত্যাৰ প্ৰতিশোধত মই উন্মাদিনী। এহাল নিৰপৰাধ পিতৃ-মাতৃক ফাঁকিৰ জালেৰে সত্যক ঢাকি ৰাখি আজীৱন কন্দুৱাইছ? মই তাৰ প্ৰতিশোধ বিচাৰি আহিছোঁ। মা-দেউতাই বিচাৰিছিল পুত্ৰঘাতিনীৰ মৃত্যু। মোৰ মৃত্যু। তেজৰ সলনি তেজ। মৃত্যুৰ সলনি মৃত্যু। সেই সম্ভাব্য মৃত্যুৰ পৰা মোক আজুৰি অনাৰ এয়ে প্ৰতিশোধ।

মোৰ উশাহ নিশাহ বন্ধ হৈ গৈছিল। মই চিঞৰি দিব খুজিছিলোঁ। মোৰ মাত কিন্তু প্ৰতিশোধ পৰায়ণ নাৰীৰ বজ্ৰ কঠোৰ হাতৰ নিষ্পেষণত বন্ধ হৈ গৈছিল। মোৰ কণ্ঠনলীডাল ছিঙি টুকুৰা টুকুৰ হৈ গৈছিল।

তাৰ পিচত কথাবোৰ মোৰ মনত নাই।"

বৰুৱা থমকি ৰ'ল। মই বৰুৱালৈ চাই ৰ'লোঁ। ভাব ঃ বৰুৱাই আৰু কিবা ক'ব। কৈ কৈ ভাগৰি পৰিছে। অলপ সুস্থিৰ হৈ বৰুৱাই আকৌ আৰম্ভ কৰিব। স্মৃতিকণাৰ কথা ক'ব।

মোৰ মনৰ মাজত বিস্ময় আৰু কৌতূহল। চকুত অবিশ্বাস্য দৃষ্টি।

বহু সময় পাৰ হৈ গ'ল। কিন্তু বৰুৱাই আৰু একো নকলে।

বৰুৱাৰ ফৰমূলাটোৰ বিষয়ে সুধিম নেকি ভাবিছিলোঁ। কি ৰাসায়নিক প্ৰতিক্ৰিয়াৰ সহায়ত সৃষ্টি কৰিছিল তেখেতে সেই চলিউচন ?

কিন্তু সোধাটো অনুচিত। অন্যায়। বৰুৱাই যদি ভাবে ঃ তেখেতে আবিষ্কাৰ কৰা তথ্যটোৰে মই নিজেকে বিশ্ববৰেণ্য কৰি তোলোঁ। বৰুৱাৰ ফৰমূলাটো যদি সঁচা হয় তেন্তে বৰুৱা অমৰ। এই জয় বিজ্ঞানৰ জয়। বৰুৱাৰ জীৱনৰ জয় তিলক।

দিনবোৰ পুৰণি হৈছিল।

বৰুৱাই মোক প্ৰায়েই তেখেতৰ চলিউচন আৰু ফৰমূলাৰ কথাটো কয়। তেখেতে ইয়াৰ পৰা ওলাই গৈ কি কৰিব ? পৰীক্ষাৰ কাৰণে চলিউচনটো কলৈ পঠিয়াব ইত্যাদি। কিন্তু কি পদাৰ্থৰ সহায়ত সৃষ্টি কৰিছিল সেই চলিউচন সেই বিষয়ে একো নকয়।

কেতিয়াবা কেতিয়াবা ভাবোঁ ঃ বৰুৱাই এইবোৰ প্ৰলাপ বলকা নাইতো ?

বৰুৱাৰ অনুপস্থিতিৰ সুযোগ লৈ· ইনজেকশ্যন চিৰিঞ্জ, তুলা, স্পিৰিট আৰু পেনিচিলিন ইনজেকশ্যনৰ লেবেল লগোৱা সৰু সৰু বটল কেইটামানত ডিষ্টিলড্ ওৱাটাৰ ভৰাই থৈ দিছিলোঁ। সেইবোৰ যাতে বৰুৱাৰ চকুত সহজতে পৰে তেনে ঠাইত থোৱাইছিলোঁ। আলেঙে আলেঙে দৃষ্টি ৰাখিছিলোঁ ঃ বৰুৱাইনো সেইবোৰেৰে কি কৰে ?

পিচদিনা বৰুৱা মোৰ ওচৰলৈ আহি কৈছিল ঃ কিহে ডাক্তৰ ! মোক পৰীক্ষা কৰিব খুজিছা নেকি ? তোমাৰ পৰীক্ষা নিষ্প্ৰয়োজন।

মই সম্পূর্ণ সুস্থ। ডিষ্টিলড্ ওৱাটাৰ কিছুমান মোৰ শৰীৰত পুচ কৰাৰ ইচ্ছা মোৰ নাই। মোৰ সুস্থতাৰ প্ৰমাণ লবলৈ তোমাৰ আৰু কি কি পৰীক্ষা বাকী আছে?

বিভিন্ন পৰীক্ষাৰ পিচত মোৰ প্ৰত্যয় জন্মিছিল: বৰুৱা, সঁচাকৈয়ে সুস্থ।

স্মৃতিকণাৰ ওচৰলৈ গৈছিলোঁ। লগত বৰুৱা।

বৰুৱাক দেখি স্মৃতিকণাই কৈছিল: আপুনি মোৰ সর্বনাশ কৰিলে ডাক্তৰ। কি আৱশ্যক আছিল মোৰ পাপ ঢাকি ৰাখিবলৈ? স্বামীহত্যাৰ, নৰহত্যাৰ শাস্তি মোৰ প্ৰাপ্য। মা হয়তো নমৰিলেহেঁতেন। কিন্তু মৰিল। সেই মৃত্যুৰ কাৰণে দায়ী আপুনি।

"তুমি কি কৈছা স্মৃতি?"

"আপুনি তাহানি সঁচা কথা কোৱা হ'লে হয়তো মোৰ ফাঁচী হ'লহেঁতেন। মোৰ মৃত্যুত পুত্ৰহাৰা মা দেউতাই অকণমান শান্তি পালেহেঁতেন। মৃত্যুৰে মৃত্যুৰ প্ৰতিশোধ ল'ব পৰাহেঁতেন হয়তো শান্ত হ'লহেঁতেন এহাল অশান্ত হৃদয়।"

বৰুৱাই কিবা বুজিছিল নে নাই ক'ব নোৱাৰোঁ। চকুত একো নুবুজাৰ দৃষ্টি।

মই লক্ষ্য কৰিছিলোঁ: স্মৃতিকণাৰ চকু মুখত ভীতি কাতৰ চাৱনি নাই; আছে ঘৃণাৰ। বৰুৱায়ো আগৰ দৰে স্মৃতিকণাক মৰম কৰিব খোজা নাই।

মই আচৰিত হৈছিলোঁ।

বৰুৱাৰ ব্যৱহাৰৰ পৰিবৰ্ত্তন হোৱাটোৱে স্বাভাৱিক। বৰুৱা সুস্থ। কিন্তু স্মৃতিকণাৰ এই পৰিবৰ্ত্তন হোৱাৰ কাৰণ কি? স্মৃতিকণাই আজি বৰুৱাক দেখিও ভয় কৰা নাই কিয়? আঁতৰি পলাৰ

নোখোজাৰ অৰ্থ কি? বৰুৱাৰ সন্মুখত থিয় হৈ বৰুৱাকে দোষী সাব্যস্ত কৰাৰ সাহস স্মৃতিকণাই ক'ত পালে?

বৰুৱাই মোলৈ চাইছিল। সেই চোৱাৰ অৰ্থ ঃ স্মৃতিয়ে এইবোৰ কি কৈছে? মইচোন একো বুজা নাই।

নিৰুপমৰ মাকৰ মৃত্যুৰ বাতৰিটো বৰুৱাক মই বুজাই কলোঁ।

"দোষ মোৰেই স্মৃতি। কিন্তু মই কিয় সিদিনা সঁচা ক'ব নোৱাৰিলোঁ মই নিজেই নাজানোঁ। তাৰবাবে ময়ো শাস্তি ভোগ নকৰাকৈ থকা নাই।"

"দোষীৰ শাস্তি প্ৰাপ্য। আপোনালোকে এতিয়াও মোক বিচাৰ চ'ৰালৈ পঠিয়াই দিয়ক। শাস্তিয়েই মোৰ শাস্তি।"

"আগেয়ে আপুনি ৰোগমুক্ত হৈ লওক নবৌ।"

"অ' তুমি তেনেহলে আজিও ভাবি আছা মই উন্মাদিনী? বিচাৰ চ'ৰাত উন্মাদৰ বিচাৰ অচল। কিন্তু মই উন্মাদিনী নহয় সোণ। মই সম্পূৰ্ণ সুস্থ। এদিন হয়তো মই উন্মাদিনী আছিলোঁ। কিন্তু সুস্থ হলোঁ। কেতিয়াৰ পৰা জানা?"

"কৈ যাওক।"

"অনুপমক তুমি এদিন মোৰ ওচৰলৈ আনিছিলা। তোমাৰ জানো মনত পৰে?"

"জানো।"

"মোক দেখি অনুপম সিদিনা ঢলি পৰিছিল। অজ্ঞান হৈ গৈছিল। অনুপমৰ ঢলি পৰা দৃশ্যই মোৰ মনত জগাই তুলিছিল পূৰ্ব্বৰ স্মৃতি। পূৰ্ব্বজ্ঞান। তেখেতো সিদিনা ঠিক তেনেদৰেই ঢলি পৰিছিল। অজ্ঞান হৈ গৈছিল।"

স্মৃতিকণাৰ মাতটো ভাগি পৰিছিল।

আমি মৌন হৈ ৰ'লোঁ।

মই নিজকে প্ৰশ্ন কৰিলোঁ ঃ মূৰৰ অৱনতি ঘটা বুলি ভবা স্মৃতিকণাই তেন্তে প্ৰলাপ বলকা নাছিল ঃ সঁচা কথাকে কৈছে? কৈছিল। আৰু সেইবোৰকে মই ভাবিছিলোঁ ঃ প্ৰলাপ। স্মৃতিশক্তি

ওভতাই পোৱাৰ পিচত অনুশোচনা আৰু অন্তৰ্দ্বন্দত জৰ্জৰিত হৈ পৰিছিল স্মৃতিকণা। দেহ আৰু মন ভাঙি পৰিছিল। কৃতকৰ্ম্মৰ প্ৰায়শ্চিত্তৰ বাবে বিচাৰিছিল শাস্তি? মৃত্যু।

বেদনাত ভাঙি পৰা স্মৃতিকণাক আমি সিদিনা আৰু একো কথা সোধা নাছিলোঁ। ভাবিছিলোঁ: আন সময়ত মই অকলে আহিম। কথাবোৰ সুধিম। শুনিম।

বৰুৱাই স্মৃতিকণাৰ বিষয়ে কোৱা কথাবোৰ জানো সঁচা?

স্মৃতিকণাক সান্ত্বনা দি আমি সিদিনা আঁতৰি আহিছিলোঁ।

তাৰ পিচদিনাখন স্মৃতিকণাক বহুৱাই লৈ বহুত কিবা কিবি সুধিছিলোঁ। বৰুৱাই কোৱা কথাবোৰৰ সত্যতা প্ৰমাণ কৰিবলৈ বিচাৰিছিলোঁ। স্মৃতিকণাই কৈ গৈছিল। সেই একে কথা। ডাক্তৰ বৰুৱাই কোৱা কথাবোৰৰ পুনৰাবৃত্তি।

"তোমাক বহুদিনৰ পৰাই মই কথাবোৰ কম কম বুলি ভাবি আছোঁ। কিন্তু সুযোগ পোৱা নাই। কথা কলেই মোৰ কান্দোন ওলায়। মোৰ চকুত পানী দেখিলেই তুমি আঁতৰি যোৱা। তাৰ পিচত আৰু কোৱাৰ সুবিধা নাপাওঁ। মোৰ দৰে সৰ্ব্বহাৰা পাপিনী এজনীয়ে নাকান্দি কোনে কান্দিব সোণ?"

স্মৃতিকণাৰ কথাবোৰ সঁচা। কিবা এটা কৈয়েই কান্দি পেলোৱা স্মৃতিকণাৰ ওচৰত মই কোনো দিনেই সৰহ সময় বৈ থকা নাই। কিবা কব খুজিলেও পিচত শুনিম বুলি আঁতৰি আহোঁ। কথা কোৱাৰ সুযোগ স্মৃতিকণাক মই দিয়া নাছিলোঁ। স্মৃতিকণাই কোৱা আৰম্ভণিটো শুনিয়েই ভাবিছিলোঁ: সেয়া প্ৰলাপ বকিছে।

স্মৃতিকণা আৰু মোৰ মাজত বহুত কথাই আলোচনা হৈছিল। স্মৃতিকণাই কৈছিল। মই শুনিছিলোঁ। মই প্ৰশ্ন কৰিছিলোঁ। স্মৃতিকণাই উত্তৰ দিছিল।

অৱশেষত মোৰ প্ৰত্যয় জন্মিছিল: মিছেছ্ কোঁৱৰে পূৰ্ব্ব-স্মৃতি ওভতাই পোৱাটো সঁচা। মোৰ যি ক্ৰিয়াই মিছেছ্ কোঁৱৰৰ মূৰৰ অৱনতি ঘটাইছিল বুলি ভাবি নিজকে জগৰীয়া কৰিছিলোঁ সেয়া

মোৰ সঁচা অনুমান নাছিল। ভাবিছিলোঁ কিবা এটা। কিন্তু হ'ল ওলটা।

মই নজনাকৈয়ে স্মৃতিকণা কোঁৱৰক মযেই সুস্থ কৰি তুলিছিলোঁ।

"আপুনি কেচুৱা ল'ৰা-ছোৱালীবোৰক হত্যা কৰিব খোজে কিয় ?" সুধিছিলোঁ।

"ক'তা ? আজি-কালি কেচুৱা ল'ৰা-ছোৱালীৰ প্ৰতি মোৰ কোনো বিদ্বেষ নাই। মই কিয় হত্যা কৰিম ? অসৎ অভিপ্ৰায় লৈ স্বামীকো মই হত্যা কৰা নাছিলোঁ। কিন্তু ভালেই কাল হ'ল।"

"এতিয়া নহয়। আগতে।"

"এৰা। তেতিয়া মোৰ ধাৰণা হৈছিল: পৃথিবীৰ আটাইবোৰ কেঁচুৱাই যেন মোৰ শত্ৰু। এই সন্তানৰ কাৰণেই মই স্বামীক হেৰুৱাইছোঁ। মই স্বামীঘাতিনী। ইচ্ছা হৈছিল: আটাইবোৰ কেঁচুৱা ল'ৰা-ছোৱালীকে মই যেন পৃথিৱীৰপৰা নিঃশেষ কৰি দিম।"

"আজি-কালি আপোনাৰ মনত সেই ধাৰণাটো আছে নে নাই ?"

"ওহো, নাই। সিহঁত মোৰ শত্ৰু নহয়। স্বামীক মই হেৰুৱাইছোঁ সন্তানৰ আকাঙ্ক্ষাত সঁচা; কিন্তু সন্তানে স্বামীক হত্যা কৰিবলৈ মোক কোৱা নাছিল। সেয়া মোৰ অজ্ঞতা। সুস্থ বিবেচনা কৰাৰ ক্ষমতা তেতিয়া মোৰ নাছিল। তাৰ ফলতেই আজি মই স্বামীহাৰা।"

"অসুস্থ অৱস্থাত আপুনি কিছুমান ছবি আঁকিছিল। দৌৰি ফুৰা ছোৱালীৰ ছবি। কিন্তু ছবিবোৰত মূৰ নাই। ইয়াৰ অৰ্থ কি ? সেই বিষয়ে আপোনাৰ কিবা মনত পৰে নে ?"

প্ৰশ্নটো শুনি স্মৃতিকণাই মোলৈ চাই ৰ'ল।

আমাৰ মাজত কেইটামান মুহূৰ্ত্তৰ নীৰৱতা।

"সোণ!"

"কওক নবৌ।"

"ছোৱালী এজনীৰ ছবি এখন মোৰ চকুৰ আগত ভাঁহি উঠে। এজনী ধুনীয়া ছোৱালী। মৰম লগা হাত ভৰি। মিহি গা। কিন্তু মুখখন

কাৰ দৰে (?) চকু দুটা কেনেকুৱা মই কল্পনা কৰিব নোৱাৰোঁ। ভাবি নাপাওঁ। আমাৰ চোতালত দৌৰি ফুৰা আঠ দহবছৰীয়া ছোৱালী মঞ্জুমণিৰ চকুহাল মোৰ চকুৰ আগত বাৰে বাৰে জিলিকি উঠিছিল। মুখখন ধুনীয়া। কিন্তু চকু দুটা ইমান অসুন্দৰ। মুখৰ সৌন্দৰ্য্য বঢ়াই চকুৱে। অসুন্দৰ চকুৰ মুখখনো অসুন্দৰ লাগে। আন এজনী ছোৱালীৰেও মঞ্জুমণিৰ লগত খেলে। ৰিণি। ৰিণিৰ চকু দুটা ধুনীয়া। মুখখন লনি। কিন্তু নাকটো বৰ অস্বাভাৱিক ভাৱে ভোটা। ধুনীয়া ৰিণিজনীক কোনোবা পাহাৰী ছোৱালী পাহাৰী ছোৱালী যেন লাগে। মুখখন আঁকিব খুজিলেই মই বৈ যাওঁ। থমকি ৰয় মোৰ পেন্সিল। কল্পনাত ধৰা নিদিয়া মুখখনৰ ছবি এখন মই আঁকিব নোৱাৰোঁ।"

"বৰুৱাক দেখিলে আপোনাৰ ভয় লাগিছিল কিয়?"

"ভয় লাগিছিল নেকি? নাজানোঁ। মোৰ মনত নপৰে। কিন্তু তেখেতৰ মৃত্যুৰ সময়ত মই ভয় খাইছিলোঁ। জানোচা ডাক্তৰে সকলো কথা কৈ দিয়ে? কাৰণ ডাক্তৰে সকলো কথা জানে। অৱশ্য মোৰ কাৰণে মই ভয় খোৱা নাছিলোঁ। মোৰ লগতে আইতাজনীও শাস্তি পাব। জেললৈ যাব। দৰৱ দিয়া আইতাজনীৰ মোৰ কোনো দোষ নাই। দোষ মোৰ। দোষী মোৰ অবিবেচক মন।"

সৰু সৰু দুটা এটা প্ৰশ্ন কৰি মই সিদিনালৈ আঁতৰি আহিছিলোঁ।

তাৰ পিচত আৰম্ভ হৈছিল পৰীক্ষা। সেই পৰীক্ষা স্মৃতিকণাৰ সুস্থতাৰ নিৰ্ভুল প্ৰমাণৰ পৰীক্ষা।

কেঁচুৱা ল'ৰা-ছোৱালীবোৰ বিচাৰি আনি স্মৃতিকণাৰ বিচনাত শুৱাই থওঁ। আঠ দহ বছৰীয়া ল'ৰা-ছোৱালীবোৰক স্মৃতিকণাৰ সন্মুখত খেলিবলৈ দিওঁ।

কিন্তু কোনো অস্বাভাৱিকতা মোৰ চকুত নপৰে। সুস্থ মাক এজনীৰ দৰেই স্মৃতিকণাই কেঁচুৱাবোৰক কোছত লয়। মৰম কৰে। নিচুকিয়ায়। দৌৰি ফুৰা ল'ৰা-ছোৱালীবোৰৰ খেল চায়। হাঁহে।

ওচৰলৈ মাতি আনি কিবা কিবি সোধে। মৰম কৰে। মূৰে পিঠিয়ে হাত বুলাই দিয়ে। খোল খাই যোৱা ফ্ৰক আৰু চাৰ্টৰ বুটামবোৰ মাৰি দিয়ে।

দেউতাকৰ নাম কি? মাকৰ নামটো জানে নাজানে? দেউতাকে কি কৰে? কোনে বেছি মৰম কৰে? মাকে নে দেউতাকে? ইত্যাদি।

অনা অসমীয়া ল'ৰা-ছোৱালীবোৰৰ মনতো স্মৃতিকণা আপোন হৈ পৰে।

আন এটা কথালৈ মই লক্ষ্য কৰিছিলোঁ।

স্মৃতিকণাৰ ভাঙি পৰা স্বাস্থ্য দিনক দিনে সবল সতেজ হৈ আহে। ঘূৰি আহিবলৈ আৰম্ভ কৰে লুপ্ত যৌৱন। অসুন্দৰ হৈ যোৱা স্মৃতিকণাজনী এমাহমানৰ ভিতৰতে আকৌ আগৰ দৰেই ধুনীয়া হৈ পৰে।

ডাক্তৰ বৰুৱা এদিন হাস্পাতালৰ পৰা মুকলি হৈ যায়।

অনুপমহঁতৰ ঘৰৰ পৰা কোনোবা এজন আহিব বুলি সদায় ভাবোঁ। কিন্তু কোনো নাহে।

এদিন দুদিনকৈ কেবা মাহো বাগৰে।

অনুপম আৰু স্মৃতিকণাক অকলেই ঘৰলৈ পঠিয়াই দিম নেকি? ভাবোঁ। অনুপম আৰু স্মৃতিকণাক কওঁ: আপোনালোক দুয়োজন য'ক গৈ। আপোনালোকক নিবলৈ কোনো নাহিল।

"কিন্তু হাস্পাতালত বাকী থকা টকা সিকাবোৰ কোনে দিব? ৰ'বচোন কেইদিনমান। ঘৰলৈ চিঠি লিখিছোঁ। নবৌয়েও তেখেতৰ দেউতাকলৈ লিখিছে।"

অনুপমৰ উত্তৰটো শুনি কম নেকি ভাবোঁ: হাস্পাতালৰ ডিউচৰ বাবে ভাবিব নালাগে। মই কিবা এটা কৰিম। পাৰিলে আপোনালোকে গৈ মোলৈ পঠিয়াই দিব। কিন্তু নকওঁ।

কোনোবা আহে যদি আহক। অইন নহলেও অন্ততঃ সেউজীৰ খবৰ এটা পাম। এই আশাতে মই দিনৰ পিচত দিন অপেক্ষা কৰোঁ। অনুপম আৰু স্মৃতিকণা বৈ থাকে। হাস্পাতালৰ ডিউচৰ সংখ্যা বাঢ়ে।

সেউজীহঁতৰ পৰা কোনো চিঠি-পত্ৰ নাপাই মই আচৰিত হওঁ। মনটো কেনেবা কেনেবা লাগে। কিবা কিবি অমঙ্গলীয়া চিন্তাবোৰ আহি মনত জুমুৰি দি ধৰে : সেউজীৰ তেন্তে সঁচাকৈয়ে অসুখ নেকি? কোনোবা হাস্পাতালত পৰি আছে? সেউজী আৰু এই পৃথিবীত নাই? আঁতৰি গৈছে?

ভগৱান। সেউজীক জীয়াই ৰখা প্ৰভো। তাইক সুস্থকৈ দিয়া।

কথাবোৰ ভাবি মোৰ কান্দি দিবৰ মন যায়। ইচ্ছা হয় : আনে যিয়েই নাভাবক লাগে; সেউজীলৈ মই চিঠি লিখিম। সেউজীৰ খবৰ সুধি পঠিয়াম। সেউজী এতিয়া ক'ত? গা কেনে পাইছে।

কিন্তু মানুহবোৰৰ সন্দেহশালী মনবোৰৰ কথা ভাবি মোৰো মনটো কোঙা হৈ যায়।

দূৰৰ আকাশত তেতিয়া বহুতবোৰ মেঘ থুপ খাইছে। ক'লা মেঘ। খোলা খিৰিকীখনেৰে মই চাই পাঠিয়াওঁ।

বাহিৰত তুই এটোপ বৰষুণ পৰিছে। অলপ পিচতে বৈ আহিব ধাৰাষাৰ বৰষুণৰ জাক।

## ॥ সাত ॥

"ককায়েৰাৰ অসুখ। যেনে আছা তেনেদৰে এবাৰ আহি যোৱা।"

—স্বাতী

নবৌৰ তাঁৰখন পাই ভাবিছিলোঁ: ককাইদেউৰ আকৌ কি অসুখটো হ'ল? টান অসুখ নহলে নবৌয়ে কেতিয়াও এনেদৰে তাঁৰ নকৰে।

মনটো বেয়া লাগিল।

কেবাদিনো আগৰে পৰা অসমলৈ অহাৰ ইচ্ছা এটা হৈছিল। ঘৰখন চোৱাৰ অথবা নবৌজনীক এবাৰ লগ পোৱাৰ হেপাহঁত। যুতিমালা বুলি ভবা গাভৰুজনীৰ বলিয়ালিৰ ক'ৰবাত কিবা চেলু পাওঁ নেকি তাৰে আকাঙ্ক্ষাত। বহুদিনৰ পিচত মূৰৰ বিকৃতি ঘটা লোকসকলক নিজৰ জন্ম অথবা কৰ্ম্মক্ষেত্ৰত ৰখাই চিকিৎসা কৰিব পাৰিলে বহু পৰিমাণে উপকাৰ পোৱা যাব। সেই ঠাইৰ চিনাকি পৰিবেশে মস্তিষ্ক বিকৃত লোকসকলৰ মনলৈ বৈ আনে বহুতো স্মৃতি। পাহৰি যোৱা ইটো সিটো কাহিনী।

ভাৰতৰ উন্মাদ চিকিৎসালয়বোৰত তেনে কোনো ব্যৱস্থা নাই। সুবিধা নাই। এই ব্যৱস্থাৰ বাবে আৱশ্যক সৰহ ধনৰ আৰু চিকিৎসালয়বোৰত সৰহ সংখ্যক চিকিৎসকৰ নিয়োগ ব্যৱস্থাৰ। কথাছবিৰ পৰিচালকে বহিৰ্দৃশ্য গ্ৰহণৰ বাবে নিজ ইউনিট লগত লৈ ষ্টুডিঅ'ৰ বাহিৰলৈ ওলাই যোৱাৰ দৰে মনোবৈজ্ঞানিক সকলে চিকিৎসাৰ যাৱতীয় দৰব-পাতি, সা-সৰঞ্জাম আৰু দুজন বা এজন সহকাৰীৰ সৈতে ৰোগীক লগত লৈ অভিযানত ওলাই যোৱা উচিত। এই ব্যৱস্থা অকল নিয়ন্ত্ৰণাধীন উন্মাদসকলৰ ক্ষেত্ৰতহে প্ৰযোজ্য।

মই কল্পনা কৰাৰ দৰে উন্মাদৰ চিকিৎসা ব্যৱস্থা বিশ্বৰ কোনো দেশেই এতিয়ালৈকে লোৱা নাই। কিন্তু মানৱ সেৱাৰ প্ৰকৃত উদ্দেশ্যত যি ৰাষ্ট্ৰৰ অৰ্থ ব্যয় কৰাৰ ক্ষমতা আছে সেইবোৰ ৰাষ্ট্ৰই এই পদ্ধতি ললে নিশ্চয় উপকৃত হ'ব। কৃতকাৰ্য্য হ'ব অভিযান। এয়া মোৰ দৃঢ় ধাৰণা। এই চিকিৎসা পদ্ধতিৰ বাবে আৱশ্যক এদল নিস্বাৰ্থ কৰ্ম্মী আৰু চিকিৎসকৰ। আৱশ্যক চিকিৎসক আৰু কৰ্ম্মী-সকলৰ ত্যাগ আৰু কষ্ট স্বীকাৰৰ।

আমেৰিকাৰ বলিয়া হাস্পাতালৰ উন্মাদ ৰোগীসকলক অলপ সুস্থ হোৱাৰ পিচত সাধাৰণতে বাহিৰলৈ লৈ যোৱা হয়। ফাৰ্ম্মত কাম কৰিবলৈ দিয়ে। সুস্থতাৰ বাটত খোজ পেলোৱা এই ৰোগীসকলে কাম কৰে। আৰু ৰোগীসকলক পৰ্য্যবেক্ষণ কৰে চিকিৎসকৰ দলে। এই ব্যৱস্থাৰ দ্বাৰা উপকৃত হোৱাৰ প্ৰমাণো আছে অলেখ।

'...ৰাইন নদীৰ পাৰৰ এজন ভেৰাৰখীয়া। হঠাতে এদিন মূৰৰ ভাৰসাম্য হেৰুৱাই পেলালে। ভেৰাৰখীয়াজন উন্মাদ হ'ল। বলিয়া হাস্পাতালৰ চিকিৎসকসকলে বছৰৰ পিচত বছৰ জুৰি চিকিৎসা কৰিলে। কিন্তু লাভ একো নহ'ল। ভেৰাৰখীয়াজন সুস্থ হৈ নুঠিল। এই বলিয়া জনৰ বলিয়ালিৰ লক্ষণবোৰ হাস্যকৰ। মেকুৰী দেখিলে ভয় খায়। মূৰ্চ্ছিত হৈ ঢলি পৰে। হাত-ভৰি আজোৰে।

এয়ে আছিল বলিয়ালিৰ প্ৰথম লক্ষণ।

শেষলৈ ৰোগীজনৰ হাত-ভৰিবোৰ নিশকতীয়া হৈ গ'ল। সোঁ হাত আৰু সোঁ ভৰিখন একেবাৰেই পঙ্গু হৈ পৰিল। যেতিয়াই তেতিয়াই প্ৰলাপ বকে। মানুহ দেখিলে মাৰিবলৈ খেদি যায়।

চিকিৎসকসকল হতাশ হৈ পৰিল। ব্যৰ্থ হৈ গ'ল সকলো প্ৰচেষ্টা।

অৱশেষত আত্মীয় স্বজনৰ অনুৰোধত সেই বলিয়াজনক চিকিৎসালয়ৰ পৰা মুকলি কৈ দিয়া হ'ল। চিকিৎসকসকলে ভাগেই পালে। ভেৰাৰখীয়াজনৰ সুস্থতাৰ আশা সকলোৱে এৰি পেলাইছিল। চিকিৎসক, আত্মীয়-স্বজন আটায়ে।

কিন্তু সেই উন্মাদ ভেৰাৰখীয়াজন এদিন ভাল হৈ উঠিল। কোঙা হাত-ভৰিবোৰলৈ উভতি আহিল পূৰ্ব্বৰ শক্তি।

বিশ্ববিখ্যাত চিকিৎসকসকলে আচৰিত হৈ শুনিলে ঃ ৰাইন নদীৰ পাৰৰ এখন চৰণীয়া পথাৰ। ওচৰত পাইনৰ হাবি। সেই হাবিৰ মাজে মাজে এটা লুংলুঙীয়া বাট। দেউতাকে সেই বাটেৰেই ভেৰাৰখীয়াজনক লগত লৈ ঘৰলৈ উভতিছিল। কিন্তু পথাৰখনৰ এজোপা গছৰ তলত থিয় হৈ উন্মাদজনে চিঞৰি উঠিল ঃ বাঘ! বাঘ !!

এদিন বলিয়ালিৰ কাৰণ উদ্ধাৰ হ'ল। পূৰ্ব্বস্মৃতি ওভতাই পোৱা ভেৰাৰখীয়াজনেই কৈ গ'ল।

এদিনৰ কথা। পথাৰত এজাক ভেৰা। মনৰ আনন্দত ঘাঁহ বিচাৰি ভেৰাজাকে ঘূৰি ফুৰিছে। ৰখীয়াজনে সেইসময়ত সেই গছজোপাৰ তলত বহি দুপৰীয়াৰ আহাৰ খাইছিল। ৰুটী, মাখন আৰু সিজোৱা কণী। ঠিক সেই সময়তে হাবিৰ মাজৰ পৰা কুকুৰ নেচীয়া বাঘ এটা ওলাই আহি এজনী পোৱালী ভেৰাক ডিঙি কামুৰি লৈ আঁতৰি গৈছিল। ৰখীয়াজনে চিঞৰি উঠিল।

তাৰ কেইমাহমান পিচৰ পৰাই ভেৰাৰখীয়াজনৰ আৰম্ভ হ'ল মূৰৰ বিকৃতি।

চিকিৎসকসকলে মন্তব্য কৰিলে ঃ কিছুমান স্নায়ুৰ দুৰ্ব্বলতাৰ ফলত মানুহে হেৰুৱাই পেলাই দেহৰ শক্তি। ভেৰাৰখীয়াজনৰো সেয়ে হৈছিল। স্নায়ুৰ স্বাভাবিক গঠনত বাধা প্ৰাপ্ত হৈ ডেকাজন কোঙা হৈ গৈছিল। পূৰ্ব্বস্মৃতিয়ে বলিয়াজনৰ বাধাপ্ৰাপ্ত স্নায়ুবোৰলৈ ওভতাই আনিছিল স্বাভাৱিকতা। ফলত পঙ্গু হাত-ভৰিবোৰ পুনৰ সবল আৰু সতেজ হৈ উঠিল।

চিকিৎসা বিজ্ঞানৰ এনেবোৰ কাহিনী শুনি ভাবিছিলোঁ ঃ অসমলৈ গৈ যুতিমালা বুলি ভবা গাভৰুজনীৰ আৰু ধ্ৰুৱজ্যোতি দুৱৰাৰ বলিয়ালিৰ বিষয়ে কিবা সমল উদ্ধাৰ পাবোঁ নেকি জানো ? যুতিমালাৰ আটাইবোৰ কথা নবৌয়ে চিঠিত লিখিছিল। কিন্তু

চিঠিৰে আটাইবোৰ কথাই জনাব নোৱাৰি। সুধিব নোৱাৰি। কোনো এটা বিষয়ৰ আলোচনা প্ৰসঙ্গত আগেয়ে চিন্তা নকৰা বহুত প্ৰশ্নই আমাৰ মনত উদ্ভৱ হয়। আলোচনা হয়। এই নভবা প্ৰশ্নবোৰ আলোচনাৰ কথা বতৰাই নকৈ জন্ম দিয়ে। কিন্তু চিঠিৰ জৰিয়তে কৰা আলোচনাত সেই সুবিধাৰ অভাৱ। ইমানবোৰ সা-সুবিধা পোৱা নহয়।

মোৰ চিঠি পাই ধ্ৰুৱজ্যোতি তুৱৰাৰ মাক আহিছিল! কিন্তু মমতা তুৱৰাই সকলোবোৰ কথা মোক মুখ খুলি কোৱা নাছিল। স্থানীয় অনুসন্ধানত হয়তো ধ্ৰুৱৰ বিষয়ে মমতা তুৱৰায়ো নজনা বহু কথাই মই জানিব পাৰিম।

এই আশাতেই এবাৰ অসমলৈ যোৱাৰ কথা ভাবিছিলোঁ।

নবৌৰ তাঁৰখন পাই এমাহৰ চুটী ললো। আৱশ্যক হ'লে অসমৰ পৰাই আৰু কেইদিনমান বঢ়াই লম।

চুটীৰ বাবে আবেদন কৰাৰ পিচৰে পৰা যুতিমালা বুলি ভবা গাভৰুজনীৰ কথা মই পাহৰি গৈছিলোঁ। ধ্ৰুৱজ্যোতিৰ কথা ভবা নাছিলোঁ! বাৰে বাৰে ঘৰখনলৈ মনত পৰিছিল। চকুৰ আগত ভাঁহি উঠিছিল এখন মুখঃ নবৌৰ।

ককাইদেউৰ অসুখৰ বাতৰিটোৱে মনটো সেমেকাই পেলাইছিল।

ওৰে বাটছোৱা অধীৰ উৎকণ্ঠা এটা লৈ অৱশেষত এদিন ঘৰ পালোঁহি।

ঘৰৰ হাউলিটোত ভৰি দিয়েই মোৰ বুকুখন চিৰিংকৈ উঠিল। গোটেই হাউলিটো নিমাওঁ মাওঁ। কাৰো ক'তো সাৰ সুৰ নাই। কিবা এটা অমঙ্গলীয়া চিন্তাই মনৰ মাজত খোপনি পুতি বহিল। বুকুৰ ঢপ্‌ঢপনি শব্দটোত মই নিজেই ভয় খাই গলোঁ।

বন্ধ দুৱাৰখনত টুকুৰিয়াই দিলোঁ। প্ৰথমতে লাহে লাহে। তাৰ পিচত জোৰকৈ।

কোনো সঁহাৰি নাই।

আকৌ এবাৰ টুকুৰিয়ালোঁ। কোনো নাই।

মই অধৈৰ্য্য হৈ পৰিলোঁ।

বাট চ'ৰাৰ কাষেৰে ভিতৰলৈ সোমোৱা বাট এটা আছিল। সেইপিনে ভিতৰলৈ সোমাই যাব খুজিও থমকি ৰ'লোঁ। জপনাখনত শিকলি লগোৱা, ভিতৰৰ পৰা তলা বন্ধ।

মোৰ ভৰি দুখন কঁপিছিল। মূৰটো আচন্দ্ৰাই কৰি দিছিল। চকুৰে ধোৱাঁ-কোঁৱা দেখিছিলোঁ। লৰা-লৰিকৈ উভতি আহি আকৌ বাৰাণ্ডাত থিয় হলোঁ। গাৰ সকলো শক্তিৰে পুনঃ পুনঃ কৰাঘাত কৰিলোঁ। বন্ধ দুৱাৰখন কঁপি উঠিল।

অলপ পিচতে ভিতৰত কৰোবাৰ পদ শব্দ মোৰ কাণত পৰিল।

বাহিৰৰ কোঠাটোলৈকে আগুৱাই আহিছে।

মাত্ৰ কেইটামান মুহূৰ্ত্ত। কিন্তু সেয়ে যেন হেজাৰ বছৰ। উদ্‌বিগ্ন মনটো মোৰ অধীৰ হৈ উঠিছিল।

অৱশেষত দুৱাৰখন খোল খালে। পৰ্দ্দাখন থেলি মোৰ সম্মুখত থিয় হ'ল নবৌ। মুখখন মলিন। দুচকুৰ কোণত দুই বিন্দু চকু পানী। নবৌক দেখিয়েই মই চিঞৰি দিলোঁ ঃ নবৌ।

"বো-পা-ই?"

"ককাইদেউ ক'ত নবৌ?"

"আছে। আহা। তুমি আজি আহি পাবা বুলি মই ঠিক ভাবিছিলোঁ।"

ক'ৰবাৰ পৰা বহুত দিনৰ মূৰত উভতি গৈ দেউতা, ককাইদেউ আৰু নবৌক সেৱা কৰা মোৰ স্বভাৱ। কিন্তু নবৌক সম্মুখত পায়ো সিদিনা মই সেৱা কৰিবলৈ পাহৰি গলোঁ। সেইটো যেন সেৱা কৰাৰ সময় নহয়। সময় নাই।

"ককাইদেৱে এতিয়া কেনে পাইছে নবৌ?"

"বহা। সকলো শুনিবা।"

চাদৰৰ আঁচলটোৰে মুখখন মচি নবৌয়ে মোৰ মূৰত হাত

বুলাই দিছিল। চুটকেচটো মোৰ হাতৰ পৰা নি তেখেতৰ হাতত লৈছিল।

"ঘৰত কোনো নাই নেকি? দেউতা ক'লৈ গ'ল? মা-মণিহঁত?"

মোৰ অনুমান হৈছিলঃ ককাইদেউ হয়তো আৰু নাই। যদি আছে তেন্তে ঘৰত নহয়। হাস্পাতালত পৰি আছে। ককাইদেউৰ ওচৰত আছে গৈ দেউতা আৰু মা-মণিহঁত। ঘৰত অকলে আছে নবৌ।

চুটকেচটো থৈ নবৌয়ে মোক হাতত ধৰি চকি এখনত বহুৱাই দিছিল।

"মা-মণিহঁত স্কুললৈ গৈছে। এয়া পাবহি। দেউতা ঘৰত নাই।"

"আৰু ককাইদেউ?"

"ককায়েৰাও নাই। তুমিনো ইমান ব্যস্ত হৈছা কেলেই? সকলো কথা কম নহয়। ৰবা, তোমালৈ চাহ এপিয়লা আনোঁ গৈ। হাত-ভৰি পিচতো ধুবা। নহয় জানো বোপাই?"

"চাহ পিচতো খাম নবৌ। আগেয়ে কাকাইদেৱে গা কেনে পাইছে কওক।"

"এৰা; ককায়েৰাৰ কাৰণেহে আহিছা। আমি তোমাৰ কোনোৱে নহয়। হয়নে নহয় সোণ?

লক্ষ্য কৰিছিলোঁ; নবৌয়ে যেন পৰিস্থিতিটো পাতলাবলৈ যত্ন কৰিছে। কিন্তু পৰা নাই। নবৌৰ মাতটো সেমেকা। গধুৰ। মুখৰ শেঁতা হাঁহিটোত কিবা এটা অভিনয় অভিনয় ভাৱ।

ইচ্ছা হৈছিল মই যেন সুধি পেলামঃ ককাইদেউ তেনেহলে কেতিয়া ঢুকাল? কি হৈছিল?

কিন্তু অমঙ্গলীয়া শব্দকেইটা উচ্চাৰণ কৰাৰ সাহস মোৰ নহ'ল। বুকুখন কঁপি উঠিল। কিন্তু মই নিশ্চিত হৈ পৰিছিলোঁঃ ককাইদেউ আৰু নাই। মলিন, শেঁতা ঘৰখনেই তাৰ প্ৰমাণ। ঘৰখনৰ চাৰিওফালে এটা শোক শোক ভাৱ। বেজাৰৰ চিন।

নবৌ মোৰ ওচৰৰ পৰা উঠি ভিতৰলৈ গৈছিল।

উদ্‌বিগ্ন মুহূৰ্ত্তবোৰ মোৰ অসহ্য হৈ উঠিল।

এপিয়লা চাহ আৰু জলপানৰ প্লেট এখন মোৰ হাতত তুলি দি নবৌয়ে কৈছিল: দেউতা আৰু ককাইদেউ ঘৰত নাই। কোনোবা এঠাইলৈ গৈছে হেনো। ককাইদেউৰ অসুখ হোৱা কথাটো মিছা। তেনেদৰে তাঁৰ নপঠিয়ালে মই হয়তো চুটী নাপাবও পাৰোঁ। গতিকে অসুখ বুলি লিখি ককাইদেৱে মোলৈ তাঁৰ পঠিয়াইছিল। মা-মণিহঁত স্কুলৰ পৰা আহি পাবৰ সময় হৈছে। পাকঘৰত সোমাই কেঁচা খৰি ফুৱাই ফুৱাই নবৌয়ে মা-মণিহঁতলৈ জলপান বনাইছিল।

"সঁচা কৈছে নবৌ?"

"মিছা কবলৈ কিটো আছে সোণ?"

"ফাগুনা আৰু বহাগুহঁত ক'লৈ গ'ল?"

সিহঁত আমাৰ ঘৰৰ পুৰণি লগুৱা। মই কলেজত পঢ়া দিনৰে পৰা সিহঁত আমাৰ ঘৰতে আছে।

বহাগু গ'ল দেউতাহঁতৰ লগত। ফাগুনাই মা-মণিহঁতক স্কুলৰ পৰা আনিবলৈ গৈছে।

দীঘলকৈ উশাহ এটা লৈ সুস্থিৰ হবৰ যত্ন কৰিছিলোঁ।

তাৰ পিচত নবৌয়ে যিষাৰ কথা কলে শুনি মই আচৰিত হলোঁ।

কেঁচা খৰি ফুৱাই ফুৱাই নবৌয়ে হেনো আৰু ৰান্ধি বাঢ়ি খুৱাব নোৱাৰেশ ৰান্ধনীশালৰ দায়িত্ব দিবলৈ এজনী মানুহ লাগে। তাকে চাবলৈহে দেউতা আৰু ককাইদেৱে বহাগুক লৈ চহৰৰ কাৰোবাৰ ঘৰলৈ গৈছে। 'আজি বহুদিন আগৰে পৰা কথা-বতৰা চলি আছিল। আজি কিবা এটা থাটাং কৰি আহিব।

'আপোনালোক আচৰিত মানুহ পাই। মানুহক বলিয়া কৰিব।"

"কিয়?"

"সঁচা কথা লিখা হলেনো কি ক্ষতিটো আছিল?

"তুমি জানো আহিলাহেঁতেন?

"ছোৱালী পিচে কালৈ চাবলৈ গৈছে? ককাইদেউৰ দ্বিতীয় পক্ষ নেকি?"

"ছিঃ! মুখত যি আহে তাকে নকবাচোন। তুমি যে কোৱা আৰু। প্ৰায়শ্চিত্ত হব লাগিব পিচে।"

"ছোৱালী তেনেহলেনো আৰু কালৈ?"

"কিয়? সন্ন্যাসী হব খুজিছা নেকি?"

"সন্ন্যাসী! সন্ন্যাসী হম আৰু কিহৰ দুখত? ইমান ধুনীয়া নবৌ এজনী এৰি সন্ন্যাসী হ'লে মানুহে মোক বলিয়াহে বুলিব।"

"মাৰ খাবা দেই। কৈছোঁ হ'লে?"

"নবৌজনীৰ কথা এৰিলোৱে যেনিবা; কিন্তু সিজনীক কি কৰিম? বিষ খুৱাই মাৰিলেহে হ'ব।"

"মানে?" নবৌৰ চকু দুটা কপালত উঠিছিল গৈ।

"মানে আৰু কি? মিছেছ্ পলাশ বৰুৱা। মিছেছ্ ডঃ থি বৰুৱা। বৰ্ত্তমানে ভাবী সন্তানৰ মাতৃ। মিছেছ্ স্বাতী বৰুৱাৰ···।"

"যোৱা। দুষ্টটো ক'ৰবাৰ।"

"সঁচা নবৌ। বিশ্বাস কৰক। আমেৰিকাৰ পৰা আহোঁতে লগতে লাগি আহিল। ডৰ'থি ধনী মানুহৰ ছোৱালী!"

"ভাল হৈছে। দুজনী হ'ব। এজনী মোৰ চাকৰণী। আনজনী তোমাৰ পটেশ্বৰী।"

"মিছা বুলি ভাবিব পাৰে। কিন্তু মিছা নহয়! সঁচা। আপোনালোকে মনত আঘাত পাব বুলিয়েই মই ইমান দিনে জনোৱা নাছিলোঁ। বিশেষকৈ দেউতাৰ কাৰণে। ভাবিছিলোঁ: লাহে ধীৰে লিখিম।"

"বিশ্বাস নকৰিম কেলেই? তুমি যিহে লম্পট।"

কথাষাৰ কৈ নবৌয়ে লাহেকৈ মৰমতে মোৰ গালত চৰ এটা মাৰি দিছিল।"

"ডৰ'থিয়ে দেখা হ'লে সাংবাতিক হ'ব দেই। চি ইজ ভেৰি চেন্টিমেণ্টাল।"

"ঋাজুহুৱা তিৰোতাবোৰ চেন্টিমেণ্টাল হ'বই।"

"নবৌ।"

মোৰ মাতত শাসনৰ সুৰ।

"তাইক লৈ নাহিলা কেলেই? দিলোহেঁতেন মজা পালি!"

"মোৰ ওপৰত সেই কর্তৃত্ব এতিয়া আৰু আপোনাৰ নাই। দেওৰেকবোৰৰ ওপৰত বৌয়েকবোৰৰ কর্তৃত্ব থাকে বিয়াৰ আগলৈকে।"

"মোৰ সদায় আছে। সদায় থাকিব।"

"বিশ্বাস কৰা নাই?"

"বিশ্বাস নকৰিম কিয়? মোৰ সোণটোৱে জানো মোৰ আগত কেতিয়াবা মিছা কথা কয়?"

নবৌৰ কথাত অবিশ্বাসৰ সুৰ।

"তেনেহলে আমেৰিকাৰ পৰা উভতি আহোতে ঘৰলৈ আহোঁ বুলিও নাহিলো কিয়? কেন্দ্ৰীয় চৰকাৰলৈ লিখা-লিখি কৰি ময়েই ৰাঁচীত চাকৰি কৰাৰ বন্দবস্ত কৰিছিলোঁ।

"পিচতো কথা চোবাই থাকিবা। কানি-কাপোৰ সলোৱা। বাথৰুমত পানী আছে। হাত-মুখ ধোৱা। মই চাহ আনোঁ গৈ।"

"আনিব নালাগে। হাত-মুখ ধুই মই পাক ঘৰলৈকে গৈছোঁ; য'ক।"

"নাই, নাই। পাকঘৰলৈ যাব নালাগে। ম্লেছটো ক'ৰবাৰ।"

মিচিকিয়া হাঁহিটোত নবৌৰ মুকুতাৰ দৰে দাঁত দুপাৰি জিলিকি উঠিল। নবৌজনী সঁচাকৈয়ে আজিও বৰ ধুনীয়াজনী হৈ আছে।

আঁতৰি যাব খোজা নবৌজনীক মাতি কৈছিলোঁ: শুনক নবৌ?

"কি হ'ল?"

"সঁচা কওকচোন, কলেজত কিমান ল'ৰাৰ মূৰ খাইছিল আপুনি। ককাইদেউক মই নকওঁ বাৰু।"

বহাৰ পৰা উঠি গৈ নবৌৰ হাতখনত ধৰি সুধিছিলো।।

নবৌয়ে মোলৈ চকু দুটা ঘোপা কৰি চাইছিল। চকু মুখত ফুটাই

তুলিব খুজিছিল খণ্ডৰ ভাৱ। কিন্তু ব্যৰ্থ হৈছিল। নবৌৰ চকুহুটাই হাঁহিছিল।

"মোৰেই তুৰ্ভাগ্য। আপোনাৰ ভনীয়েক এজনী থকাহেঁতেন্।"

"তোমাৰ ডৰ'থি নে কোন সেইজনী পটেশ্বৰীৰ কি হ'লহেঁতেন তেতিয়া ?"

এইবাৰ মই ধৰা পৰি গলোঁ। মোৰ হাঁহি উঠি গ'ল।

গধুলি দেউতা আৰু ককাইদেউ উভতি আহিছিল।

পুৰণি লগুৱা হ'লেও বহাগু আৰু ফাগুনাইতে মোক সিমান সাহস নাপায়। ঘৰৰ পৰা মই সদায় বাহিৰে বাহিৰে আছোঁ।

ককাইদেউ আৰু দেউতাই ওৰে সন্ধিয়াটো মোক ৰেপি ৰেপি প্ৰশ্ন কৰিছিল। মোৰ কুশল বাতৰি সুধিছিল। মই যেন এজন সৰু ল'ৰাহে। বিদেশত পঢ়িবলৈ গৈছোঁ। দেউতা আৰু ককাইদেউ ডাক্তৰ নহয়। কিন্তু মোৰ স্বাস্থ্যৰক্ষা সম্পৰ্কে দীঘল দীঘল বক্তৃতাৰে উপদেশ দিলে। তাহানিখন আমেৰিকালৈ যাওঁতেও নবৌয়ে মোক আকাশীযানত উঠোতে সাৱধানে উঠিবলৈ দিছিল। যেনিবা নবৌজনী আকাশীযানত ঘূৰি ফুৰিয়েই বুঢ়ী হ'ল। দূৰৰ পৰা দেখাৰ বাহিৰে আনকি আকাশীযানৰ ওচৰলৈকেও নবৌ গৈ পোৱা নাই।

সিদিনা নবৌৰ উপদেশটো শুনি হাঁহিছিলোঁ।

আজি দেউতা আৰু ককাইদেউৰ উপদেশবোৰ শুনিও হাঁহিলোঁ। সিদিনাৰ দৰে মনে মনে। পেটে পেটে।

ককাইদেউইঁতৰ বিভিন্ন প্ৰশ্ন। বিভিন্ন বিষয়ৰ খা-খবৰ। মই উত্তৰ দি গৈছিলোঁ। কৈ গৈছিলোঁ। তাৰ মাজতে মা-মণি আৰু বঞ্জুৰ ইটো-সিটো বহুত প্ৰশ্নৰ উত্তৰ। সৰু সৰু প্ৰশ্ন। সৰু সৰু উত্তৰ।

"উৰা জাহাজত উঠিবলৈ বৰ মজা। নহয় নে খুড়াদেউ ?"

"আপোনাৰ ভয় লগা নাছিল জানো ?"

"এইজনী ক'ৰ আঁকৰী অ'। উৰাজাহাজত উঠিবলৈ বোলে কোনোবাই ভয় কৰে।"

মা-মণিৰ প্ৰশ্নবোৰৰ উত্তৰ মোৰ হৈ ৰঞ্জুৱেই দিছিল। ৰঞ্জুৰ প্ৰশ্নবোৰৰ উত্তৰ মা-মণিয়ে। যেন মা-মণিৰ প্ৰশ্নবোৰ ৰঞ্জুৰ কাৰণে একোৱেই নহয়। তেনেই সাধাৰণ কথা। তেনেদৰে ৰঞ্জুৰ প্ৰশ্নবোৰো যেন মা-মণিৰ কাৰণে তেনেই সাধাৰণ।

মা-মণি আৰু ৰঞ্জুৱে ইজনে সিজনৰ আগত নিজৰ পাণ্ডিত্য প্ৰকাশ কৰাৰ চেষ্টা দেখি মোৰ হাঁহি উঠিছিল। অকল কিবা সেয়ে জানো? দেউতাৰ দুটা এটা প্ৰশ্নৰ উত্তৰো ৰঞ্জুৱে সৰ্ব্বজ্ঞানীটো হৈ মোৰ হৈ কৈছিল: তুমি যে একোকে নাজানা ককাদেউতা। খুড়াদেউ কিবা সৰু ল'ৰা নেকি? নহয় খুড়াদেউ!

"যা অ' পণ্ডিতটো ক'ৰবাৰ।" দেউতাই ভেকাহি মাৰি কৈছিল।

আমি কোনোৱেও নোকোৱাকৈয়ে নবৌয়ে চাহ তিনিকাপ লৈ আহি ঢমকৰ সুৰত কৈছিল: তহঁতৰ পঢ়া-শুনা নাই? ইয়াতে যে লেপ্‌লেপাই আছহি। অইন দিনাখন দেখোঁন সাত বাজিবলৈকে নাপায়। ইহঁত বৰ দুষ্ট হৈছে। বুইছা বোপাই। সন্ধিয়া সাত নৌবাজোতেই বিচনাত উঠিব গৈ।

"ইহ আমি নপঢ়িলো তোমাৰ কি হ'ল? মা'ৰ কথা নুশুনিব খুড়াদেউ। সব মিছা। সিদিনা মাই ডেমডেউকা মানে কি বুলি কৈছিল বাইদেউ?"

ৰঞ্জুৰ পিচৰ কথাষাৰত নবৌয়ে লাজ পোৱা যেন মোৰ অনুমান হ'ল।

ককাইদেৱে বিৰক্তিৰ সুৰত কৈছিল: তোমাকে আকৌ ইয়াত ওস্তাদিখন কৰিবলৈ কোনে মাতিলে? পাৰা যদি ডাইলত নিমখ অলপ সৰহকৈ দিবা।

দেউতাই সুধিছিল: কি মাছ অনালি আই?

"ৰৌ দেউতা।"

চাহৰ কাপটো হাতত লৈ ভাবিলোঁ: কাকনো বুলিবা ককা।

সকলোৰে দাড়ি চুলি পকা। দেউতা, ককাইদেউ, নবৌ আৰু মা-মণিহঁত সকলো একে। সকলোৱে নিজৰ ওপৰত গুৰুত্ব দিয়াতেই ব্যস্ত। মই যেন সাক্ষী গোপাল। খেৰৰ জুমুথি।

ভাত পানী খাই বিচনাখনতে দীঘল দি পৰি আছিলোঁ। টোপনি অহা নাছিল। আথাল সামৰি নবৌ আহি মোৰ বিচনাতে বহিল। তেতিয়া ৰাতি ভালেখিনি। মোৰ চুলিৰ মাজত হাত বুলাই বুলাই নবৌয়ে কৈ গ'ল: ছোৱালীজনীৰ নাম কি, ক'ত পঢ়ে, দেউতাকে কি কৰে ইত্যাদি। কথাৰ মাজে মাজে সুৰুঙা উলিয়াই 'ছোৱালীজনী ধুনীয়া' 'বৰ মৰম লগা' 'চকু কেইটা যে চকু আৰু' আদি কথা কেইষাৰ বাৰে বাৰে দোহাৰিবলৈ নবৌয়ে পহৰা নাছিল— অৱশেষত মোৰ মতামত সুধিছিল: কেতিয়াকে মোৰ সুবিধা হ'ব?

"মোৰ সুবিধা অসুবিধালৈ আপোনালোকে কেলেই ভাবিছে নবৌ? আপুনি কলে মই আজিয়েই বিয়া পাতিবলৈ সাজু। চাকৰণী কৰিবলৈ ছোৱালী ধুনীয়া নহ'লেও হয় দেখোন। ভাত পানী ৰান্ধিব পৰা হ'লেই হ'ল। কিন্তু সাৱধান নবৌ! ৰাঁচীলৈ যেন কোনোৱেও একো খবৰ নপঠিয়ায়। নিলিখে। নহ'লে সিজনীয়ে মোক নেলু টিপ মাৰিব।"

"ধেমালিখন এৰাচোন। মই সঁচাকৈয়ে সুধিছো। তোমাৰ মত পালে আমি দিন-বাৰ ঠিক কৰিব পাৰোঁ।"

"ময়ো সঁচাকৈয়ে কৈছো: কাইলৈকে পাতক।"

"মোক নোকোৱা তেনেহলে? ৰাতিপুৱালৈ পাবা নহয় মজাটো।"

"চাকৰণী এজনী আনিবলৈ ইমান ভাবিবলগীয়া কিটো আছে?"

"মই তেনেহলে ককায়েৰাক কম: তুমি কোনোবা এজনীক বিয়া কৰাইছা। জাত-পাত নিমিলে। বুঢ়ী এজনী।"

কথাষাৰত খঙৰ ছাপ।

"সেইবোৰ এতিয়া বাদ দিয়ক না। যুতিমালাৰ কথা কওকচোন।"

নবৌ উচাৎ মাৰি উঠিল ঃ যোৱা। তুমি মোক আৰু নামাতিবা। যুতিমালা যুতিমালাকৈয়ে বলিয়া হবা ৰ'বা।

"বলিয়া হবলৈ জানো আৰু কিবা বাকী আছে ?"

নিশা তেতিয়া এক বাজো বাজো হৈছিল।

মোৰ কাষৰ পৰা নবৌ উঠি গৈছিল।

মণিকাঞ্চন জনীলৈ মনত পৰিল। তায়ো এদিন এনেদৰেই মোৰ চুলিৰ মাজে মাজে হাত বুলাই দিছিল। টাইৰ গাঁঠিটো ঢিলাকৈ দিছিল।

ককাইদেৱে কৈছিল ঃ ইয়াৰ মাজতে পাক এটা মাৰি ছোৱালীজনী এদিন চাই আহ গৈ। লগত স্বাতীও যাওক।

"মইনো আকৌ চাব লাগে কেলেই ? আপোনালোকে দেখোন দেখিছেই। তাতকৈ এদিন নবৌয়ে গৈ চাই আহক।"

পিচ পিনৰ পৰা আমাৰ ওচৰলৈ আগুৱাই অহা পদ শব্দ এটা শুনিয়েই তেনেদৰে কলোঁ। বুজিলোঁ, সেয়া নবৌ। পদ শব্দটো আগুৱাই আহি আমাৰ ঠিক পিচতে থমকি ৰ'ল। ঘূৰি চালোঁ। হাতত ভুপিয়লা চাহ লৈ মোৰ পিচফালে থিয় হৈ আছে নবৌ।

"যাৰ চাকৰণী সেয়ে গৈ পছন্দ কৰি আহক। মই মিছাতে বদনামৰ ভাগী হওঁ কেলেই ?"

মোৰ ৰগৰটো বুজি পাই ককাইদেৱে কৈ উঠিল ঃ "চাকৰণী খাটিব নে নিজকহে চাকৰণী বোৱাব। যিহে ছোৱালী। আৰু এওঁ··· ।"

"থ'ক থ'ক আপোনাৰ কথা। মই যেন শৰ্বৰীক নাজানোঁহে।"

"অ' নামটো হবলা শৰ্বৰী ? মোৰ জীৱনটোকে দেখোন তেনেহলে অন্ধকাৰ কৰি তুলিব।"

"সেইজনী ছোৱালীক বিয়া কৰাবলৈ ভাবাবিদ্‌বোৰৰ ভাগ্য লাগিব। বুইছা, তোমাৰ স্নেহজনীতকৈ বহুত ভাল।"

নবৌৰ কথাত কৃত্ৰিম খং। ককাইদেউৰ চকুত প্ৰশ্নবোধক দৃষ্টি।

ককাইদেৱে হয়তো ভাবিছে ঃ মই কাৰোবাক ভাল পাওঁ। নবৌয়ে সেই কথাকে কৈছে। প্ৰসঙ্গটো তল পেলাবলৈ লৰা-লৰিকৈ

কৈ উঠিলোঁ: সেই কাৰণেহে কৈছোঁ আকৌ। সিমান কণ সৌভাগ্য আমাৰ নাই। আপুনিয়ে আনি চাকৰণী কৰক।

ককাইদেউলৈ আগবঢ়াই দিয়া চাহৰ পিয়লাটোৰ পৰা ঢৌ খাই চাহ অকণমান প্লেটখনতে বাগৰি পৰিল। নবৌলৈ মই কেৰাহীকৈ চালোঁ। অৰ্থাৎ: আপোনাক ৰ'ব দিম মজা পালি। ককাইদেউ য'ক।

খঙে ভৰা নবৌৰ মুখখনৰ চকু দুটাই হাঁহিছে।

নবৌজনীক যুতিমালাৰ কথা সুধিছিলোঁ। বহুত কথা। বহুত প্ৰশ্ন। নবৌয়ে কৈছিল: যুতিমালাৰ নে শৰ্বৰীৰ? তেনেদৰে পকাই পকাই তুমি এতিয়া শৰ্বৰীৰ কথাহে সোধা উচিত। লাজ কৰিবলৈ কিটো আছে? মই কৈ যাওঁ। তুমি শুনি যোৱা। শৰ্বৰীজনী কলী, কেটেঙী, দন্দুৰী আৰু—আৰু দাঁত কেইটা আগলৈ ওলোৱা।

"সঁচাকৈয়ে মই যুতিৰ কথাই সুধিছোঁ নবৌ।"

তাৰ পিচত নবৌক বুজাই কৈছিলোঁ: হাস্পাতালত থকা গাভৰুজনীৰ কথা। মোৰ অনুমানটোৰ কথা। জানোচা সেইজনীয়েই যুতিমালা। সেই কাৰণে যুতিমালাৰ বিষয়ে সকলো কথা জনা মোৰ বিশেষ প্ৰয়োজন।

মোৰ কথাবোৰ শুনি নবৌয়ে কৈছিল: কি জানি সেইজনী যুতিমালাই। তাই মৰা নাছিল। তাই মৰা কথাটো মিছা। মই দেখা হ'লে নিশ্চয় চিনি পালোঁহেঁতেন।

"সাপে কামোৰা মানুহবোৰক নদীত উটুৱাই দিয়ে কিয় জানে?"

"কোনোবা ভাল ধন্বন্তৰীয়ে পালে ভাল কৰিব পাৰে বুলি।"

"ধন্বন্তৰী ফন্বন্তৰী মিছা। সাপে কামোৰা মানুহবোৰৰ সাধাৰণতে সাপৰ বিষত মৃত্যু নহয়। যিসকলৰ মৃত্যু সৰ্পাঘাতত হোৱা বুলি আমি ভাবোঁ, সেইসকল আচলতে সাপৰ বিষত মৃত্যুমুখত নপৰে। ভয়ত হাৰ্টফেল কৰে। ফলত মৃত্যু হয়। কিন্তু মৃত্যু হোৱা বুলি ভবা বহুত লোকেই জীৱন ঘূৰাই পোৱাৰ কথা আমি জানো। সেইবোৰ মানুহ আকৌ কেনেকৈ জীয়াই উঠে জানে?"

"আমি মন্ত্ৰ গুণ বুলিয়েই বিশ্বাস নকৰোঁ জানো ?"

"সেয়া আমাৰ বিশ্বাস। আচল কথা কিন্তু সেয়া নহয়। মানুহৰ শৰীৰত হেপাৰিণ নামৰ এবিধ সৰ্পবিষৰ স্বাভাৱিক প্ৰতিষেধক আছে। যুক্তৰাষ্ট্ৰৰ টেকচাচ বিশ্ববিদ্যালয়ৰ অধ্যাপক ৰবাৰ্ট ডি, হিগিন বোথাম নামৰ গবেষক এজনে এই কথা উদ্ধাৰ কৰিছে। নদীত উটুৱাই দিয়া, আমি মৃত্যু হোৱা বুলি ভবা লোকসকলৰ আচলতে মৃত্যু নহয়। চেতনা বিলুপ্ত হয়। তেজৰ গতি ইমান মন্থৰ হৈ যায় যে আমি তাৰ উমান নাপাওঁ। নদীৰ সেমেকা বায়ুৱে তেজবোৰ গোট মৰাত সহায় কৰে। কিন্তু সৰ্পবিষে তেজ গোট মৰাত বাধা দিয়ে। তেতিয়াই বিষ ক্ষয় হবলৈ আৰম্ভ হয়। কৰ'নেৰি থম্ব'স্বচিচ একমাত্ৰ ঔষধ হ'ল ডাইল সাপৰ বিষ।"

"ইমান কথা মই নুবুজো দেও।"

"সিমান কথা নুবুজিলেও আমাৰ শৰীৰত থকা হেপাৰিণে যুতিমালাক হয়তো সুস্থ কৰি তোলাৰ কথাটো নিশ্চয় বুজিছে। তাই হয়তো নৈত উটুৱাই দিয়াৰ পিচত সুস্থ হৈ উঠিল।"

"হব পাৰে।"

"সেই কাৰণেই যুতিমালাৰ বিষয়ে মই জানিব খুজিছোঁ। বিয়াতকৈ এজনী গাভৰুক জীয়াই তোলাৰ দায়িত্ব বহুত বেছি। মানুহৰ যৌৱন ক্ষণস্থায়ী। কিন্তু যৌৱনটো ৰাতিৰ সপোন নহয়। সপোনতকৈ যৌৱনৰ দাম বহুত বেছি। স্থায়ী। বিয়া কৰোৱাৰ সময় ইমান সোনকালে পাৰ হৈ নাযায়। কিন্তু জীৱন এটাক জীয়াই তোলাৰ সময় এবাৰ পাৰ হৈ গলে আৰু ঘূৰাই পোৱা টান।"

মোৰ কথাবোৰে নবৌক মৌন কৰি তুলিছিল।

তাৰ পিচত যুতিমালাৰ বিষয়ে নবৌয়ে যি জানে সেই সকলোবোৰ কথাকে কৈ গ'ল। মোৰ প্ৰত্যেকটো প্ৰশ্নৰে উত্তৰ দিছিল আগ্ৰহেৰে। কিন্তু নতুন খবৰ মই আৰু একো সংগ্ৰহ কৰিব নোৱাৰিলোঁ। নবৌয়ে জনা সকলোবোৰ কথাকেই তেখেতে মোক

চিঠিৰে জনাইছিল। চহৰলৈ গৈ উকীলক সুধিলে হয়তো যুতিমালাৰ বিষয়ে আৰু কিবা কিবি জানিব পাৰিম। ভাবিছিলোঁ।

মোৰ অনুমানটোকে নবৌয়েও সমৰ্থন কৰিছিল। উকীলজনৰ নাম আৰু ঠিকনাটো মোক কৈছিল। মই লিখি থলোঁ। জানোচা, কেতিয়াবা কিবা কামত আহেই।

কাঞ্চন পেহীক কেবাদিনো লগ পাইছোঁ। আমাৰ ঘৰলৈ সদায় আহে। নবৌয়ে চিনাকি কৰি দিয়ে। চকুৰে ভালদৰে নমনা পেহীজনী নিচেই ওচৰলৈ আহি কোটৰাগত চকু দুটা বহলকৈ মেলি মোৰ মুখলৈ চায়।

ঃ চকুৰে নমনা হলোঁ বোপাই। ঈছৰে তহঁতকে ভালে কুশলে ৰাখক। মোৰ লেতেকা জীৱ। ক'ণা বিধাতাই মাৰিও নিনিয়ে। যাতনা-ভুঞ্জাবলৈ ৰাখি থৈছে।

পেহীজনীৰ কথাৰ উত্তৰ মই বিচাৰি নাপাওঁ।

নবৌয়ে চাহ দিয়ে। কাঞ্চন পেহীয়ে খায়। নবৌজনীক হিয়া উবুৰিয়াই আশীৰ্ব্বাদ দিয়ে।

প্ৰতিটো কথাতে হুমুনিয়াহ আৰু চকুপানী পেলোৱা কাঞ্চন পেহীৰ নামটো আছে। মানুহজনী নাই। বাৰে বাৰে ভাগ্যক দোষাৰোপ কৰা এইজনী কাঞ্চন পেহী নহয়। কাঞ্চন পেহীৰ কঙ্কাল। প্ৰেতাত্মা।

হাস্পাতালত থকা গাভৰুজনীৰ কথা পেহীক কোৱাৰ ইচ্ছা এটা হৈছিল। কিন্তু নকলোঁ। জোৰকৈয়ে চেপি ৰাখিলোঁ। পেহীয়ে শুনিলে মনত আঘাত পাব। পেহীক যুতিমালাৰ কথা সোধাৰ ইচ্ছা হয়। কিন্তু সোধাৰ সাহস নহয়। কান্দি কাটি হুলস্থূল লগালে মহা বিপদত পৰিব লাগিব।

দুদিন নে তিনদিন পিচত। কাঞ্চন পেহীয়ে নিজেই এদিন যুতিমালাৰ কথা কৈছিল। উপযাচিকা পেহীৰ মুখতো সেই একে কথা। নবৌৰ মুখৰ পৰা সেই কথাবোৰ মই আগতে শুনি থৈছোঁ।

ঃ জান বোপাই! তাই মৰা নাই। ক'ৰবাত জীয়াই আছে।
এই তাইক সপোনত সদায় দেখো।

কথাবোৰ কৈ পেহীয়ে কান্দে। আপোন ভাগ্যক দোষে।

মোৰ মনটোও সেমেকি উঠে।

পুৰণি এলবাম এখনত ছবি এখন পাইছিলোঁ। যুতিমালা আৰু কাঞ্চন পেহী। কেমেৰাৰ ওচৰত যুতিমালা। দূৰত কাঞ্চন পেহী। পেহীয়ে তাঁতৰ পাটত বহি মাকো মাৰিছে।

বহুদিনৰ পুৰণি ছবি। অ'ত ত'ত দাগ পৰিছে। ৰংবোৰ এৰাই গৈছে। এখন অনুজ্জ্বল নিষ্প্ৰভ ছবি। নিগেটিভখন ক'ৰবাত পাওঁ নেকি বিচাৰি চালোঁ। কিন্তু নাপালোঁ। পালেও বিশেষ লাভ একো নহ'লহেঁতেন। ইমান দিনৰ পুৰণি নিগেটিভ এখন প'জিটিভ কৰা হয়তো সম্ভৱ নহবই।

এলবামৰ পৰা ছবিখন এৰুৱাই মোৰ কোটৰ জেপত সুমুৱাই থলোঁ।

কাঞ্চন পেহীৰ স্বাভাৱিক স্বাস্থ্যৰ আলো ছবি এখনৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিছিলোঁ। যুতিমালা বুলি ভবা গাভৰুগৰাকী যদি সঁচাকে যুতিমালা হয়, তেন্তে মাকৰ ছবি এখন দেখিলে কিজানি বা কিবা কথা মনত পৰেই। বৰ্ত্তমান অৱস্থাত লোৱা কাঞ্চন পেহীৰ ছবি দেখিলে যুতিমালাই হয়তো চিনিয়েই নাপাব ঃ সেইজনী কাঞ্চন পেহী। কাঞ্চন পেহীৰ ভাঙি যোৱা স্বাস্থ্যটো দেখিলে সেইজনীকে কাঞ্চন পেহী বুলি চিনি পোৱা সঁচাকৈয়ে কষ্টসাধ্য। নবৌয়ে চিনাকি কৰি নিদিয়া হ'লে ময়ো চিনি নাপালোঁহেঁতেন। তথাপি পেহীয়ে নজনাকৈ ছবি এখন লৈছিলোঁ।

এদিন চহৰলৈ ওলালোঁ। উকীলক এবাৰ লগ ধৰিম। পুৰণি ছবিখনৰ ফটো এখন লৈ ৰিপ্ৰিণ্ট কৰিব পাৰে নেকি ষ্টুডিঅ'ত সুধিম। তদুপৰি ঘৰটোতে সোমাই সোমাই আমনি লাগিছে। অলপ ওলাই গলে মনটোও ভাল লাগিব।

নবৌক কথাটো কলোঁ।

যাবৰ সময়ত সৰু সৰু বস্তু কেইবিধমানৰ তালিকা এখন দি নবৌয়ে টকা পঞ্চাশটা উলিয়াই দিলে। স্নো, পাউদাৰ, প্লাষ্টিক হেয়াৰ, চুলি বন্ধা চকৰি, গাতললোৱা চাদৰ, ডি. এম. চি. সূতা, এমব্ৰয়ডাৰী ফ্ৰেম আৰু বহুত কিবা কিবি। তালিকাখন দেখি পেটে পেটে মোৰ হাঁহি উঠিল।

"বস্তু কেইবিধ যেনে তেনে আনিবা। নাপাহৰিবা আকৌ দেই। চহৰলৈ যোৱা, নগৰলৈ যোৱা, যোৱাগৈ। আপত্তি নাই। কিন্তু শৰ্বৰীহঁতৰ ঘৰত নোসোমাবা। আমাৰ লাজ মান নেখেদাবা। চহৰলৈ কেলেই যাবলৈ ওলাইছা মই কিবা নুবুজা বুলি ভাবিছা নেকি? এবাৰ দেখা পাবলৈ মনটোৱে চাগে উচপিচাই আছে। নহয়?"

"বুজিছেই দেখোন। পিচে তাইকো কিবা এটা দিব লাগিব নহয়। কি দিলে নো ভাল হ'ব বাৰু? আৰু টকা ক'তা? টকা নিদিলেচোঁন। পঞ্চাশটা টকাৰে আপোনাৰ বস্তুকে কিনিম নে···।"

"এতিয়াৰ পৰাই নিচিনিলেও হ'ব যোৱা। কিন্তু মই কৈছোঁ হ'লে দেই: শৰ্বৰীহঁতৰ ঘৰত নোসোমাবা!"

অৰ্থাৎ শৰ্বৰীহঁতৰ ঘৰত সোমাই আহিবা।

"এৰা, নহ'ব নো কিয়? যিহে ধুনীয়া ছোৱালী। এবাৰ দেখিলে তুবাৰ চাবলৈ আমাৰে মন যায়।"

"আপোনাৰ দৰে নীয়া নহয় নিশ্চয়।"

"ডেকা ল'ৰাবোৰৰ চকুবোৰ যে আৰু। মোকেই যদি ধুনীয়া বুলি কোৱা, তেন্তে শৰ্বৰীহঁতৰ দৰে ছোৱালীবোৰক কি কবা? সাইলাখ দেবী প্ৰতিমা।"

"আপুনি ধুনীয়া নহয়। বুজিলোঁ। কিন্তু এতিয়াও আপোনাৰ পিচত দহজন ঘূৰিব।"

"ইহ, তুষ্টটো ক'ৰবাৰ। অ' ৰবা দেউতাই অথনিয়ে মাতিছিল; কিয় বা মাতিছিল। আহো ৰ'বা দেই।"

নবৌ আঁতৰি গৈ অলপ পিচতে আকৌ উভতি আহিছিল।

"দেউতাই তোমাক এবাৰ মাতিছেহে সোণ।"

"মোক? কিয়?"

"জানো?"

দেউতাৰ ওচৰলৈ গলোঁ।

"মোক মাতিছিল নেকি দেউতা?"

"এৰা। তই বোলে টাউনলৈ যাৱ?"

"হয়। পাক এটা মাৰি আহোঁ গৈ। কাম অলপ আছে।"

"তেন্তে নৱক মাত এষাৰ লগাই আহিবি। মই সিদিনাই কৈ আহিছোঁ। আহিলে তোক এবাৰ পঠিয়াই দিম। সিহঁতে নহ'লে বেয়া পাব।"

নৱপ্ৰকাশ শৰ্বৰীৰ দেউতাকৰ নাম।

মোৰ বুজিবলৈ আৰু বাকী নাথাকিল ঃ মই চহৰলৈ যাবলৈ ওলোৱা কথাটো নবৌয়েই দেউতাক ফুচকৈকে লগাই থৈ গৈছেহি। কলোঁ ঃ সময়হে পাওঁ নে নাপাওঁ জানো।

কথাষাৰ কওঁতে লাজত মই ৰঙা পৰি গৈছিলোঁ।

"পাবি পাবি। যেনে তেনে এবাৰ সোমাবি।"

সন্মতি জনাই আঁতৰি আহিলোঁ।

মোক দেখি নবৌয়ে সুধিলে ঃ দেউতাই কেলেই মাতিছিল বোপাই?

দেউতাই মোক মতা নাছিল। নবৌৰ কথামতে মতাই নিছিল। দেউতাই মোক কি কব, নবৌয়ে জানে। সেই কাৰণেই কলোঁ ঃ ৰাতি চহৰতে আলহী থকাৰ কথা কৈছে। শৰ্বৰীহঁতৰ ঘৰত।

"ছিঃ কটা। লাজ অকণো নাই?"

"কাৰ? মোৰ নে দেউতাৰ?"

"কাৰ হ'ব আৰু। নিজৰ।"

"এৰা। মোৰ লাজ নাই। আৰু আপোনাক শৰ্বৰীয়ে বলিয়া কৰিছে। আপুনি যে দেউতাক লগাই থৈ আহিল ঃ মইনো শৰ্বৰী-

হঁতৰ ঘৰত সোমাম কোনটো নাকেৰে ? কোনো দিনে চিনা পৰিচয় নাই । দেখা শুনা নাই । শৰ্বৰীৰ দেউতাকক গৈ ক'ম ঃ এয়া মই আহিছোঁ । তোমাৰ ছোৱালীক মই বিয়া কৰাম ।"

নবৌ এনেদৰে ধৰা পৰি যাব বুলি ভবা নাছিল । মোৰ কথা শুনি লাজত তলমূৰ কৰিলে ।

টকা পঞ্চাশটা নবৌক ওভোতাই দি মই আঁতৰি আহিলোঁ ।

বাটতে থমকি বৈ বেগটো খুলি লগত কিমান টকা আছে লেখি চালোঁ । বাঁচীৰপৰা আহোঁত ঘৰৰ কালৈকেও একো অনা নহ'ল । লৰালৰিকৈ গুচি আহিলোঁ । নবৌৰ পাটৰ ৰিহা মেখেলা এযোৰ, ৰঞ্জুহঁতৰ পেণ্ট চোলা আৰু ফ্ৰক, দেউতা আৰু ককাইদেউৰ ধুতি-চোলা এযোৰত কিমান পৰিব পাৰে মনতে হিচাব এটা কৰিলোঁ ।

চহৰলৈ আহি প্ৰথমেই উকীলৰ খবৰ ললোঁ । উকীল নাই । ঢুকাল । উকীলনী ল'ৰা-ছোৱালীহালৰ সতে গাঁৱৰ ঘৰত আছে গৈ ।

খবৰটো শুনি মনটো কেনেবা কেনেবা লাগিল ।

তাৰ পিচত ষ্টুডিঅ' এটালৈ গলোঁ । নামটো আকৰ্ষণীয় । লাইট্‌ এণ্ড শ্বেড্‌ । ষ্টুডিঅ'ৰ গৰাকীৰ শিল্পীমন এটা আছে । অৱশ্যে ডাৰ্ক ৰূমত কাম কৰা কাৰিকৰজনৰ হাতত শিল্পনৈপুণ্য আছে নে নাই নাজানোঁ ।

শ্ব'কেছ কেইটাৰ ওচৰতে থিয় হৈ থকা ভদ্ৰলোক এজনক ছবিখন জেপৰপৰা উলিয়াই দেখুৱালোঁ । মোৰ কথাটো শুনি শিল্পীজনে কলে ঃ নকৈ ছবি লব পাৰিব । এৰাই যোৱা ৰংবোৰত নতুনকৈ ৰং সানি ছবি লৈ প্ৰিণ্ট কৰি দিব । অৱশ্যে দাম অলপ বেছি পৰিব । ড্ৰইং আৰু পেইণ্টিঙৰ কাম আছে ।

ভদ্ৰলোকজন শিল্পী হয়নে নহয় নাজানোঁ । ষ্টুডিঅ'ত কাম কৰা কাৰিকৰীলোক বুলিয়েই ধৰি লৈছিলোঁ ।

'লাইট্‌ এণ্ড শ্বেড'ৰ পৰা ওলাই আহি ৰাজপথত ভৰি দিয়েই লগ পালোঁ দেৱেশক । তাহানিখনৰ কলেজৰ সহপাঠী । অসম চৰকাৰৰ সম্পৰ্কৰক্ষী বিভাগত আজিকালি কিবা এটা কৰে । কথাবোৰ

দেৱেশেই মোক কৈছিল। কলেজ এৰি অহাৰ পিছত সিদিনাই দেৱেশক প্ৰথম লগ পাইছিলোঁ। তাৰ কোৱা হ'লত সি মোৰ কথা সুধিছিল। মই ক'ত আছোঁ? কি কৰোঁ। বিয়া-বাৰু কৰালোঁ নে নাই? ইত্যাদি।

মই তাৰ প্ৰশ্নবোৰৰ উত্তৰ দি গলোঁ।

মোৰ কথাবোৰ শুনি সি জাপ মাৰি উঠিল।

"মোৰে সৌভাগ্য পলাশ, মোৰে সৌভাগ্য। তোক এনেদৰে হঠাতে লগ পাম বুলি সপোনতো ভবা নাছিলোঁ।"

—মানে?

'তই এতিয়া ৰাঁচী মেণ্টল হাস্পাতালত কাম কৰ?"

—"ও।"

"অসমৰ লব্ধপ্ৰতিষ্ঠ শিল্পী ধ্ৰুৱজ্যোতি ফুকনৰাও ৰাঁচীতে আছে। চিনি পাব নহয়?"

"জানোঁ।"

"অহা সপ্তাহত সাংস্কৃতিক সম্মিলন এখন আছে।"

"ভালেহে আকৌ। পিচে মই তাত কি কৰিম? তইঁত শিল্পী মানুহ। তইঁতৰ কাৰণেহে সাংস্কৃতিক সম্মিলন।"

"আৱশ্যক আছে কাৰণেই কৈছোঁ। অহা সপ্তাহলৈকে তই আছ নহয়? অহা সপ্তাহ মানে অহা সোমবাৰে। এয়া আজি শুক্ৰবাৰ হ'লেই।"

আছোঁ। কেলেই?"

"সম্মিলনৰ বিশেষ বক্তা হিচাবে আজিয়েই মই তোৰ নাম প্ৰচাৰ কৰি দিম। তই সিদিনা কিন্তু সভাত উপস্থিত থাকিব লাগিব।"

"সাংস্কৃতিক সম্মিলনত নাচ গানহে হয় হবলা। বিশেষ বক্তাৰ প্ৰয়োজন জানো কিবা আছে?"

"আছে, আছে।"

"বিশেষ বক্তা হৈ মই কি কৰিম?"

"বক্তৃতা দিবি।"

"মই চিকিৎসা বিজ্ঞানৰহে দুটা এটা কথা কব পাৰিম। সংস্কৃতিৰ মই 'স' টোও নাজানোঁ।"

"জান নে নেজান মই বুজো নহয়। সংস্কৃতিৰ বিষয়ে বক্তৃতা দিবলৈ সাংস্কৃতিক হ'ব নালাগে। শিল্পী নহ'লেও চলে। শিল্পী সন্মিলনলৈ আচল শিল্পীবোৰক কোনোৱেও কেতিয়াও নিমন্ত্ৰণ নকৰে। শিল্পী, সুৰাকাৰ ক'ৰবাতে থাকে। সন্মিলনৰ উদ্যোক্তাসকলৰ জীয়েক, ভনীয়েকসকলক সা-ৰে-গা-মা শিকোৱা নিবনুৱা কেইজনেই সন্মিলনৰ বিশেষ শিল্পী হৈ পৰে। মোৰ কথাকেই নেচাৱ কেলেই? হাৰমনিয়ম ভৰিৰে বজায় নে মুখেৰে বজায় মই তাকেই নাজানোঁ। অথচ চৰকাৰৰ সম্পৰ্কৰক্ষী বিভাগৰ বিশেষ বিষয়া। সংস্কৃতিৰ ওজা। মোৰ বাবটো মোক নিদি মঘাই ওজাক দিয়া হলেও কিছু পৰিমাণে বক্তৃতা খালেহেঁতেন।"

দেৱেশৰ কথাবোৰ সঁচা। দেৱেশ শিল্পী নহয়। কিন্তু তাৰ কলেজৰ চাৰ্টিফিকেট এখন আছে। মঘাই ওজাৰ নাই। মঘাই ওজাই অসম চৰকাৰৰ জনসেৱা আয়োগ কি বস্তু নাজানে। এজনৰ আছে প্ৰতিভা; আৰু আনজনৰ প্ৰতিভা নাই। আছে বংশমৰ্য্যদা। চৰকাৰৰ ঘৰত বিশেষ প্ৰতিপত্তি।

"শুন দেৱেশ। এইবোৰ বলিয়ালি এৰ। বিশেষ বক্তা হিচাবে যদি কাৰোবাক নিমন্ত্ৰণ কৰিব খুজিছ, তেন্তে ভূপেন হাজৰিকাক মাত। বিষ্ণুৰাভা আছে। কমল চৌধুৰীকো পাবি। ফুমু বৰুৱাইত নাই জানো? বলীন ককাইদেউক নিমন্ত্ৰণ কৰিলে অন্ততঃ অসমীয়া যাত্ৰাৰ বিষয়ে কব পাৰিব। ব্ৰজ শৰ্ম্মাৰ কথা জানিব। মই কিটো জানো? কচোন।"

"ফুমু বৰুৱা তমু বৰুৱাৰে কাম নহয় কাৰণেহে তোক কৈছোঁ।"

"তোকো তেনেহলে বাঁচীলৈকেহে পঠিয়াবলগীয়া হৈছে যেন পাইছোঁ।"

"আগেয়ে মোৰ কথাটো শুন না। পিছতো মোক ৰাঁচীলৈ পঠিয়াবি।"

"সভাত তই ধ্ৰুৱজ্যোতি ভুৱঞাৰ বিষয়ে কব লাগিব। ধ্ৰুৱৰ সম্পৰ্কত তই বহুদিন আছ। ধ্ৰুৱৰ বিষয়ে তই বহুত কথা জান?"

"ধ্ৰুৱৰ বিষয়ে কিয়? অসমত শিল্পী কেৱল ধ্ৰুৱহে আছে নেকি?"

"অসমৰ ষ্টুডিঅ' আন্দোলনৰ গুৰি ধৰিছিল ধ্ৰুৱই। ষ্টুডিঅ' নিৰ্ম্মাণৰ পৰিকল্পনা এখন ধ্ৰুৱই অসম চৰকাৰকো দিছিল। গতিকে আচল কথাটো বুজিছই নহয়?"

"তেন্তে কোনোবা এজন এম. এল. এ-ক নিমন্ত্ৰণ কৰ।"

"সভাৰ সভাপতি স্বয়ং মুখ্যমন্ত্ৰী। সন্ধিয়া শ্ব' উদ্বোধন কৰিব স্বনামধন্য বিধানসভাৰ সদস্য এজনে। গতিকে কণা হাঁহক পতান ধান দি ভুৰুকাবলৈ জনসাধাৰণৰ মাজৰ পৰা বিশেষ বক্তা এজন লাগে। হাজৰিকা ককাইদেউহঁতক আনিবলৈ হ'লে টকা বহুতো লাগে। মোৰনো এইবোৰত ক'ৰ বাপটো আছে অ'? চাকৰিটো বজাই ৰাখিব লাগে কাৰণে কৰিছোঁ আৰু। সম্মিলনখন পাতি মোৰ যদি এযোৰ গৰম চুটেই নহ'ল, তেন্তে ইমান কষ্টকৈ মৰাৰ লাভটো কি হ'ল? ভুপেন হাজৰিকাই আজি-কালি বহুতো টকা দাবী কৰে। কলিকতাৰ পৰা আকাশীযানেৰে অহা-যোৱাৰ খৰচ বিচাৰে। সিমান টকা দিবলৈ হ'লে মোৰ গৰম চুট নেচেল। তত্নুপৰি যোৱা সপ্তাহত ফ্লাছত বহুতো হাৰিলোঁ ভাই। তোক বুলিহে কথাবোৰ কৈছোঁ দেই।"

"কিন্তু শিল্পী ধ্ৰুৱজ্যোতি ভুৱঞাকতো মই নাজানোঁ। উন্মাদ ধ্ৰুৱজ্যোতিকহে চিনি পাওঁ।"

"উন্মাদ ধ্ৰুৱৰ কথাকে কবি। আমি শুনিম।"

"আমাৰ হাস্পাতালত জামাদাৰ এজন আছে। নাম দেৱানসিং। বিশেষ বক্তা হিচাবে দেৱানসিঙকে মাতি আন। সি বহুত কথা কব পাৰিব। মোতকৈ দেৱানসিং বহুগুণে উপযুক্ত হ'ব।"

"ধেমালিখন এৰচোন। মই তোৰ কোনো কথা নুশুনো। তই সিদিনা আহিবই লাগিব।"

ৰেঁষ্টুৰা এখনত বহি বহি আমি কথা পাতিছিলোঁ।

দেৱেশক কথা দিছিলোঁ: সভাত বাৰু উপস্থিত থাকিম। কিন্তু বিশেষ বক্তা হিচাবে নহয়। এজন সাধাৰণ দৰ্শক হিচাবে।

দেৱেশে সভাৰ তাৰিখ, সময় আৰু স্থানৰ কথা কৈছিল। মোক আনিবলৈ ঘৰলৈ গাড়ী পঠিয়াব নেকি সুধিছিল। কলোঁ: গাড়ী পঠিয়াব নালাগে। কথা দিছোঁ যেতিয়া মই নিশ্চয় আহিম। কিন্তু মই হ'লে একো কব চব নোৱাৰো দেই। পিচত তইহে লাজত পৰিবি।

আহিবৰ সময়ত ধেমালিতে নবৌক কৈছিলোঁ: ৰাতি চহৰতে আলহী থাকিম। কিন্তু ধেমালিতে কোৱা কথাষাৰে সঁচা হ'ল। ৰাতি চহৰতে আলহী থাকিলোঁ। শৰ্বৰীহঁতৰ ঘৰত নহয়। দেৱেশৰ ভাৰা ঘৰত। দেৱেশৰ অনুৰোধত।

সন্মিলনলৈ অহাৰ বাবে দেৱেশক সন্মতি দিছিলোঁ মোৰ স্বাৰ্থৰ খাতিৰত। জানোচা ধ্ৰুৱজ্যোতি ডুবৰাৰ বিষয়ে কিবা নজনা কথা জানোঁ। শুনো। মমতা ডুবৰাই কব নোখোজা অভিনেত্ৰী কেইগৰাকীৰ সন্ধেদ পাওঁ। আত্মবিস্মৃত ধ্ৰুৱৰ স্মৃতি ফিৰাই অনাৰ উইঁ পাওঁ।

ইমান আপত্তিৰ পিচত দেৱেশে বিশেষ বক্তা হিচাবে মোৰ নাম কেতিয়াও প্ৰকাশ নকৰে। এয়েই আছিল মোৰ ধাৰণা।

সোমবাৰৰ দুপৰীয়া। আবেলিকৈ দেৱেশহঁতৰ সন্মিলন। ভাত পানী খাই কিবা এলাহ এলাহ লাগিছিল। ভাগৰ ভাগৰ লাগিছিল। যাওঁ নে নেযাওঁ ভাবিছিলোঁ। গলেও যাবলৈ সময় আছে। চহৰলৈ যোৱা বাছ এক বজাত এৰে। ঘৰৰ পৰা চাৰে বাৰ বজাত গলেও হ'ব। যাত্ৰীৰ সিমান ভীৰ নাই। দুই বজাৰ আগতে চহৰ পাম গৈ। সভা আৰম্ভ হ'ব আবেলি তিনি বজাৰ পৰা।

ভাত পানী খাই নবৌও আহি মোৰ কাষতে বহিছিল। ধেমালিৰ সুৰত কলোঁ: আজি আকৌ চহৰলৈ যাম নবৌ। শৰ্ব্বৰীয়ে মাতিছে। তাইৰ গালৰ তিলটো সঁচাকৈয়ে বৰ ধুনীয়া নহয় নে?

শৰ্ব্বৰীক মই দেখা নাই। তিল থকা কথাটো উমানতে কলোঁ।

"গালৰ তিলটো নে মানুহজনী?"

কথাষাৰ কৈ নবৌয়ে শেষ কৰিবলৈ নৌপাওঁতেই শব্দকৈ ষ্টাফকাৰ এখন আহি আমাৰ নঙলা মুখত ৰ'লহি। খিৰিকীৰে ডিঙি মেলি চালোঁ। গাড়ীৰ পৰা নামি আহিছে দেবেশ। হাতত এটা প'ৰ্ট ফলিও বেগ।

নবৌ মোৰ কাষৰ পৰা উঠি ভিতৰলৈ সোমাই গ'ল।

দেৱেশক বহিবলৈ দিলোঁ।

সি মোক নিবলৈ আহিছে। মোত বিশ্বাস নাই। কি জানিবা মই নাযাওঁ।

সম্মুখৰ টেবুলখনৰ ওপৰতে তাৰ হাতৰ বেগটো থৈ কথা পাতি আছিল।

"এই বেগটোত তোৰ চুটৰ দামটো আছে নে নাই?" ধেমালিকৈয়ে সুধিলোঁ।

মোৰ প্ৰশ্নটোত হঠাৎ যেন তাৰ কিবা এটা মনত পৰিল। বেগটো খুলি ছপা কাগজ এখন উলিয়াই সি মোলৈ আগবঢ়াই দিলে। মই হাত পাতি ললোঁ।

সেইখন সিহঁতৰ সম্মিলনৰ জাননী। নিৰ্দ্দিষ্ট বক্তাৰ শিতানত মোৰ নাম ছপোৱা। মই অপ্ৰস্তুত হৈ পৰিলোঁ। দেৱেশলৈ খং উঠিল। বিশেষ বক্তা হিচাবে মই কিটো কমগৈ? মোৰ অৱস্থাটো দেখি উপস্থিত জনতাই হাঁহিব। চিঞৰিব। ইতিকিং কৰিব। মই পেপুৱা লাগি যাম। মাতটো কঁপিব।

সঁচাকৈয়ে কিবা কব লাগিব বুলি জনা হ'লে 'কি কম' ঘৰতে এবাৰ জুকিয়াই ললোঁহেঁতেন। কিন্তু এতিয়া সময় ক'ত?

অলপ পিচতে খংটো মোৰ জামৰি গৈছিল। এয়া মোৰেই

দোষ। দেৱেশৰ কথাত সিদিনা মই অকণো গুৰুত্ব নিদিলোঁ। গুৰুত্ব দিয়া হ'লে আজি মোৰ এই অৱস্থা নহয়।

দেৱেশে চাহ-জলপান খালে। নবৌয়েই চাহ-জলপান আনি দিছিল। মই নবৌক চিনাকি কৰি দিলোঁ। দেৱেশে নবৌক নমস্কাৰ জনাইছিল।

শেষবাৰৰ কাৰণে থেৰোগেঁৰো কৰিলোঁ। মই ইটো সিটো আপত্তি দৰ্শালোঁ। গা ভাল নহয়। পেটটো বেয়া। জ্বৰো উঠিব যেন পাইছোঁ। কিন্তু দেৱেশ একোতে মান্তি নহ'ল। নবৌয়েই মোৰ অসুখৰ কথাটো মিছা বুলি দেৱেশক কলে।

"মিছা নহয় দেৱেশ। জ্বৰ এতিয়া নুঠিলেও সভা থলিত গৈ জ্বৰ উঠিব। মঞ্চত থিয় হ'ব লগা হলেতো আৰু কথাই নাই।"

মোৰ কথা শুনি নবৌ আৰু দেৱেশে গিৰ্জ্জনি মাৰি হাঁহি উঠিল।

সন্মিলনৰ পিচত সন্ধিয়া শ্ব' এখন হ'ব। শ্ব'ৰ শেষত সি নিজে মোক থৈ যাবহি।

উপায় নাই। 'যি হয় হব বুলি ভাবি কানি-কাপোৰ পিন্ধি ওলালোঁ। নবৌক কলোঁঃ আপুনি ওলাওক নবৌ। মূৰত পানী ঢালিবলগীয়া হ'ব পাৰে। লাজ পাবলগীয়া হ'লে মইনো অকলে কেলেই লাজৰ ভাগটো লব লাগে। আপুনিও লওঁক।

নবৌয়ে মোৰ চকুলৈ চাইছিল। ঠাৰে চিঁয়াৰে কিবা এটা কৈছিল। নবৌয়ে কি কব খুজিছিল একো নুবুজিলোঁ। অনুমানতে ধৰি ললোঁঃ শৰ্বৰীহঁতে মোৰ দুৰাৱস্থাৰ কথা শুনিলে মই লাজ পাম বুলি ধৰি লৈছে।

মোৰ কথাতে হয়ভৰ দিলে দেৱেশে। নবৌও মোৰ লগতে ওলাব লাগে। নবৌয়ে আপত্তি নকৰিলে।

"আবেলিকৈ ইহঁতহাল স্কুলৰ পৰা আহি পাব। আৰু দেউতাক চাহ-জলপান দিব লাগিব। বাৰু ৰ'বাচোন, দেউতাক সুধি আহোঁ।"

নবৌ আঁতৰি গ'ল। মই জানোঁ দেউতাই কেতিয়াও বোৱাৰীয়েকৰ ইচ্ছাত হকা বধা নকৰে। নবৌয়ে দেউতাক কৈছিল গৈ হবলা।

দেউতাৰ কৰ্কশ মাত এটা মোৰ কাণত পৰিল। মোৰ বুকুখন কঁপি উঠিল। দেউতাইনো কি কয় শুনিবলৈ কাণ দুখন সজাগকৈ ৰলোঁ। দেৱেশে শুনে বুলি লাজো লাগিল।

ঃ মোৰ কথা কলেই শুনিবি তইঁতে? মই বুঢ়া মানুহ। আজি আছোঁ; কাইলৈ মৰি যাম। মোৰ চাহ-ভাতৰ যোগাৰ ধৰি থাকিলেই হ'ব নে? ঘৰতে সোমাই সোমাই বেমাৰ মাতিব খুজিছ নেকি?"

ঃ তেন্তে মই যাওঁ দেউতা?

"যাগৈ। মোৰ একো অসুবিধা নহয়। বহাগুইঁত আছেই। চাহ-জলপান দিব পাৰিব।"

"মা-মণিহঁতে আপোনাক আমনি কৰেহি বা?"

"তইহে মোক বৰ আমনি কৰ। সিহঁত হাল লক্ষ্মী ল'ৰা-ছোৱালী। অথনি ভাত গাল মই নাখাওঁ। তই নেৰ। এতিয়ালৈকে গাটোকে লৰাব পৰা নাই।"

দীঘলকৈ উশাহ এটা লৈ মনে মনে ভগৱানক ধন্যবাদ দিলোঁ। ভগৱান! ৰক্ষা। নহ'লে দেৱেশৰ আগত আজি লাজ মান তেনেই গ'লহেঁতেন। বুকু ফুলাই দেৱেশক কলোঁ ঃ নবৌজনীয়ে ঘৰখন ঘৰখন কৰিয়ে মৰিব। দেউতাৰ কথা শুনিলি?

"এৰা; মাজে সময়ে অলপ অচৰপ ফুৰি চাকি আহিব লাগে। তেহে শৰীৰ মন ভালে থাকে।"

"ককাইদেউটোও সেই নহয়। ক'ৰবালৈ নিলেহে যাব।"

নবৌ বহু বেলিলৈকে ওলাই নাহিল। মোৰ আকৌ ভয় হ'ল। দেউতাই কিবা কওঁতে কিবা শুনিলেঁ। নেকি? লাজতে ওলাই অহা নাই। ভিতৰত সোমাই আছে।

অৱশেষত নবৌ ওলাই আহিল। একেবাৰে কানি-কাপোৰ পিন্ধি ওলাই আহিছে। মই চকুৰ পলক নেপেলোৱাকৈ চাই ৰলোঁ। দেৱেশেও। নবৌজনী সঁচাকৈয়ে ইমান ধুনীয়া। চকুৱে চকুৱে পৰাত দেৱেশে কৈ উঠিল ঃ আপোনাৰ হ'ল নহয় নবৌ? বলক।

নবৌক কোৱাৰ ইচ্ছা হৈছিল : কোনোবা লগত লাগি নাহিলেও হৈছে।

কিন্তু নকলোঁ। দেৱেশ আছে। দেৱেশ নবৌৰ ন' চিনাকি।

আমি তিনিও গৈ গাড়ীত বহিলোঁ।

আগৰ চিটত দেৱেশ। পিচৰ চিটত মই আৰু নবৌ।

দেৱেশে গাড়ী চলাইছিল।

"শৰ্বৰীহঁতকে৷ মিটিঙত পাব পাৰোঁ। তুমি ধুতি পাঞ্জাবী পিন্ধি অহা হ'লে ভাল আছিল।"

"কিয় ? আজিয়েই মালা অদল-বদলৰ পাল শেষ কৰিব খোজে নেকি ?"

"নহয়। মানে তুমি সভাৰ বিশেষ বক্তা।"

আমাৰ কথাবোৰ দেৱেশে শুনিছিল নে নাই নাজানোঁ। শুনিছিল যদিও বুজি পোৱা নাছিল। বুজিলোঁ : নবৌ মিটিঙলৈ অহাৰ আগ্ৰহটো ক'ত ?

সভা আৰম্ভ হ'ল। আৰম্ভণি গীতৰ শেষত সভাৰ কাম আগবাঢ়ি গ'ল। নবৌয়ে চাৰিওফালে এবাৰ দৃষ্টি বুলাই নিলে। নবৌৰ চকু দুটাই কাক বিচাৰিছে বুজিবলৈ মোৰ টান নালাগিল।

সৰুকৈ কলোঁ : কোনো অহা নাই।

"ইহ, সৌজনী কি ?"

সৌজনী বুলি নবৌয়ে কাক দেখুৱালে গম নাপালোঁ। সভালৈ বহুত গাভৰু ছোৱালীয়েই আহিছে। সৰহ ভাগেই ধুনীয়া। কিন্তু শৰ্বৰী কোনজনী মই চিনি নাপালোঁ। শৰ্বৰীক মই আগতে কতো কাহানিও দেখা নাই।

মোৰ তেতিয়া শৰ্বৰীৰ কথা ভাৱিবলৈ অৱসৰ নাই। মই ঘামি পৰিছিলোঁ৷ কিজানি। বেজী লবলৈ ভয় কৰা সৰু ল'ৰা-ছোৱালীয়ে ডাক্তৰৰ হাতত বেজী দেখি ভয়ত পেপুঁৱা খোৱাৰ দৰে মোৰো বোধহয় অণ্ঠ-কণ্ঠ শুকাই গৈছিল। মই চিকিৎসক। চিকিৎসক হিচাবে সেইৰূপ অভিজ্ঞতা মোৰ আছে।

সভাত কোনে কি কৈছিল মই শুনা নাই। মই যেন কাকো দেখা নাই। মনৰ মাজত তেতিয়া মোৰ এটা মাথোন চিন্তা : কাৰ মূৰটোনো কওঁ এতিয়া। কেনেকৈ আৰম্ভ কৰিম? কি বুলি আৰম্ভ কৰিম? ধ্রুৱজ্যোতিৰ বিষয়ে মই কি জানো? শিল্পী সম্মিলনত উন্মাদ ধ্রুৱজ্যোতি চুৰুবাৰ স্থান ক'ত? এটা ধুমুহা বতাহ আহি এতিয়াও সভাখন বন্ধ হৈ যোৱা হ'লে।

আমাৰ কাষেৰে দেৱেশ পাৰ হৈ গৈছিল। তাক হাত বাউল দি মাতি কাণৰ কাষত ফুচ-ফুচাই সুধিলোঁ: ধ্রুৱজ্যোতি চুৰুবাহঁতৰ ঘৰৰ কোনোবা আহিছে নেকি?

"কোনো অহা নাই। মিছেছ্ মমতা চুৰুবাৰ অসুখ। অহাৰ ইচ্ছা আছিল।" কথাকেইষাৰ কৈ দেৱেশ আঁতৰি গ'ল। মই মনে মনে ৰলোঁ।

ৰক্ষা তেওঁ। সঁচাই মিছাই এসোপামান কব পাৰিম। প্ৰতিবাদ কৰিবলৈ কোনো নাই।

অলপ পিচতে সভাপতিৰ আসনৰ পৰা বিশেষ বক্তা হিচাবে মঞ্চলৈ মোক আমন্ত্ৰণ জনোৱা হ'ল। মোৰ মূৰটো আচন্দ্ৰাই কৰি দিয়া যেন লাগিল। উপায় নাই। বাধ্য হৈ বহাৰ পৰা উঠি গৈ মঞ্চত থিয় হম বুলি ভাবিছোঁ। এনেতে সভাপতিৰ সন্মুখৰ পৰা মাইকটো টানি নি ৰিচিভাৰটোৰ সন্মুখত থিয় হ'ল গৈ দেৱেশ।

শেষ আশা এটা হ'ল। দেৱেশে কিজানিবা বিশেষ বক্তা হিচাবে মোৰ সলনি আন কাৰোবাক অনুৰোধ কৰেই।

কিন্তু মই ভবাটো সঁচা নহ'ল। ৰাইজৰ আগত মোৰ চিনাকি কৰি দিবলৈ দেৱেশে কোৱা কথাখিনি শুনি লাজত মই তললমূৰকৈ ৰলোঁ। মোৰ গুণানুকীৰ্ত্তন কৰি দেৱেশে বহুত কথাই ৰাইজক কলে। আৰু কলে : মই এজন অকল চিকিৎসকেই নহয়, এজন শিল্পীও। ভাল গায়ক। সুদক্ষ অভিনেতা। কিন্তু জীৱিকাৰ দায়িত্বই মোক টানি নিলে শিল্পীৰ পৃথিৱীৰ পৰা চিকিৎসা বিজ্ঞানৰ পৃথিৱীলৈ।

শিল্পী য'তেই নথাকক শিল্পী শিল্পীয়েই। প্ৰতিভাৰ মৃত্যু নাই। ইত্যাদি।

দেৱেশৰ কথাত ৰাইজৰ হাত চাপৰি পৰিল।

দেৱেশৰ কথাবোৰ মিছা। এষাৰো সঁচা নহয়। ভাবিলোঃ এনেকৈয়ে আমি মিছাৰ ওপৰতে চলোঁ। সমাজ চলে। দেশ চলে। মিছাৰ কাৰেংঘৰত উঠি আমি নিজকে দেশপ্ৰেমিক সজাওঁ। ৰাইজক ভুৱা দিওঁ।

কিন্তু মিছাৰ কাৰেংঘৰত শেলুৱৈ প.িৰব কাহানি? কোনদিনা মিছাৰ কাৰেংঘৰৰ ভগ্নস্তূপত সৃষ্টি হ'ব সঁচাৰ জয়দ'ল?

দেৱেশৰ কথাবোৰ মিছা হ'লেও সেয়ে মোৰ মনৰ মাজলৈ আনি দিলে অসীম সাহস। ইমানবোৰ গুণৰ অধিকাৰী হৈ বক্তৃতা এটা দিব নোৱাৰাটো যেন মোৰেই দোষ। বৰ লাজৰ কথা। স্বাধীনোত্তৰ ভাৰতৰ কোনোবা এজন মুখ্যমন্ত্ৰী নে বিধানসভাৰ এজনী সদস্যাই বিধানসভা ঘৰৰ প্ৰৱেশ পথ ভুল কৰি পিচৰ দুৱাৰ মুখেৰে বিধানসভাৰ মজিয়াত সোমাব খুজিছিল। তেনেকৈও যদি দেশ শাসন কৰিব পাৰে তেন্তে মইনো কিবা এসোপামান কব নোৱাৰিম কিয়? বিদ্যাপতিৰ সয়ম্বৰত কালিদাসে কি কৰিছিল?

দেৱেশৰ কোৱা হ'লত ধীৰ গম্ভীৰ পদক্ষেপেৰে গৈ মঞ্চত থিয় হলোঁ। কোনোবা এজনে মাইকৰ ৰিচিভাৰটো এড্‌যাষ্ট কৰি দিলে। সভাপতি আৰু কলামোদী উপস্থিত ৰাইজসকলক সম্বোধন কৰি কলোঁঃ শিল্পী ধ্ৰুৱজ্যোতি দুৱৰাক মই চিনি নাপাওঁ। দুৱৰাৰ প্ৰতিভাৰ বিষয়ে কবলৈ গৈ দুৱৰাক লঘু কৰাৰ দুৰাকাঙ্ক্ষা মোৰ নাই। মই চিনি পোৱা ধ্ৰুৱ দুৱৰা মগজুৰ ভাৰসাম্য হেৰুওৱা এজন চিকিৎসাধীন যুৱক। সেইজন যুৱকক মই জানো। শিল্পী দুৱৰাক জনাৰ আকৰ্ষণতহে মই ইয়ালৈ আহিছোঁ। তেখেতক সুস্থ কৰিবলৈ হ'লে দুৱৰাৰ বিষয়ে মই বিতংভাবে জনা প্ৰয়োজন। দুৱৰাৰ প্ৰতি ৰাইজৰ যদি সঁচাকৈয়ে শ্ৰদ্ধা আছে, স্নেহ আছে, তেন্তে দুৱৰাক জনা ৰাইজসকলে আগবাঢ়ি আহি দুৱৰাৰ শিল্পী মন, আশা আকাঙ্ক্ষা আৰু আগবঢ়োৱা

ব্যক্তিগত জীৱনৰ বিষয়ে মোক জনাবলৈ যেন কুণ্ঠাবোধ নকৰে। প্ৰতিভাৰ ফিৰিঙিতি এটা এনেদৰে নষ্ট হৈ যোৱাটো কোনো মানুহেই কামনা নকৰে।

এয়াই আছিল মোৰ কবলগীয়া কথা। কিন্তু নিৰ্দ্দিষ্ট বক্তাৰ আসনৰ পৰা অকল সেইকণ কলেই যথেষ্ট নহয়। গতিকে আধা-ঘণ্টামান জোৰাকৈ বক্তৃতা এটা দিলোঁ। অসমীয়া বোলছবি নিৰ্ম্মাণৰ কি কি অসুবিধা, অসমত আজিলৈকে ষ্টুডিঅ' এটা নোহোৱাৰ কথা। এই এশ এবুৰি অসুবিধা আঁতৰাবলৈ অসমীয়া ৰাইজে কি কৰা উচিত; চৰকাৰৰ কৰ্ত্তব্য ইত্যাদি। এইবোৰ কেতিয়াবা অ'ত ত'ত পঢ়া কথা। তাকে জুকিয়াই কলোঁ। মমতা ভুৱৰাৰ মুখত শুনা কথাখিনিও বক্তৃতাৰ মাজত সামৰি ললোঁ। ধ্ৰুৱহঁতৰ কথাছবি সঙ্ঘটোৰ কথা, কি কাৰণত সঙ্ঘৰ ভাঙন আৰম্ভ হৈছিল, আমাৰ অসমীয়া মানুহৰ মনোভাৱবোৰ সলনি কৰিবলগীয়া কথা, ভুৱৰাই কিদৰে 'অপৰাধী' আৰু "নাগপঞ্চমী"খন উলিয়াব লগা হ'ল ইত্যাদি।

বক্তৃতাৰ সামৰণিত তেজোদ্দীপ্ত ভাষাৰে দোহাৰিলোঁ: অসমত ধ্ৰুৱজ্যোতি ভুৱৰা এজন নহয়। হেজাৰজন আছে। সেইসকলক জীয়াই ৰাখিবলৈ, উন্মাদ নোহোৱাকৈ ৰাখিবলৈ আৰু উন্মাদ ধ্ৰুৱহঁতক সুস্থ কৰি তুলিবলৈ আমাক এটা ষ্টুডিঅ' লাগে। আমাক ষ্টুডিঅ' লাগে অসমীয়া ক'লা-কৃষ্টি আৰু সভ্যতাৰ জুমুধিত প্ৰাণ-প্ৰতিষ্ঠা কৰিবলৈ। ক'লা-কৃষ্টিৰ প্ৰসাৰতা বঢ়াবলৈ। এদল কলা-কুশলীৰ সৃষ্টি কৰক। অসমৰ শিল্পী, অশিল্পী সকলোবোৰ আগবাঢ়ি আহক। চৰকাৰক সহায় কৰক। কওঁক: আমাক এটা ষ্টুডিঅ' লাগে। আজিয়েই। তাৰ কাৰণে চৰকাৰক সকলো প্ৰকাৰে সহায় কৰিবলৈ আমি সাজু আছোঁ।

বক্তৃতাৰ মাজত সুকুণ্ডা উলিয়াই বিশ্বৰ বিখ্যাত ষ্টুডিঅ', শিল্পী, আৰু কাৰিকৰী লোকসকলৰ কথা উল্লেখ কৰিলোঁ। টাহো, হলিউদৰ লগতে বোম্বাই আৰু কলিকতাৰ ষ্টুডিঅ'ৰ কথাও সাঙুৰিলোঁ।

জেমিনীৰ কথা কলোঁ। এইবোৰ মোৰ নিজা কথা নহয়। মই ক'তো পঢ়া নাই। সেইবোৰ ধ্ৰুৱজ্যোতিৰ প্ৰলাপৰ পৰা সংগ্ৰহ কৰা কথা। সচা মিছা নাজানোঁ।

স্বয়ং মুখ্যমন্ত্ৰী সভাৰ সভাপতি। গতিকে চৰকাৰ আৰু ৰাইজ কোনো পক্ষ যাতে অসন্তুষ্ট নহয় সেই বিষয়ে লক্ষ্য ৰাখিয়েই কথাবোৰ কলোঁ।

বক্তৃতাৰ শেষত ৰাইজৰ কৰতালি আৰু বিপুল হৰ্ষধ্বনি হ'ল। সেই অৱসৰতে সাম্ৰাজ্য জয়ৰ গৌৰৱ লৈ মই আকৌ মোৰ আসনত বহি পৰিলোঁ। দেৱেশে আহি মোৰ সোঁ-হাতখন জোকাৰি ফুচ-ফুচাই ক'লে: ধুনীয়া বক্তৃতা দিলি ৰে। ৰাইজে শুনি বৰ ভাল পাইছে। মাই চেলেক্‌শ্যন ইজ কোৱাইট অল ৰাইট। মই নিজেই আশা কৰা নাছিলোঁ তই যে ইমান ধুনীয়াকৈ কবি।

দেৱেশ আঁতৰি গৈছিল।

মইহে বুজোঁ। কি ধুনীয়া বক্তৃতা দিছোঁ। বক্তৃতাৰ কথাবোৰ ক'ৰপৰা কেনেকৈ সংগ্ৰহ কৰিছোঁ। ক্ৰিয়া কৰ্ম্ম শ্ৰাদ্ধ কৰি কোৱা কথাবোৰেই তেন্তে বক্তৃতা নেকি? কোনোবা বাক্যত দহ বাৰটা কৰ্ত্তাৰ প্ৰয়োগ, কোনোবাটোত বা এটাও নাই।

বক্তা হবলৈ তেনেহলে ভাষা আৰু বিষয় বস্তুৰ জ্ঞান নহলেও হয়?

কথাবোৰ ভাবি পেটে পেটে হাঁহি উঠিল: চৰকাৰী বিষয়াই ক্লাছত ঘাটি পৰা পইচা পূৰাবলৈ সাংস্কৃতিক সন্মিলন পাতে? কেন্দ্ৰীয় অনুদানৰ সীমাবদ্ধ ধনৰ দোহাই দি এবছৰতে হ'বলগীয়া ষ্টুডিঅ'ৰ কাম কেবা বছৰলৈকে পেলাই থয়। কিছুমান আঁচনিত আৱশ্যকতকৈ সৰহ ধনৰ মঞ্জুৰী দিয়ে। কোনে জানো কৈছিল: অসমত ষ্টুডিঅ' কোনো দিনেই নহয়। চাবি না কিছুমান আঁচনি আছে। সেইবোৰত কম টকা ব্যয় কৰিও বেছি টকা ব্যয়ৰ হিচাব দিব পাৰি। কিন্তু

ষ্টুডিঅ’ নিৰ্ম্মাণৰ আঁচনিত সেই সুবিধা বিশেষ নাই। ফণী শৰ্ম্মাই এনেই কয়নেঃ অসমত ষ্টুডিঅ’ নহয়। নহয়। নহয়। অসমৰ পৰা ফুলাম জাপি আৰু তামুলী পীৰা কঢ়িয়াইয়ে আমি মৰিম।

বেচেৰা!

এয়া শিল্পীৰ আক্ৰোশ। শিল্পী-কণ্ঠৰ বেদনাৰ আবেগ ভৰা ভাষা শিল্পীৰ আনন্দ সৃষ্টিত। কিন্তু অসমীয়া শিল্পীৰ সৃষ্টিত আনন্দ নাই। আছে বেদনা। সৃষ্টিৰ কাৰণে পৃথিবীখন মূৰত কঢ়িয়াই ফুৰোঁতেই অসমীয়া শিল্পীৰ আনন্দ কৰিব পৰা মনটো মৰি যায়।

কথাবোৰ ভাবি থাকোঁতে সভা কেতিয়া শেষ হ’ল গমেই নাপালোঁ। তেতিয়া পাঁচ বাজি কেবা মিনিটো গৈছে। মানুহবোৰ ঘৰা-ঘৰি যাবলৈ বহাৰ পৰা থিয় হৈছে।

দেৱেশে আহি কৈছিলঃ আপোনালোক এতিয়া যাব নোৱাৰে দেই নবৌ। ছবজাৰ পৰা শ্ব’ আৰম্ভ হ’ব। একেবাৰে শ্ব’ চাই যাব।

মই আপত্তি কৰাৰ, কিবা কোৱাৰ আগতে এজাক ডেকা ল’ৰা আগবাঢ়ি আহি আমাক আগুৰি ধৰিলে। আমাক মানে মোক আৰু নবৌক। ইটো সিটো বহুত প্ৰশ্নৰে থকা সৰকা কৰি তুলিলে। সকলোবোৰ ধ্ৰুৱক কেন্দ্ৰ কৰি সোধা প্ৰশ্ন। মোৰ খং উঠিছিল। ভাবিলোঁঃ এই ডেকাজাকৰ গাত ভূত লম্ভিল নেকি? নে বলিয়া হ’ল? মোক এই ডেকাজাকে কি বুলি ভাবিছে?

কিন্তু উপায় নাই। যিমান পাৰো সংযত হৈ এটা এটাকৈ প্ৰশ্নবোৰৰ উত্তৰ দি গলোঁ। ধ্ৰুৱক অসমীয়া ৰাইজে কিমান ভাল পায় দেখি তবধ মানিলোঁ।

অৱশেষত ডেকাকেইজন আঁতৰি গৈছিল।

আগবাঢ়ি আহিছিল এজনী গাভৰু বোৱাৰী। শিল্পী শিল্পী লগা ধুনীয়া গাভৰু বোৱাৰীজনীক নবৌৰ কোনোবা বান্ধৱী বুলি মোৰ অনুমান হ’ল। নবৌৰ চকুলৈ চালোঁ।

“ক্ষমা কৰিব। আপোনাক অকণমান আমনি দিম বুলি ভাবিছোঁ। বেয়া পাব নেকি?”

"নাই নাই। বেয়া পাম কেলেই? কওঁকচোন, কি কব খুজিছে।"

মহিলাগৰাকী নবৌৰ চিনাকি নহয়। ধ্রুৱজ্যোতিৰ গুণমুগ্ধা।

"মই বহু সময় অপেক্ষা কৰিছোঁ।"

"কওঁকচোন বাৰু।"

"এনেদৰে···মানে অলপ সময় লাগিব। যদি বেয়া নাপাই···।"

মহিলা গৰাকী বৈ গৈছিল।

পেটে পেটে ভাবিলোঁ: ভাল আপদখনে পালে।

কিন্তু ধুনীয়া যুৱতী এজনীৰ সৈতে তেনেদৰে কথা পাতিবলৈ মোৰ ভালো লাগিছিল।

"ধ্রুৱৰ বিষয়ে আমি জনা কথাখিনি আপুনি জানিবলৈ বিচাৰিছিল। তেখেতৰ বিষয়ে মই আপোনাক কিবা কিবি কব পাৰিম। মই জনাখিনি আপুনিও জানে নেকি মই নাজানোঁ। অনুমতি দিলে কব পাৰো।"

"আপোনাৰ কথা মই আগ্রহেৰে শুনিম।"

বোৱাৰী গৰাকীৰ কথা শুনি মই উৎফুল্লিত হৈ পৰিছিলোঁ। জানোচা মহিলাগৰাকীৰ কথাৰ পৰা ধ্রুৱৰ মূৰৰ বিকৃতি ঘটাৰ কাৰণ কিবা পাওঁৱেই বা।

"ইয়াত এনেকৈ—ইমান গণ্ডগোলৰ মাজত কথা শুনাৰ ধৈৰ্য্য জানো আপোনাৰ হ'ব? তদুপৰি শ' আৰম্ভ হ'বই। আমনি নাপাই যদি মোৰ ঘৰলৈ···ইয়াৰ পৰা ধৰক, খোজকাঢ়ি গ'লে পাঁচ মিনিটৰ বাট। আপুনি আমনি পাব নেকি বাইদেউ?"

পিচৰ কথাষাৰ মহিলাগৰাকীয়ে নবৌলৈ লক্ষ্য কৰি কৈছিল।

নবৌয়ে মিচিকিয়াই হাঁহি মোৰ মুখলৈ চাইছিল। অৰ্থ: বোপাই যদি কিবা আমনি পাই নাজানোঁ। কিন্তু মই অকণো আমনি নাপাওঁ।

এনেতে ছুৰমূৰকৈ গুলালহি দেৱেশ। সি আমাৰ কাষৰ পৰা কেতিয়া আঁতৰি গৈছিল কব নোৱাৰোঁ।

"তইঁত ইয়াতে বৈ আছ? মই আকৌ তাত বিচাৰি হুলস্থুল।"

"তাতে মানে ক'ত ?" সুধিলোঁ।

"সৌ ৰিচিপ্‌শ্যন হলত। অন্ততঃ চাহ একাপ...।"

"এখেতসকলক আমাৰ ঘৰলৈ লৈ যাওঁ বুলি ভাবিছোঁ।" বোৱাৰী গৰাকীয়ে কৈছিল।

"আপুনি তেনেহলে ইয়াক আগৰ পৰাই চিনি পায় ?"

"অথনি আপুনি চিনাকি কৰি দিছে নহয়।"

"অ' বুজিছোঁ। তই এখেতক চিনি পাইছ নে নাই পলাশ ?"

"চিনাকি হবলৈ ওলাইছিলোঁহে। এনেতেচোন তই আহি পালি ?"

"এখেত মিছেছ্ মধুছন্দা খনিকৰ। মিঃ হুৱৰাৰ ছবিবোৰৰ নায়িকা। আগতে মধুছন্দা বৰুৱা আছিল।"

পৰিচয়ৰ নমস্কাৰ জনাইছিলোঁ। প্ৰতি নমস্কাৰ জনাইছিল মধুছন্দাই।

নবৌৰ পৰিচয়টো কৰলৈ ওলায়ো দেৰেশ বৈ গ'ল। নবৌৰ নামটো সি নাজানে নবৌয়ে তাৰ আধা কোৱা কথাষাৰ পূৰাই দিলে।

মোৰ অনুমানটোয়ে তেনেহলে সঁচা। শিল্পী শিল্পী লগা চেহেৰাৰ এই বোৱাৰীজনী অসমীয়া কথা ছবিৰ নায়িকা।

যিজনী গাভৰুৰ সন্ধানত মোৰ মন ইমান দিনে ব্যাকুল হৈ আছিল সেইজনী মধুছন্দাক সম্মুখত পাই মোৰ কি কৰিম কি নকৰিম যেন লাগিছিল। মই উত্তেজিত হৈ পৰিছিলোঁ। আনন্দত।

মধুছন্দাক লগ পোৱা মোৰ বিশেষ প্ৰয়োজন।

মনৰ আচল ভাৱটো লুকুৱাই কলোঁ: আমি এখেতৰ ঘৰৰ পৰা আহোঁ গৈ। চাহ নাখাওঁ আৰু। বুইছ দেৰেশ।

চাহ মুখুওৱাকৈ দেৰেশে আমাক এৰি দিবলৈ টান পাইছিল। কিন্তু মিছেছ খনিকৰৰ অনুৰোধত অৱশেষত সি মান্তি হ'ল।

"ষ্ব' নেচাৱ তেনেহলে ? গাড়ী কিমান সময়ত পঠিয়াম ?"

"ধৰক, এঘন্টা ডেড়ঘন্টা পিচত।"

মোৰ হৈ মিছেছ্ খনিকৰেই দেৱেশৰ প্ৰশ্নৰ উত্তৰ দিছিল।

দেৱেশৰপৰা বিদায় লৈ আমি মধুছন্দাক অনুসৰণ কৰিলোঁ। মধুছন্দাহঁতৰ ঘৰলৈ যোৱাৰ বাটত ষ্টুডিঅ'টো পাই যুতিমালা আৰু মাকৰ যুগ্ম ছবিখনৰ এনলাৰ্জড্ কপি দুটা ললোঁ। ধুনীয়া হৈছে। এৰাই যোৱা ৰংবোৰৰ চিন নাই। এখন উজ্জ্বল নতুন ছবি। পোষ্টকাৰ্ড চাইজৰ এন্‌লাৰ্জমেণ্ট।

কাৰ ছবি মিছেছ্ কোঁৱৰে সুধিছিল। কলোঁ।

মধুছন্দাই ছবিখনলৈ একেথৰে চাই থাকি কৈছিল: ছোৱালীজনীক ক'ৰবাত দেখিছিলোঁ। কিন্তু পাহৰি গৈছোঁ। ছোৱালীজনীক মোৰ খুউব চিনাকি চিনাকি যেন লাগিছে।

খনিকৰহঁতৰ বহা কোঠাটোত মই আৰু নবৌ। আমাৰ অনুমতি লৈ অকণমান সময়ৰ কাৰণে মধুছন্দা ভিতৰলৈ গৈছিল। কোঠাটোৰ চাৰিওফালে মই এবাৰ দৃষ্টি বুলাই নিলোঁ। চকি, মেজ, মজিয়াত পৰা কাৰ্পেট, বেৰত আঁৰি থোৱা ছবি সকলোবোৰতে সুৰুচিৰ পৰিচয়। শিল্পী মনৰ প্ৰতিফলন।

"কিহে শিল্পী! কি ভাবিছা?"

"শিল্পীতো মই নহওঁৱেই। শিল্পী সুলভ মনোবৃত্তিও মোৰ নাই। শিল্পীলৈ মেগ্‌নিফাইড্ কৰিছিল দেৱেশে। খুউব অস্থায়ী ভাৱে।"

"কিন্তু ধুনীয়া সুযোগ এটা হেৰুৱালোঁ। শৰ্বৰী নিশ্চয় ঘৰত তোমাৰ কথা কব।"

"বিয়াৰ আগতে ককাইদেউৰ কথা ঘৰত আপুনি কি বুলি কৈছিল?"

নবৌয়ে খোচ মাৰি কব খুজিছিল মোক। কিন্তু মোৰ কথাষাৰে নবৌকহে বিন্ধিছিল। তেখেতে কিবা এষাৰ কবলৈ মুখ মেলোঁতেই ভিতৰৰ পৰা ওলাই আহিল মধুছন্দা। হাতত এখন দীঘল ৰেজিষ্টাৰ।

"ঘৰত কোনো নাই। আজি ৰাতিপুৱা তেখেত শিলঙলৈ গ'ল। মোৰো যোৱাৰ কথা আছিল। সন্তিলানখনৰ কাৰণেই

নগলোঁ। আপোনাক লগ পোৱা হ'লে তেখেতে বৰ আনন্দ পালেহেঁতেন।"

"আমাৰেই দুৰ্ভাৰ্গ্য।"

"আপোনাৰ নহয়। তেখেতৰ। আপুনিচোন মনে মনে আছে বাইদেউ।"

"মহনো কি কম? আপোনালোকে কথা পাতিছে। মই শুনিছোঁ।" নবৌয়ে কৈছিল।

"আপুনি নহয় দেই। তুমি।"

"ধন্যবাদ।"

এনেতে ল'ৰা এজনে ট্ৰে এখনত চাহৰ সঁজুলি আৰু তিনিখন প্লেটত এসোপামান খোৱা বস্তু আনি মধুছন্দাৰ সন্মুখৰ টি-পয়খনত থলে। মধুছন্দাই তিনিটা পিয়লাত চাহ চেনী মিহলাই কলে: চাহ এপিয়লা খাই লোৱা যাওঁক। কি কয়?

"নিশ্চয়।" চমুকৈ উত্তৰ দি হাঁহিলোঁ।

নবৌয়ে মধুছন্দাক সহায় কৰিছিল।

তলমূৰকৈ ব্যস্ত থকা মধুছন্দালৈ চাই চাই ভাবিছিলোঁ: উপযুক্তা গাভৰু এজনীকেই ধ্ৰুৱ দুৱৰাই নায়িকা হিচাবে বিচাৰি উলিয়াইছিল।

চাহ-জলপান খোৱাৰ শেষত মধুছন্দাই আৰম্ভ কৰিলে:

ধ্ৰুৱ ককাইদেৱে ছবি তুলিছিল মাত্ৰ তিনিখন। আটাইকেইখনৰে নায়িকা আছিলোঁ মই। আমাৰ কথা ছবি সম্থাটোৰ ভাওন ধৰাৰ কথা আপুনি জানে। দুৱৰা অসমৰ যশস্বীয়েই নহয়; অপ্ৰতিদ্বন্দী শিল্পী। তেখেতৰ প্ৰতি মোৰ অসীম শ্ৰদ্ধা। কি শিল্পী প্ৰতিভা আৰু কষ্ট স্বীকাৰৰ ক্ষমতা! কি কষ্টৰে ককাইদেৱে ছবি কৰিছিল সেই কথা অকল ধ্ৰুৱ ককাইদেৱেহে জানে। সেইবোৰ কথা মনত পৰিলে আজিও মোৰ চকুলো ওলায়।"

মধুছন্দা কোৱাৰ পৰা ক্ষন্তেকৰ বাবে মৌন হৈ ৰ'ল।

মই কোনো প্ৰশ্ন নকৰিলোঁ। ভাবিলোঁ: তুমি ধ্ৰুৱৰ প্ৰেমত পৰিছিলা নেকি? তোমাৰ ৰূপৰ বানত ধ্ৰুৱই নিশ্চয় জুলুকি জুলুকি পানী খাইছিল। এতিয়াই তোমাৰ এই ৰূপ। গাভৰু অৱস্থাত যে আৰু ধুনীয়া আছিলা সেই বিষয়ে মই নিঃসন্দেহ। মোৰ ধাৰণা ধ্ৰুৱজ্যোতি নিশ্চয় মধুছন্দাৰ প্ৰেমত পৰিছিল। কিন্তু বিয়া নহ'ল। সেই বিৰহেই বলিয়ালিৰ কাৰণ নেকি?

"দেশক ভাল পাওঁ বুলি কোৱা অসমত শিৰ ফুটা নেতাৰ অভাৱ নাই। কিন্তু ধ্ৰুৱ ককাইদেউৰ দৰে অসমক ভাল পাবলৈ তেওঁলোকে শিকা নাই। অসমীয়া কলা-কৃষ্টিৰ প্ৰতি থকা অনুৰাগেই উন্মাদ কৰিলে ককাইদেউক। বোলছবি শিল্পৰ উপযোগীকৈ অসমত এদল অভিনেতা অভিনেত্ৰী গঢ়ি তুলিছিল একমাত্ৰ ককাইদেৱে। অসমীয়া স্বভাৱ শিল্পী। কিন্তু বোলছবিৰ কাৰণে অকল শিল্পী হলেই নহয়। কিছুমান বৈজ্ঞানিক কৌশলৰ বিষয়েও জ্ঞান থকা আৱশ্যক। অসমে আজিও কথাছবি শিল্পৰ বাবে অনুকূল অৱস্থা পোৱাহি নাই। গতিকে ককাইদেৱে কথাছবি কৰিবলৈ লোৱা সময়ত পোৱা সুবিধা অসুবিধাৰ কথাটো আপোনাৰ অনুমেয়। কিন্তু তেখেতে কাৰো পৰা স্বীকৃতি নাপালে। চৰকাৰ, ৰাইজ কোনোৱেও তেখেতক স্বীকৃতি দিব খুজিলে। এটা উদাহৰণ দিওঁ:

'নাগপঞ্চমী' খনৰ ইনড'ৰ শুটিং চলি আছে কলিকতাত। অসমত বিশেষকৈ অভিনেত্ৰী বিচাৰি উলিওৱা কি ডাঙৰ কথা সেই বিষয়ে এইবোৰত জড়িত নথকা লোকে বুজি নাপায়। বুজিব নোৱাৰে। অৱশেষত মাক দেউতাকহঁতৰ হাতে-ভৰিয়ে ধৰি তিনিজনী ছোৱালী যোগাৰ কৰা হ'ল। মই, অজন্তা আৰু ইলোৱা। তিনিওজনী সাধাৰণ ছোৱালী। দেহৰ ভাজ নাই। শিল্পীৰ জ্ঞান নাই। অভিনয় কি বস্তু আমি তেতিয়া নুবুজো। অৱশেষত আমাক লৈয়েই ককাইদেৱে গঢ়ি তুলিলে তেখেতৰ ইউনিট। বচন মতাৰ পৰা পদক্ষেপনলৈ শিকোৱাৰ উপৰিও অজন্তাহঁতৰ বাবে মেখেলা চাদৰ যোগাৰ কৰাৰ দায়িত্ব পৰ্য্যন্ত ধ্ৰুৱ ককাইদেউৰ। ইয়ানে আমাৰ

অসমীয়া শিল্পীৰ দুৰৱস্থা। পিন্ধিবলৈ কাপোৰ এখনো নাই। তেনে এজনী ছোৱালীৰ গাতে তেখেতে দেখিছিল শিল্পীৰ সম্ভাৱনা। সৃষ্টিৰ স্বপ্ন।

কলিকতাৰ কাম আমাৰ প্ৰায় শেষ হওঁ হওঁ। কেইদিনমান পিচতে আমি অসমলৈ উভতি অহাৰ কথা। সম্পাদনা আৰু আন আন কামৰ বাবে ককাইদেউ থাকিব। আমি গুচি আহিম। এয়েই আছিল আমাৰ কাৰ্য্যসূচী।

অসমীয়া শিল্পীয়ে ধন নিবিচাৰে। ধনী হ'ব নোখোজে। কিন্তু খাই জীয়াই থাকিবলৈ ভাত এমুঠি বিচাৰে। ককাইদেউৰ জেপ তেতিয়া প্ৰায় উদং। হাতত অলপ কেইটামান মাথোন টকা আছে। তেখেতে নিজে বজাৰ কৰে। শাক-পাচলি, আলু-বেঙেনাৰ মোনা কঢ়িয়াই আনে। নতুন নতুন চেটৰ পৰিকল্পনা কৰে। চেটলৈ দৌৰ মাৰে। তাৰ মাজতে আজৰি উলিয়াই টাইটেল মিউজিক আদিৰ কথা চিন্তা কৰে।

হঠাতে অজন্তাৰ এদিন অসুখ হ'ল। সাধাৰণ অসুখ। চুটিং বন্ধ। তেতিয়া আমাৰ এটা শ্বটেই মাথোন বাকী আছিল। অজন্তাৰ মৃত্যুশয্যাৰ শ্বট। শেষ শ্বট! কিন্তু অজন্তাৰ অসুখে আমাৰ কাৰ্য্যসূচী ওলট-পালট কৰি দিলে। ককাইদেউ ডাক্তৰৰ ওচৰলৈ যায়। ঔষধ আনে। পথ্য কিনে। মই আৰু ইলোৰাই অজন্তাক শুশ্ৰূষা কৰোঁ।

অৱশেষত অজন্তাৰ সেই সাধাৰণ অসুখটোৱে এদিন বিভীষিকাৰ ৰূপ লৈ উঠিল। অজন্তাৰ অসুখ যিদিনা আটাইতকৈ বেছি সেই দিনাৰ কথা। ককাইদেউৰ হাতত সিদিনা মাত্ৰ এশ নে দুশ টকাহে আছিল। দেউতাকলৈ টকা অলপ পঠিওৱাৰ কথা লিখিছিল। কিন্তু তেতিয়াও টকা আহি পোৱা নাই।

ডাক্তাৰে ব্যৱস্থা বিধি লিখি দিলে। আটাইখিনি ঔষধ কিনিবলৈ প্ৰায় ষাঠি সত্তৰ টকাৰ প্ৰয়োজন। ৰাতিপুৱালৈ আমাৰ চাউল

ডাইলৰ খৰচ। ককাইদেৱে ভাবিছে: কি কৰিব। ক'ৰ পৰা টকা কেইশমান ধাৰলৈ লব পাৰি।

এনেতে আমাৰ ক্লেটৰ দুৱাৰত টোকৰ পৰিল।

ককাইদেউৰ কথামতে মই উঠি গৈ দুৱাৰ খুলি দিলোঁ। দুৱাৰ দলিত থিয় হৈ আছে চাউণ্ড ইঞ্জিনিয়াৰ গোপেশ গাঙ্গুলী। ভিতৰত অচেতন অজন্তা। কাষত ইলোৱা। অলপ দূৰত চিন্তাক্লিষ্ট ককাইদেউ।

গাঙ্গুলী ভিতৰলৈ সোমাই আহিল। পাতনি নোহোৱাকৈয়ে ককাই-দেউকক কলে: মিঃ দুৱৰা! আজকে কিছু টাকা চাই।

"কিমান?"

"এই ধৰুণ তিন চাৰ শো।"

"আজি সিমান টকাতো দিব নোৱাৰিম। কাইলৈ বা পৰহিলৈ নিব।"

ককাইদেউৰ কথা শুনি গাঙ্গুলী জুইৰ ফিৰিঙতি ছিটিকাৰ দৰে চিটিকি উঠিল। দৃঢ় কণ্ঠে দাবী কৰিলে: টকা তেওঁক লাগিবই। মদ খাবলৈ গাঙ্গুলীক টকা লাগে।

ককাইদেৱে গাঙ্গুলীক অৱস্থাটো বুজাবৰ যত্ন কৰিলে। কিন্তু লাভ একো নহ'ল। গাঙ্গুলীৰ যি ইচ্ছা তাকে কবলৈ আৰম্ভ কৰিলে: কথাছবি নিৰ্ম্মাণ কৰা ল'ৰা ধেমালি নহয়। টকা নাই যদি এইবোৰত হাত নিদিলেই হ'ল।

গাঙ্গুলীৰ কথা শুনি ককাইদেউ খঙত কঁপিবলৈ ধৰিলে। চিঞৰি উঠিল: শ্বাটআপ্ মিঃ গাঙ্গুলী। আপোনাৰ লগত মোৰ কোনো কন্‌ট্ৰাক্ট্ নাই। গ' এণ্ড প্লেচ ইউৰ ডিমাণ্ড টু দি ষ্টুডিঅ' মেনেজাৰ। এয়া মোৰ প্ৰাইভেট চেম্বাৰ। অফিচ ৰুম নহয়।

তাৰ পিচত ককাইদেৱে ফোনটো লৈ পুলিচলৈ ফোন কৰিবলৈ লৈছিল। মই ফোনটো আজুৰি আনিলোঁ। গাঙ্গুলীক এশ টকা দিয়াৰ কথা কলোঁ।

"নেভাৰ। নট এ চিঙ্গল ফাৰ্দ্দিং আই শ্বাল পে টু হিম। ৰেডাৰ আই শ্বাল হেণ্ড ওভাৰ হিম টু পলিচ।"

ককাইদেউৰ ৰঙা চকু দেখি ময়ো পেপুঁৱা খাই গলোঁ। গাঙ্গুলী সেমেনা সেমেনিকৈ গুলাই গ'ল।

"গাঙ্গুলীয়ে যদি আপোনাৰ চাউণ্ড ৰেকৰ্ডিঙত বিজুতি ঘটায়; কি কৰিব ?" সুধিছিলোঁ।

"মই ইমান বুৰ্ব্বক নহওঁ নহয়। চাউণ্ড ৰেকৰ্ডিঙৰ জ্ঞান নাথাকিলেও ভাল বেয়া বুজিব পৰা ক্ষমতা মোৰো আছে।"

তাৰ পিচত শান্ত হৈ পৰা ককাইদেউজনক বৰ অসহায় যেন মোৰ অনুমান হৈছিল। পৰ মুখাপেক্ষীৰ কাৰণে এই অপমান চিৰদিনীয়া। ককাইদেউৰ চকু দুটাই কান্দিছিল। স্বাৱলম্বী হ'ব নোৱাৰাৰ বেদনাত। মোৰ এনে ইচ্ছা হৈছিল: মই যেন নিজক বিক্ৰী কৰি হলেও অন্ততঃ দুশ টকা ককাইদেউৰ হাতত দিম। কম: এয়া নিয়ক ককাইদেউ। অইন নহ'লেও ইয়াৰে আমি আৰু এদিন চলিব পাৰিম। অজন্তাৰ ঔষধখিনি কিনিব পাৰিম। ইন্‌জেকশ্যন কেইটা দিয়াব পাৰিব।

কিন্তু টকা পোৱাৰ কেনো উপায় নাই।

মোৰ গলত এডাল চেইন আৰু হাতত দুপাট চুৰি আছিল। ককাইদেৱে নেদেখাকৈ অলঙ্কাৰ কেইপদ খুলি ভাবিছিলোঁ: ককাইদেউক দিলে জানো লব? তাতকৈ কোনোবা এজনৰ সৈতে গুলাই গৈ মই নিজে বিক্ৰী কৰি দিম।

তেতিয়া সন্ধিয়া নামিছে। সেই সময়ত আনৰ সৈতে মই বাহিৰলৈ যোৱাটো ককাইদেৱে ভাল নাপাব। ইউনিটৰ কোনোবা এজনৰ হতুৱাই অলঙ্কাৰখিনি বিক্ৰী কৰাৰো উপায় নাছিল। টকাৰ অভাৱৰ কথা যেন শিল্পীসকলে নাজানে। তাৰ বাবে ককাইদেউ সদায় সতৰ্ক। কাৰোবাৰ হতুৱাই অলঙ্কাৰ বিক্ৰী কৰাৰ কথা ককাইদেৱে শুনিবলৈ হ'লে মোক সুদাই নেৰে।

নিৰুপায় হৈ ককাইদেউকে মই কৈছিলোঁ: মোৰ অলঙ্কাৰখিনি বিক্ৰী কৰি দিয়ক। কিন্তু ভাবিবলৈ মোৰ অৱসৰ নহ'ল যে সেই কথাষাৰে তেখেতৰ অন্তৰত কি মৰ্ম্মান্তিক আঘাত দিব!

এটা নিশা পাৰ হৈ গ'ল।

অজন্তাৰ অৱস্থা উদ্বেগজনক।

ৰাতিপুৱা ককাইদেউক আকৌ অনুৰোধ কৰিলোঁ। কৃত্রিম খং দেখুৱাই কলোঁ: আপুনি মোৰ অনুৰোধ নাৰাখিলে ঘৰলৈ মই তাঁৰ পঠিয়াম। মোক যেন বেগতে লৈ যায় হি।'

মোৰ তাঁৰ পাই ঘৰৰ পৰা কোনো নাহে। মই জানো। ককাইদেৱেও জানে। কাৰণ মা দেউতাই মোতকৈও ককাইদেউক বিশ্বাস কৰে বেছি। গতিকে তাঁৰ কৰিলে মই খনিকৰলৈ কৰিম বুলি ভয় দেখুৱালোঁ। খনিকৰৰ লগত মোৰ বিয়া হ'ব। এই কথা আমাৰ ঘৰৰ সকলোৱে জানে। ককাইদেৱেও গম পায়।

মধুছন্দা থমকি ৰ'ল। দীঘলকৈ উশাহ এটা ললে।

"তাৰ পিচত?" সুধিলোঁ।

ভাবিলোঁ: ধ্রুৱক তেনেহলে তুমি ভাল পোৱা নাছিলা? ধ্রুৱ তোমাৰ প্রেমত পৰা নাছিল?

"অৱশেষত ককাইদেউ বাধ্য হ'ল। হাৰ আৰু চুৰি দুপাট লৈ ককাইদেউ ওলাই গ'ল। আনন্দত মোৰ চকু পানী বৈ আহিল। কৃতজ্ঞতাত মনটো ভৰি পৰিল। প্রকৃত শিল্পী, দেশপ্রেমিক এজনক নিঃসহায় অৱস্থাত এইকণ সহায় কৰিবলৈ পোৱাটো যেন মোৰ সৌভাগ্য। অ' ক'বলৈ পাহৰিছোঁ: গাঙ্গুলী আঁতৰি যোৱাৰ পিচতে আমাৰ ইউনিটৰ শিল্পী এজনে তাঁৰ এখন পাইছিল। দেউতাকৰ অসুখ। ককাইদেৱে দুশ টকা দি শিল্পীজনক তেতিয়াই অসমলৈ পঠিয়াই দিছিল।

অলপ পিচত ককাইদেউ আকৌ ক্লেটলৈ উভতি আহিল। হাতত ঔষধ আৰু অজন্তাৰ পথ্য। অলঙ্কাৰখিনি বিকি কিমান টকা পাইছিল মোক কৈছিল। আৰু কৈছিল: ডাক্তৰ এতিয়াই পাবহি। দুটা বেজী লোৱাৰ পিচত চেতনা ফিৰাই পোৱাৰ আশা আছে।

ককাইদেৱে কথা কেইষাৰ শেষকৈ কোৱাৰ লগে লগে দুৱাৰত টোকৰ পৰিল। ভাবিলোঁ ডাক্তৰ। কিন্তু ডাক্তৰ নহয়। পিয়ন।

এখন টেলিগ্ৰাম মণিঅৰ্ডাৰ। পাঁচশ টকাৰ। কুপনখনত লিখিছে ঃ দহ হেজাৰ টকাৰ বেঙ্ক ড্ৰাফ্‌ট্‌ আজি পঠিয়ালোঁ।

দহ টকীয়া নোট জাপ হাতত লৈ ককাইদেউ থৰ হৈ ৰ'ল ; যেন এটা প্ৰস্তৰ মূৰ্ত্তি।

তাৰ বিশ মিনিট মান পিচত ডাক্তৰ আহিছিল। কিন্তু ডাক্তৰৰ আৰু আৱশ্যক নহ'ল। তাৰ আগতে অজন্তা আঁতৰি গৈছে।

আমি কান্দিলোঁ। ককাইদেউ নিশ্চল হৈ ৰ'ল। ইউনিটৰ আটাইবোৰ শিল্পীৰে চকু মুখ সেমেকা। মলিন···

"বেচেৰী!"

নবৌৰ মুখেৰে আপোনা আপুনি বৈ আহিল।

মই নবৌৰ চকুলৈ চালোঁ। নবৌয়ে কান্দিছে। মধুছন্দাৰ চকুত চকুলো।

আমাৰ কাৰো মুখত মাত নাই। কেইটামান মৌন মুহূৰ্ত্ত।

চকুপানী মচি মধুছন্দাই পুনৰ আৰম্ভ কৰিলে ঃ অজন্তাৰ লবলগীয়া শ্বট এটা বাকী আছিল। ৰোগ শয্যাৰ শ্বট। মৃত্যুৰ শ্বট। সেই মৃত্যু অভিনয়ৰ মৃত্যু।

কিন্তু কৃত্ৰিম মৃত্যুৰ শ্বট লোৱাৰ আগেয়ে সঁচা মৃত্যুৰ চেটত থিয় হ'ল অজন্তা। সেই চেট অভিনয়ৰ নহয়। মঞ্চৰ নহয়। জীৱন নাটৰ সঁচা চেট। জীৱনক চিৰদিনলৈ হেৰুওৱাৰ শ্বট।

আমাৰ শেষ শ্বটটোও এদিন লোৱা হ'ল। বেক আৰু চাইড ভিউৰে অজন্তাৰ অভিনয় কৰিলোঁ মই। সংযোগ ৰক্ষাৰ কাৰণে আগৰ শ্বটবোৰত অজন্তাই পিন্ধা কানি-কাপোৰবোৰ পিন্ধি পিন্ধি ভাবিছিলোঁ ঃ অভিনয়ৰ মৃত্যুৰ শ্বট লোৱাৰ আগতে তুমি গুচি গ'লা অজন্তা। আৰু এয়া মই তোমাৰ মৃত্যুৰ পিচত তোমাৰেই মৃত্যুৰ অভিনয় কৰিছোঁ।

কলিকতাত আমাৰ কাম শেষ হ'ল। আগৰ কাৰ্য্যসূচী মতে আমি গুচি আহিম। কলিকতাত বাকী কামৰ বাবে থাকিব ককাইদেউ। কিন্তু থাকিব নোৱাৰিলে। আমাৰ লগতে অসমলৈ গুচি আহিল।

আমি হাঁহি হাঁহি কলিকতালৈ গৈছিলোঁ। আৰু এদিন কান্দি কান্দি পালোঁহি অসম। সেই কান্দোন পৰাজয়ৰ। অজন্তাক হেৰুওৱাৰ।

ককাইদেৱে কৈছিল: অজন্তাৰ মাক দেউতাকক মই কি বুলি সান্ত্বনা দিম? কি কম? তেওঁলোকৰ চকুলো মই কেনেকৈ চাই থাকিম?

কিন্তু হেজাৰ যত্ন কৰিও যাক বাধা দিব নোৱাৰোঁ শান্তভাৱে তাক মানি লোৱাৰ বাহিৰে আমাৰ জ্ঞানো আন কিবা উপাই আছে?

অজন্তাৰ মৃত্যুৰ বাতৰিটো প্ৰথমে মাক-দেউতাকৰ ওচৰলৈ কঢ়িয়াই আনিছিল কেইটামান চেপটা আখৰে। সিদিনা মাক-দেউতাকে কান্দিছিল। কান্দি কান্দি সুস্থিৰ হবৰ চেষ্টা কৰিছিল। তেনে অৱস্থাতে কলিকতা এৰি আমি পালোহি অসম। দোষী দোষী মনোভাৱ এটা লৈ ককাইদেউ অজন্তাৰ মাক-দেউতাকৰ ওচৰলৈ গ'ল।

"মৃত্যুত আমাৰ হাত নাই। তুমি নহৈ মই হোৱা হলেও মই সিদিনা অজন্তাক মৃত্যুৰ মুখৰপৰা আঁতৰাই আনিব নোৱাৰিলোহেঁতেন। কিন্তু অজন্তাৰ মৃত্যুই মোক যিমান আঘাত দিছিল তাতকৈ বেছি আঘাত দিছে মানুহৰ কুৎসা ৰটনাই। মানুহৰ জঘন্য ধাৰণাই। কিন্তু তুমি মোক ভুল নুবুজিবা ধ্ৰুৱ। তোমাৰ ওপৰত মোৰ সম্পূৰ্ণ বিশ্বাস আছে। মানুহৰ কথা শুনি ভাঙি নপৰিবা। তোমাৰ কৃতকাৰ্য্যতাইহে অজন্তাৰ মৃত আত্মাক শান্তি দিব পাৰিব।"

এয়া অজন্তাৰ দেউতাকৰ কথা।

মানুহে ৰটনা কৰা অশ্লীল কাহিনীটো এদিন আমিও শুনিছিলোঁ; অজন্তাৰ দেউতাকৰ মুখত নহয়। আনৰ মুখত। কথাটো ককাইদেৱেও জানিলে। সন্তান সম্ভৱা অজন্তাক হত্যা কৰা হ'ল। ককাইদেৱে হত্যা কৰাৰ প্ৰচেষ্টা কৰিছিল অজন্তাৰ গৰ্ভৰ ভ্ৰূণ। কিন্তু সেই ভ্ৰূণহত্যাৰ প্ৰতিক্ৰিয়াই অজন্তাৰ জীৱনলৈ মাতি আনিলে মৃত্যু।

মহিলা শিল্পীৰ প্ৰতি মানুহৰ জঘন্য মনোবৃত্তি দেখি আমিও সিদিনা কান্দিলোঁ। মানুহৰ ধাৰণা: নিসম্বল অজন্তাৰ দেউতাকৰ মুখখন ককাইদেৱে বন্ধ কৰি থৈছিল টকাৰে। নিজৰ গাভৰু জীয়েকক বিক্ৰী কৰি অজন্তাৰ দেউতাকে উলিয়াইছিল জীৱিকা। কিন্তু আমি জানোঁ: ধ্ৰুৱ তুৰৱা আকাশৰ ধ্ৰুৱতৰা। চৰিত্ৰৰ জেউতিয়ে ধ্ৰুৱৰ জেউতি। জীৱনৰ একমাত্ৰ মূলধন। মানুহৰ কথাবোৰত অজন্তাৰ দেউতাক আৰু আমাতকৈ ককাইদেৱে আঘাত পাইছিল বেছি। আজীৱন সুন্দৰৰ পূজাৰী অজন্তাৰ দেউতাকৰ এই অপযশত ককাইদেউ চট্‌ফটাই উঠিল। দান আৰু ত্যাগেৰে অজন্তাৰ দেউতাকে নিজৰ জীৱনলৈ কিনি আনিলে কলঙ্ক। অপযশ। সঁচাকৈয়ে যদি ধ্ৰুৱ ককাইদেৱে অজন্তাক হত্যাও কৰিলেহেঁতেন তেন্তে সেই ধ্ৰুৱ ককাইদেউতকৈও বেছি দোষী অসমীয়া ৰাইজৰ মনোবৃত্তি। ধ্ৰুৱ ককাইদেউ হয়তো হ'লহেঁতেন এজনী গাভৰুৰ হত্যাকাৰী। কিন্তু এইজাক ৰাইজ এজনী গাভৰুৰ হত্যাকাৰী নহয়। হত্যাকাৰী: হেজাৰ হেজাৰ গাভৰুৰ। জাতীয় কৃষ্টি আৰু সংহতিৰ। এজন নিৰাপৰাধীয়ে কঢ়িয়াব লগা হ'ল আজীৱন দুখৰ বোজা। কলঙ্কৰ স্মৃতি। কিন্তু যিসকল প্ৰকৃততে দোষী সেই ৰাইজৰ গাত এডাল কাঁইটৰ আঁচোৰো নালাগিল।..."

আমাৰ উপস্থিতিৰ কথা যেন মধুছন্দাই পাহৰি গৈছিল। পাহৰি গৈছিল কাল আৰু পাত্ৰ।

"কথা এটা সুধিব খুজিছোঁ। তুৰৱাক সুস্থ কৰিবলৈ হ'লে সেই বিষয়ে জনা মোৰ বিশেষ প্ৰয়োজন। অৱশ্যে তুৰৱাক সুস্থ কৰিব পাৰোঁ নে নোৱাৰোঁ ক'ব নোৱাৰোঁ। কিন্তু চেষ্টাৰ ত্ৰুটি মই কেতিয়াও নকৰোঁ। কথা এটা সোধোঁ। আশাকৰোঁ বেয়া নাপাব।"

"নিশ্চয় নাপাওঁ। আপোনাৰ যি ইচ্ছা তাকে সুধিব পাৰে। ইয়াত বেয়া পোৱাৰ প্ৰশ্ন নাই। নিজৰ জীৱন দি হ'লেও তেখেতক সুস্থ কৰিবলৈ মই প্ৰস্তুত। ক্ষমা কৰিব; আপুনি হয়তো ভাবিব পাৰে: আমাৰ মাজত নিশ্চয় কিবা দুৰ্ব্বলতা আছে। কাৰণ মই

নাৰী। তেখেত পুৰুষ। কিন্তু আমাৰ মাজত কোনো দুৰ্ব্বলতা নাছিল। আছিল ককাই ভনীৰ মৰম, স্নেহ। মোতকৈ তেখেতৰ জীৱনৰ দাম বহুত বেছি। মোৰ এই মূল্যহীন জীৱনটোৱে অমূল্য জীৱন এটা কিনাৰ লোভ কেৱে কেতিয়াও সামৰিব নোৱাৰে। এমুঠি পিতলৰ মণিৰে সোণৰ হাৰ এডাল কিনাৰ ইচ্ছা কাৰ নাই ?"

"কোনোবা বিশেষ নাৰী অথবা অভিনেত্ৰীৰ প্ৰতি ভুৱৰাৰ দুৰ্ব্বলতা থকাৰ কথা আপুনি কিবা জানে নেকি ?"

"জানোঁ। কাৰো প্ৰতি তেখেতৰ তেনে বিশেষ দুৰ্ব্বলতা নাছিল। সকলোৰে প্ৰতি আছিল সমান স্নেহ। মৰম। সৰল সহজ মৰম মৰম লগা ব্যৱহাৰ। আপুনি মোক বিশ্বাস কৰিলে সুখী হম। নকৰিলেও মোৰ আপত্তি নাই।"

মধুছন্দা কোৱাৰ পৰা থমকি ৰ'ল।

মই নীৰৱ। নবৌৰ চকুত কৌতুহল।

মই এটাৰ পিচত আন এটা চিগাৰেট হুপিছোঁ।

মধুছন্দাই যে ভুৱৰক ভাল পোৱা নাছিল সেই বিষয়ে মোৰ ধাৰণা তেতিয়া দৃঢ় হৈ পৰিছে। মধুছন্দাই ভুৱৰক গভীৰ ভাৱেই ভাল পায় সঁচা। কিন্তু তাত কোনো যৌন-গোন্ধ নাই। আছে ককাই-ভনীৰ পৱিত্ৰ মৰম, স্নেহ। নহ'লে ইমান স্পষ্টকৈ মধুছন্দাই কথাবোৰ কেতিয়াও ক'ব নোৱাৰে। মনৰ মাজত দুৰ্ব্বলতা থকা হ'লে কথাবোৰ কৈ যাওতে ইমান সাহসী কেতিয়াও হ'ব নোৱাৰিলেহেঁতেন। কঁপা মাত আৰু ওঠ দুটাই সেই কথা প্ৰমাণ কৰি দিলেহেঁতেন: মধুছন্দাই সঁচা কোৱা নাই। মিছা কৈছে।

"আপোনাৰ বহু সময় মই নষ্ট কৰিছোঁ।"

নিস্তব্ধতা ভাঙি মধুছন্দাই কোৱা কথাষাৰত ক্ষমা প্ৰাৰ্থনাৰ সুৰ।

আপুনি মোৰ সময় নষ্ট কৰা নাই। বৰং সময়ৰ সদ্ব্যৱহাৰ কৰাৰ সুযোগ দিছে। আপোনাৰ কথাবোৰ মোৰ যথেষ্ট কামত আহিব।"

"নাগপঞ্চমীৰ প্ৰিমিয়াৰ শ্ব'ৰ দিনাখন তেখেতে হুক্ হুক্কৈ কান্দিছিল। মৃত্যুৱে অজন্তাই সৃষ্টি কৰি থৈ গ'ল অমৰ চৰিত্ৰ।

ককাইদেৱে সিদিনা কান্দিছিল অজন্তাৰ মৃত্যুত নহয়। অজন্তাৰ মিছা অপযশৰ লাঞ্চনাত। আমি লক্ষ্য কৰিছিলোঁ: ককাইদেউৰ আগৰ উদ্যম যেন আৰু নাই। সদায় মন মৰা ভাৱ। নাগপঞ্চমীৰ পিচতে লব খোজা কাহিনীটোও বাকচতে পৰি থাকিল। এদিন মই তেখেতৰ পৰা পঢ়ো বুলি লৈ আহিলোঁ। ককাইদেৱে আপত্তি নকৰিলে। কিন্তু ছবি আৰু কৰা নহ'ল। সেই কাহিনী লিপিবদ্ধ কৰা বহীখন বিচাৰিও ককাইদেউ মোৰ ওচৰলৈ নাহিল। অসুখৰ খবৰ পাই মইহে এদিন ককাইদেউৰ ওচৰলৈ গৈছিলোঁ। মোক দেখিয়েই ককাইদেৱে মোক নেলুত টিপি ধৰিবলৈ খেদি আহিল। তাৰ পিচৰ কথাবোৰ আপুনিতো জানেই।"

"হাতত লব খোজা ছবিখনৰ কাহিনীটোৰ বিষয় বস্তু কি আছিল বাৰু?"

"সেই বিষয়েও আপনাক কোৱাৰ মোৰ ইচ্ছা আছিল। কিন্তু বহুতো বেলি হৈ গ'ল। আপোনালোকক নিবলৈ গাড়ী আহি পায়হে লাগে। বাইদেৱে চাগে মোক কথাবোৰ শুনি আমনিয়ে পাইছে।"

"তুমি যদি তেনেদৰে ভাবিছা তেন্তে মোৰ উপস্থিতিৰ কথা পাহৰি যোৱা। ধৰি লোৱা তোমালোকৰ ওচৰত তৃতীয় ব্যক্তি কোনো নাই। কিন্তু কথাবোৰ শুনি সঁচাকৈয়ে মোৰ বৰ ভাল লাগিছে আৰু শুনিবলৈ মন গৈছে।"

ঠিক মোৰ মনৰ কথাখিনিকে যেনে নবৌয়ে প্ৰকাশ কৰি কৈছিল। কলোঁ: গাড়ী আহিলে ৰখাই থম। কিন্তু আপোনাৰ যদি কোনো অসুবিধা বা আপত্তি···।

কথাষাৰ শেষকৈ কোৱাৰ আগতে বৈ যোৱা গাড়ী এখনে পোঁপা বজোৱাৰ শব্দ আমাৰ কাণত পৰিলহি।

"সেয়া গাড়ী আহিলেই। আপোনালোকক আৰু আমনি নিদিওঁ। এই বহীখন লৈ যাওঁক। ইয়াতেই কাহিনীটো লিখা আছে। আপোনাৰ সুবিধা অনুসৰি মোলৈ পঠিয়াই দিব। ৰ'ব—বহীখনতে মোৰ ঠিকনাটো লিখি দিওঁ।"

মধুছন্দাই বহীখনৰ প্ৰথম পাতখিলাতে নিজৰ ঠিকনাটো লিখিবলৈ লৈছিল।

এনেতে ভিতৰলৈ সোমাই আহিল দেৱেশ।

"তহঁতৰ যাবৰ হোৱা নাই পলাশ?"

"বহক। হৈছে বাৰু।"

লিখাৰ পৰা মূৰ নোতোলাকৈয়ে মোৰ হৈ উত্তৰ দিছিল মধুছন্দাই।

আমি আহি ঘৰ পাওঁতে নিশা দহ বাজিছিল।

মধুছন্দাই দিয়া বহীটো আৰু যুতিমালাহঁতৰ ছবি দুখন মোৰ চুটকেচটোতে ভৰাই থলোঁ।

দিন বাগৰি গৈছিল।

ঘৰখনত আবদ্ধ হৈ থাকি মোৰ সিমান বেয়া লগা নাছিল।

নবৌৰ কথাবোৰত মৰম। ব্যৱহাৰত মৰম। মোক যেন নবৌয়ে মৰমৰ মহাসাগৰতহে ডুবাই ৰাখিব। সেই মৰমে মোক বন্দী কৰি ৰাখিব খুজিছিল তেখেতৰ ওচৰত, আৰু কৰ্ত্তব্যৰ দায়িত্বই টানি নিব খুজিছিল ঘৰখনৰ পৰা বাহিৰলৈ।

ইতিমধ্যে চুটীৰ সৰহখিনি দিনেই পাৰ হৈ গৈছিল।

চুটী লোৱাৰ সময়তেই ভাবিছিলোঁ: এবাৰ যোৰহাটলৈ যাম। সেউজীৰ খবৰ বাতৰি লম। কিন্তু ঘৰ পোৱাৰ লগে লগে ক'ৰবাৰ পৰা এসোপামান এলাহে আহি মোক হেঁচা মাৰি ধৰিছিল। মৰমে মানুহক এলেহুৱা কৰে নেকি জানো! মনটোৱে যুক্তি দিছিল: মই সেউজীৰ ওচৰলৈ যোৱা জানো উচিত? সেউজীক জানো ঘৰত গৈ পাম? ইতিমধ্যে অনুপম আৰু স্মৃতিকণা যদি ঘৰলৈ আহিছে; তেওঁলোকে মোক দেখি কি ভাবিব বাৰু? যদি ভাবে সেউজীৰ প্ৰতি মই দুৰ্ব্বল? অন্তৰৰ কোনোবা খিনিত লুকাই আছে তাইৰ প্ৰতি মোৰ গভীৰ ভালপোৱা? অশ্লীল কামনা?

মোৰ সপোনটো জানো সঁচা ? সেউজী সঁচাকৈয়ে অন্তঃস্বত্বা নেকি বাৰু ?

অৱশেষত মনক সান্ত্বনা দিছিলোঁ। যোৰহাটলৈ যোৱাৰ মোৰ কোনো যুক্তি নাই। তাতকৈ অসমৰ একমাত্র বলীয়া ফাটেকখনৰ বিষয়ে কিছু কথা জনা মোৰ প্রয়োজন। সেইখন বলিয়া হাস্পাতাল নে বলিয়া ফাটেক ? তাৰ বন্দীসকলক কেনেদৰে ৰখা হয়, চিকিৎসাৰ কিবা ব্যৱস্থা আছে নে নাই, সেই বিষয়ে মই নাজানোঁ। তেজপুৰলৈ কেবাবাৰো গৈছোঁ। বাহিৰৰ পৰা ফাটেকখন দেখিছোঁ। কিন্তু ভিতৰখন দেখা নাই। সোমাই চোৱা নাই। অৱশ্যে ভিতৰত সোমাই চোৱাৰ আগ্রহ আৰু সুবিধাও নাছিল।

এদিন আহি তেজপুৰ পালোঁ। জেল কর্তৃপক্ষৰ লগত কথা-বতৰা হৈ সকলো কথাৰে ভূ-ভা ললোঁ। ভিতৰত সোমাই কয়েদীবোৰক ঘূৰি ঘূৰি চালোঁ।

মোৰ অনুমানটোয়ে সঁচা। এইখন বলিয়া হাস্পাতাল নহয়। পগলা ফাটেক। চিকিৎসাৰ নামত ৰোগীসকলক বেতোৱা হয়। অমানুষিক শাস্তি দিয়া হয়। কর্তৃপক্ষৰ বিধি ব্যৱস্থাবোৰ দেখি মোৰ বৰ বেয়া লাগিল। মনৰ মাজৰ মানুহটোয়ে মোক প্রশ্ন কৰিলেঃ আমি স্বাধীনতা পালোঁ। এইখন স্বাধীন দেশৰ বলিয়া ফাটেক নে বলিয়া হাস্পাতাল ? ইয়াৰ বিধি ব্যৱস্থাবোৰৰ বাবেই নেকি সুস্থ হৈ ওলাই যোৱা কয়েদীসকল কেইমাহমান পিচত আকৌ উভতি আহে ? আৰোগ্যৰ সম্ভাৱনা থকা ৰোগীসকলেও দুৰাৰোগ্য মূৰৰ বিকৃতিত ভোগে ?

সেমেকা মন এটা লৈ ওলাই আহিলোঁ। ভাবিছিলোঁ ডাক-বঙলালৈ গৈ চাহ এপিয়লা খাম। এতিয়া ঘৰলৈ উভতি যোৱাৰ সময় নাই। কাইলৈ ৰাতিপুৱা ঘৰলৈ যাম গৈ। কিন্তু অলপ দূৰ আহিয়েই থমকি ৰলোঁ। বাটৰ কাষৰ গছ এজোপাৰ তলত এজন মানুহ। আদহীয়া। উচুপি উচুপি কান্দিছে।

কি হ'ল (?) মানুহজনে কিয় তেনেদৰে কান্দিছে জানিবলৈ

মনটো মোৰ কৌতুহলী হৈ পৰিল। মৰম সনা মাতেৰে সুধিলোঁ ঃ মানুহজনৰ কি হৈছে ? কিয় তেনেদৰে কান্দিছে ?

কিন্তু মোৰ প্ৰশ্নলৈ মানুহজনৰ কোনো ভ্ৰূক্ষেপ নাই। উচুপি উচুপি কেৱল কান্দিছেহে। মই নিৰাশ হৈ পৰিলোঁ যদিও হতাশ নহলোঁ। বেদনাত সহানুভূতি দেখুৱাওতাজনৰ প্ৰতি ব্যথাতুৰজনো সহানুভূতিশীল হৈ পৰে। এয়া মানুহৰ সাধাৰণ স্বভাৱ। মানুহজনক কিবা কিবি সান্ত্বনা দিলোঁ। তেনেদৰে ফেঁকুৰি কন্দাৰ কাৰণটো জানিবলৈ বিচাৰিলোঁ। কোনোবা জেপ লুকুকাই জেপ লুকুকিলে নেকি সুধিছিলোঁ।

সেয়া কান্দোন জেপ লুক্কাৰ কান্দোন নহয়। জানোঁ। কিন্তু কিবা এটা নুসুধিলে আচল কথাটো ন্যোলায়।

অৱশেষত মানুহজনৰ উচুপনিটো বন্ধ হৈছিল। মোৰ আশ্বাস পাই কওঁ নকওঁ কৈ কৈছিল ঃ মানুহজনৰ ঘৈণীয়েকজনী ঢুকাল। বিশ বছৰ আগতে গাভৰু ঘৈণীয়েকজনীক মানুহজনে নিজেই এদিন আনি থৈ গৈছিল বলিয়া ফাটেকত। মানুহজন মাজে সময়ে আহে। ঘৈণীয়েকৰ বা-বাতৰি লয়। কানি-কাপোৰ দিয়ে। এনেদৰেই দিনবোৰ বাগৰি গৈছিল। আজিও ঘৈণীয়েকৰ কাৰণে কাপোৰ এসাজ লৈ আহিছিল। কিন্তু ঘৈণীয়েকজনী নাই। এমাহ আগতে ঢুকাল। আজি ইয়ালৈ আহিলতহে খবৰ পাইছে।

মানুহজনৰ দুখৰ কাহিনীটো শুনি মোৰো বেয়া লাগিল।

কিবা কিবি কৈ সান্ত্বনা দিবৰ যত্ন কৰি মৰো বনৰ ওপৰত মানুহজনৰ কাষতে বহি পৰিলোঁ। মোক তেনেদৰে বহি পৰা দেখি মানুহজনে আচৰিত হৈ মোৰ মুখলৈ চালে। মোৰ গাত দামী সাজ। চাহাবী পোছাক। এজন সাধাৰণ গাৱঁলীয়া মানুহৰ ওচৰত মই তেনেদৰে বনৰ ওপৰত লেপেটা কাঢ়ি বহাত সকলোৰে বিসদৃশ লগাটো স্বাভাৱিক।

মানুহজনক মই কিবা কিবি প্ৰশ্ন কৰিছিলোঁ। এনেয়ে। সেই প্ৰশ্নবোৰ কিয় কৰিছিলোঁ মই নিজেই নাজানোঁ। যৰ কওঁ ?

নাম কি? ঘৈণীয়েকজনী কেনেকৈ বলিয়া হ'ল? ল'ৰা-ছোৱালী আছে নে নাই? ইত্যাদি।

মোৰ ভিতৰত সহানুভূতিশীল মন এটাৰ পৰিচয় পায়েই নেকি জানো মানুহজনে মোৰ আটাইবোৰ প্ৰশ্নৰে উত্তৰ দি গ'ল। মানুহজনৰ নাম অৰ্জ্জুন। ঘৰ যোৰহাটৰ ৰঙাই হাবি বাগিছাত। কিন্তু ৰঙাই হাবি এৰি অহাৰো পঁচিশ ত্ৰিশ বছৰ হ'ল। ল'ৰা-ছোৱালী এহাল। ছোৱালীজনী গাভৰু হ'ল। উলিয়াই দিছে। ল'ৰাটোলৈ ছোৱালী এতিয়াও অনা নাই। আনিব। ছোৱালী চাই-চিতি থোৱাই আছে। খেতি চপোৱাৰ পিচতে ছোৱালী অনাৰ কথা।

মোৰ প্ৰশ্নৰ উত্তৰত এইবোৰ অৰ্জ্জুনে কোৱা কথা।

আটাইবোৰ প্ৰশ্নৰে উত্তৰ দিয়া অৰ্জ্জুনে মোৰ এটা প্ৰশ্নৰ উত্তৰ দিয়া নাছিল। উত্তৰ দিয়াৰ আগ্ৰহো নেদেখুৱালে। কিন্তু মোৰ মনোবৈজ্ঞানিক মনটোয়ে বাৰে বাৰে সেই প্ৰশ্নটোৰ উত্তৰহে বিচাৰিছিল। যিজনী ঘৈণীয়েকৰ মৃত্যুত অৰ্জ্জুন শোকত ভাঙি পৰিছিল সেইজনী ঘৈণীয়েকৰ কথা অৰ্জ্জুনে ক'ব খোজা নাই কিয়? ঘৈণীয়েকৰ সম্পৰ্কে কৰা প্ৰশ্নটো অৰ্জ্জুনে তেনেদৰে এৰাই যাব খোজা কাৰণেই নেকি মোৰ মনটো আৰু কৌতুহলী হৈ পৰিল। জেদী মনটোয়ে জেদ ধৰি উঠিল: অৰ্জ্জুনৰ মুখেৰে এই প্ৰশ্নটোৰ উত্তৰ মই উলিয়ামেই।

অৰ্জ্জুনৰ কথাবোৰ শুনি হুমুনিয়াহ এটাৰে কৈছিলোঁ: এৰা, দুখীয়াৰ দুখ কোনো দিনে নুগুচে। পিচে ঘৰলৈ যাবলৈ তোমাৰ হাতত পা-পইচা আছে নে নাই ককাই?

মোৰ প্ৰশ্নটো শুনি অৰ্জ্জুনৰ মনটো কুমলিছিল হবলা। কৈছিল: আছে আৰু। যেনে তেনে যাম গৈ। মোৰ নো আৰু ক'ত ঘৰখন আছে দেউতা?

মানুহৰ দুখত আমাৰ মনবোৰ সেমেকি উঠে। এয়া মানুহৰ স্বভাৱ। অৰ্জ্জুনৰ ঘৰখন তেনেদৰে ভাঙি যোৱাত মোৰো বেয়া লাগিল। অৰ্জ্জুনৰ ঘৰখন ভাঙিছিল কেতিয়াবাই। কিন্তু

আশা এটা জীয়াই আছিল। সেই আশাটোও মৰিমূৰ হৈ গ'ল।

উপযাচিয়েই অৰ্জ্জুনক মই বহুত কথা কলোঁ। কিবা কিবি উপদেশ দিলোঁ। যাবলৈ অসুবিধা হ'লে ময়ো যি হয় দুই-চাৰি টকা দি সহায় কৰিম। ইত্যাদি।

মনৰ বেদনাৰ অংশীদাৰ এজন পাই অৰ্জ্জুনে কৈছিল: ল'ৰাইতৰ মাকৰ অসুখৰ গুৰি ক'ৰবাতহে। বৰ মানুহৰ কথা। ক'ৰবাত দায়-জগৰ লাগে বুলিহে অৰ্জ্জুনে ক'ব খোজা নাই। মই যেন দুনাই অৰ্জ্জুনক সেই বিষয়ে নোসোধো।

অৰ্জ্জুনক মই আশ্বাস দিলোঁ। তাৰ কোনো ভয় নাই। সি মোক সকলো কথা নিৰ্ভয়ে ক'ব পাৰে। তাক বিপদত পেলোৱা মোৰ উদ্দেশ্য নহয়।

কওঁ নকওঁ কৈ অৰ্জ্জুনে অৱশেষত কৈছিল।

ঘৈণীয়কৰ নাম ফুলমতী। ফুলমতীয়ে গাত কাপোৰ লোৱাৰ আগৰে পৰা সিইঁত দুজনৰ মনৰ মিল। চেঙেলীয়া অৰ্জ্জুনৰ মাক দেউতাক কাহানিবাই ঢুকাল। উপাৰ্জ্জনৰ পথ বিচাৰি অৰ্জ্জুন এদিন গাঁৱৰ পৰা ওলাই আহিল।

অসমৰ মাটিত সোণ গজে। কিন্তু সোণ গজাবলৈ অৰ্জ্জুনৰ খেতিৰ মাটি নাই। হালৰ গৰু নাই। উপাৰ্জ্জনৰ বাট বিচাৰি চহৰ পোৱা অৰ্জ্জুন ভাগৰি পৰিল। ভোকে পিয়াহে লেবেজান হৈ পৰিল। কিন্তু ক'তো একো সুবিধা নাপালে। ইন্দ্ৰপুৰী যেন লগা চহৰবোৰত যে এমুঠি পেটৰ ভাতৰ অভাৱত মানুহে শেষ নিশ্বাস পেলাব লগীয়া হয় অৰ্জ্জুনে সিদিনাহে বুজি পালে। কিন্তু কোনটো নাকেৰে সি গাঁৱলৈ ঘূৰি যাব? গাঁৱলৈ গৈ কি কৰিব? ফুলমতীয়ে তাক কি বুলিব?

এদিন দুদিনকৈ তিনিদিন পাৰ হৈ গ'ল।

চাৰিদিনৰ দিনাখন লগ পালে দেৱ উকীলক। অৰ্জ্জুনে চিনি নাপায়। নিচিনে। কিন্তু পেটৰ ভোকে চিনা-নিচিনাৰ খবৰ

নাৰাখে। দেহ্ৰ উকীলৰ ওপৰত সি হাত পাতিলে। এসাজ ভাতৰ জোখাৰে তাক অলপ ধন লাগে।

সিদিনাই 'উকীল দেউতাই' তাক মৰম কৰি বুটলি লৈ আহিল। কিবা এটা মোকৰ্দ্দমাৰ সম্পৰ্কত যোৰহাটলৈ যোৱা উকীলৰ ঘৰ নগাৱঁত। অৰ্জ্জুন নগাৱঁলৈ আহিল।

সি উকীলৰ ঘৰত 'ৰজা সুখত' দিন কটাবলৈ ধৰিলে। কাম বুলিবলৈ একো নাই। পৰিয়াল বুলিবলৈ উকীল আৰু উকীলনী। উকীলনী 'আইদেউৰ' ল'ৰা-ছোৱালী নাই। উকীল 'কেছাৰী'লৈ যায়। দিনৰ দিনটো সি মুকলিমূৰীয়া হৈ ঘূৰি ফুৰে। পুৱা-গধূলি উকীলৰ আলপৈচান ধৰে। বজাৰ কৰে। খাই বৈ মাহেকৰ মূৰত নগদ দহ টকা ৰূপ উকীলনী আইদেউৰ হাতত জমা থয়। সি তেনেকৈয়ে ধন সাঁচে।

দিনবোৰ আগবাঢ়ে।

পূজাৰ পিচত কাতি বিহু আহে। যায়। কাতি বিহুয়ে হাত বাউল দি মাতে ভোগালীক। ভোগালীও এদিন আহি আঁতৰি যায়। শুকান বতৰত ৰঙালী বিহুৰ গোন্ধ। সেয়া চ'ত মাহ। ভেবেলী লতা ফুলা বতৰ। তাৰ মনটো ৰাইজাঁই কৰে। ফুলমতীলৈ মনত পৰে। উকীলনী আইদেউক সি সকলো কথা কয়। আইদেৱে মৰম কৰি তাক গাঁৱৰ ঘৰলৈ পঠিয়ায়। তাৰ ফুলমতীক এদিন উকলনীৰ ওচৰলৈ লৈ অহাৰ কথা কয়।

অকলে ঘৰলৈ যোৱা অৰ্জ্জুন এদিন উভতি আহে। অকলে নহয়। লগত ফুলমতী। জিলা, চহৰ দেখুৱাই অৰ্জ্জুনে ফুলমতীক আকৌ থৈ আহিব। মাউৰা ফুলমতীৰ দেউতাকৰ অসুখ। গাঁঠিয়ে গাঁঠিয়ে বিষ। ফুলমতীৰ দেউতাক পঙ্গু। পৰ মুখাপেক্ষী। অৰ্জ্জুনৰ ওপৰতে ফুলমতীৰ দেউতাকৰ সকলো আশা ভৰসা। গতিকে ফুলমতীক অৰ্জ্জুনৰ লগত আহিবলৈ দিয়াত কোনো আপত্তি নকৰিলে। ফুলমতীয়েহে হেনো থেৰোগেৰো কৰিছিল। অসুখীয়া দেউতাকক এৰি আহিব খোজা নাছিল।

উকীলনী আইদেৱে কলে ঃ এৰা ; ছোৱালীজনী তেজে পানীয়ে ভাল। দেখনিয়াৰ। বিয়াখন পাত। ধনবিত লাগিলে আমিয়েই অলপ-অচৰপ সহায় কৰিম।

আনন্দত অৰ্জ্জুনৰ মন নাচি উঠিল। কিন্তু সি ফুলমতীক বিয়া কৰাই ৰাখিব ক'ত ? খুৱাব কি ? সাঁচতীয়া ধননো কেইকুৰি আছে ? বিয়াখনতে চোন লাগিব। বিয়াৰ পিচত সি এনেদৰে থাকিলে জানো হ'ব ? উকীলৰ ঘৰৰ চাকৰি এৰি দিব লাগিব। সি এখন নতুন ঘৰ পাতিব। সংসাৰ পাতিব। বিয়াৰ আগতে এহালিছামান খেতিৰ মাটি লৈ থব পাৰিলে হালোৱা এহাল কিনাৰ ধন কিবাকৈ হ'ব। নহ'লে আইদেউৰ পৰাই সি ধাৰলৈ লব। আইদেউজনী সাইলাখ লখিমী।

ফুলমতী এদিন গ'ল। আইদেৱে ফুলমতীক মেখেলা, চাদৰ 'বালাউজ' কিনি দিলে। ফুলমতীজনী ন কইনা হৈ ঘৰলৈ উভতি গ'ল। অৰ্জ্জুনই গৈ থৈ আহিল।

তাৰ পিচত বহুদিন সি ফুলমতীৰ খবৰ নাজানে।

ৰঙাই হাবিলৈ 'আজি যাম' 'কাইলৈ যাম' বুলি ভাবি থাকোঁতেই আকৌ এবাৰ ৰঙালী বিহু আহিল। গ'ল। এটা এটাকৈ দুটা। কিন্তু ৰঙাই হাবিলৈ অৰ্জ্জুনৰ আৰু যোৱা নহ'ল। এদিন ফুলমতীয়েই আহি উকীলৰ ঘৰত অৰ্জ্জুনক লগ ধৰিলে। কোচত এটা ছমহীয়া নে সাতমহীয়া কেঁচুৱা। আৰু কোনো নাই। কেচুৱাটো লৈ ফুলমতী সিদিনা অকলেই আহিছিল।

চকু স্থিৰ কৈ অৰ্জ্জুনে ফুলমতীলৈ চালে। কেঁচুৱাটোলৈ চালে। খণ্ডত তাৰ সৰ্বাঙ্গ শৰীৰ কঁপি উঠিল। ফুলমতীয়ে তাক ফাঁকি দিলে। আনৰ কেঁচুৱা লৈ ফুলমতী আহিছে তাৰ ওচৰলৈ। আশ্ৰয় বিচাৰি। জীৱনৰ নিৰ্ভৰ যোগ্য ঠাই অকণমানৰ আশাত।

কিন্তু এইজনী ফুলমতীকতো অৰ্জ্জুনে বিচৰা নাছিল। বিচাৰিছিল গাভৰু ফুলমতীক। দেহৰ শুচিতা নেহেৰুওৱা ফুলমতীক।

তাৰ পিচৰ কথাখিনি সি ফুলমতীৰ মুখৰ পৰা শুনা: অৰ্জ্জুনে তাইক ঘৰত থৈ অহাৰ এমাহ পিচতে ফুলমতী আকৌ ওলাই আহিল। অনাহাৰে উপবাসে নিজে দিন কটাব পাৰিলেও বগ্ন দেউতাকক এমুঠি খাবলৈ নিদিয়াকৈ তাই কেনেকৈ থাকে? গাঁৱৰ দেবেন মহৰিক খাটনি ধৰি ফুলমতী এদিন গাঁৱৰ পৰা বাহিৰ ওলাল। ঘৰত থাকিল বাত বিষত পঙ্গু দেউতাক আৰু বিধবা খুড়ীয়েক দেহীতৰা। চহৰৰ হাকিম এঘৰত মহৰিয়েই তাইক থকাৰ বন্দবস্ত কৰি দিলে। মাহেকত একুৰি টকা।

দিন বাগৰে।

হাকিমে ফুলমতীৰ দেউতাকৰ নামত মাহে মাহে টকা পাঠিয়ায়।

কিন্তু ভগৱানে তাকো নসহিলে। এদিন কাকো একো নোকোৱাকৈ-দেউতাক আঁতৰি গ'ল। গাভৰু খুড়ীয়েক দেহীতৰা খৰিকাজান বাগিছাৰ পাত মহৰিলৈ পলাল। ফুলমতীয়ে সিদিনা বাপেকক হেৰুৱাই পাৰে মানে কান্দিলে। হাকিম আৰু হাকিমনীয়ে সান্ত্বনা দিলে। আশ্বাস দিলে: তাইৰ কোনো ভয় নাই। চিন্তা কৰিবলগীয়া একো নাই। সকলোৰে মাক দেউতাক এদিন মৰিব। মৰে। ফুলমতীৰ যিমান দিন ইচ্ছা তাই হাকিমৰ ঘৰতে থাকক। খাওক। সেইখনকে তাই নিজৰ ঘৰ বুলি ভাৱক।

হাকিমনীৰ ল'ৰা তিনিটা। ছোৱালী নাই। ডাঙৰ ল'ৰাটোৰ বয়স দহ নে বাৰ বছৰ। তাৰ তলত এজনী ছোৱালী আছিল। চালুকীয়া হওঁ নৌহওঁতেই ঢুকাল! দ্বিতীয় ল'ৰাটোৰ বয়স চাৰি বছৰ। আটাইতকৈ শেষৰটো এয়া কেঁচুৱা।

কেচুৱাটোৰ লগতে ফুলমতীৰ দিনবোৰ পাৰ হৈ যায়। ঘৰৰ আটাই-বোৰ কাম কৰে মনভালে। মনভাল তেতিয়া ডেকা। হাকিমৰ ঘৰতে থাকি চেমনীয়াৰ পৰা ডেকা হ'ল। মনভালৰ ডেকা চকু। লুভীয়া। ফুলমতী গাভৰু। ধুনীয়া। মনভালৰ চকুৰ চাৱনিয়ে ফুলমতীৰ কোনোবা কোনোবা অঙ্গত খোপনি পোতে। ফুলমতী মনভালৰ পৰা আঁতৰি আঁতৰি ফুৰে।

এদিনাখন হাকিম হাকিমনী ঘৰত নাই। ক'ৰবালৈ গৈছে। উভতি আহোঁতে কেইদিনমান পলম হ'ব হেনো। লগত লৈ গৈছে বৰ ল'ৰাজনক। কিবা 'চিলিঙ' নে ক'ৰবালৈ গৈছিল। ঘৰত থাকিল ফুলমতী, মনভাল, হাকিমনীৰ চাৰি বছৰীয়া অনু আৰু কেঁচুৱাটো।

দুপৰীয়া। অনুক বিচনাত বহুৱাই থৈ ফুলমতীয়ে কেঁচুৱাটোক নিচুকিয়াই আছিল। মনভালৰ নামটো ভাল। কিন্তু মনটো ভাল নহয়। মনভালে ফুলমতীক অকলশৰীয়াকৈ পাই কিবা হেনো বেয়া কথা কৈছিল। হাতখনত ধৰিছিল। ফুলমতীও বৰ একা চেকা। ওচৰত পৰি আছিল এখন তামোল কটা কটাৰী। হাতত একো নাপাই ফুলমতীয়ে কটাৰীখনেৰেই মনভালৰ বাহুত ৰেপি দিলে। মনভালে চিঞৰি উঠিল। তাৰ বাহুৰে বৈ আহিল এসোপামান তেজ। ভয়ত ফুলমতীৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল। অনুই চিঞৰি চিঞৰি কান্দিলে। ভয়ত নিৰুপায় হৈ ফুলমতী পলাল। কোলাত হাকিমনীৰ কেঁচুৱাটো। ঘৰত ৰ'ল অনুকণ আৰু মনভাল। হাকিম হাকিমনী উভতি যাব। হাকিমনীক সকলোবোৰ ক'ব।

ফুলমতী আহি অৰ্জ্জুনৰ ওচৰ পালে।

অৰ্জ্জুনে সন্দেহ কৰাৰ দৰে কেচুৱাটো ফুলমতীৰ নহয়। হাকিমনীৰ।

অৰ্জ্জুনে কেঁচুৱাটোলৈ চালে। এৰা। ফুলমতীয়ে মিছা কোৱা নাই। কেঁচুৱাটো ফুলমতীৰ নহয়। হাকিমনীৰ। তেজপানী দেখিলেই বুজিব পাৰি—কেঁচুৱাটো বৰ মানুহৰ।

কিন্তু ফুলমতী আৰু হাকিমৰ ঘৰলৈ উভতি যাবলগীয়া নহ'ল।

উকীল উকীলনীয়ে পৰামৰ্শ দিলে। বুদ্ধি দিলে। ফুলমতীৰ নাম ফুলমতী নাছিল। আছিল কলীমতী। উকীলৰ পৰামৰ্শমতে সিদিনাৰ পৰা কলীমতী ফুলমতী হ'ল।

উকীলে অৰ্জ্জুনক বুজাইছিল: চা অৰ্জ্জুন, এনে এটা ঘটনাৰ পিচত ফুলমতীক হাকিমৰ ওচৰলৈ পঠোৱা উচিত নহয়। ফুলমতীহে

দোষত পৰিব। মনভাল আছে। সি কেতিয়া কি কৰে একো ঠিক নাই। ফুলমতীক যদি তই বিয়া কৰাবই খোজ তেন্তে এতিয়াৰ পৰাই ৰখাই থ'। কেঁচুৱাটোৰ কথা তহঁতে ভাবিব নালাগে। কোনোবাই তহঁতক কিবা সুধিলে কবি: তাইৰ নাম ফুলমতী। তই তাইক কেতিয়াবাই বিয়া কৰালি। তহঁত হালেই আজি দুবছৰ আগৰ পৰা মোৰ ইয়াত আছ। মোৰ ওচৰত থাকিলে কোনোৱেও তহঁতৰ একো কৰিব নোৱাৰে। কিন্তু ফুলমতী এবাৰ হাকিমৰ ওচৰলৈ যাবলগীয়া হ'লে তই আৰু তাইক নাপাবি। গাঁৱত মোৰ মাটি বাৰী আছে। এহালি ছা তহঁতক লিখি দিম। গৰু এহাল কিনিবলৈ যি হয় পা পইচা আইদেৱেৰাৰ পৰাই নিবি। তোৰ পাচতীয়া পইচা এটিও ভৰিব নালাগে। তহঁত হাল গৈ গাঁৱত থাকগৈ। কেঁচুৱাটোক আইদেৱেৰাই চাব চিতিব।

কিন্তু ফুলমতীৰ মনে নামানিলে। মাকৰ বকুৰ পৰা কেঁচুৱা এটা কাঢ়ি আনি তাই মহাপাপত পৰিব নোৱাৰে। জেল-জৰিমনা যি হয় হওঁক: তথাপি তাই হাকিমৰ ওচৰলৈ যাব। কেঁচুৱাকণক ওভতাই দিব। মনভালৰ বাবেহে তাই তেনে কৰিবলগীয়া হৈছিল বুলি হাকিম হাকিমনীক বুজাই ক'ব।

কিন্তু ফুলমতীৰ পৰাজয় ঘটিল।

এদিন সিহঁত আহি গাওঁ পালেহি। ফুলমতী, অৰ্জ্জুন আৰু উকীল।

দিন পুৰণি হ'ল। বছৰ বাগৰিল।

অহুকাণে পহুকাণে সিহঁতে শুনিলে: কলীমতী নামৰ গাভৰু বিচাৰি হাকিমে হেনো কাগজ ছপাইছে, পুলিচক খবৰ দিছে: কলীমতীক ধৰাই দিব পাৰিলে হাকিমে বহুত পুৰস্কাৰ দিব।

ভয়ত অৰ্জ্জুন আৰু ফুলমতীৰ জীউ উৰি যায়। বুকুখন কঁপে! শেঁতা, পাণ্ডুৰ হৈ পৰে দুখন মুখ।

বাগৰি যোৱা দিনবোৰ আৰু পুৰণি হয়।

ভগৱানৰ কৃপাত কোনোৱেও নাজানিলে যে ফুলমতীয়েই

কলীমতী। সিহঁতৰ একো নহ'ল। লাহে লাহে ভয়ৰ ভাৱ আঁতৰি গ'ল।

ফুলমতী আৰু অৰ্জ্জুনৰ সৰু সংসাৰখনলৈ এটি এটিকৈ আহিল দুটি প্ৰাণী। লখাই আৰু ৰূপে।

লখাই আৰু ৰূপে তেতিয়া দৌৰি ফুৰে। ফুলমতীয়ে এদিন নিশা সপোন এটা দেখি চিঞৰি উঠিল। লখাই আৰু ৰূপেক হাকিমে হেনো নিবলৈ আহিছে। ফুলমতীৰ হাতত হাকিমে গুজি দিছে এজাপ কাগজৰ টকা।

সেয়ে ফুলমতীৰ কাল হ'ল। তাই প্ৰায়েই চিঞৰি উঠে। খাব-শুব নোৱাৰে। লখাই আৰু ৰূপেশ্বৰীক সাৱটি ধৰে। কান্দে। অৰ্জ্জুনক মাৰিবলৈ খেদে।

তাৰ পিচত এদিন উকীলেই পৰামৰ্শ দিলে।

অৰ্জ্জুনে ফুলমতীক লৈ আহি বলিয়া ফাটেকত এৰি গ'ল।

সেয়া বিশ বছৰ আগৰ কথা। অৰ্জ্জুন তেতিয়া জোৱান।

অৰ্জ্জুন থমকি ৰৈছিল। বোধহয় তাৰ কবলগীয়া কথা আৰু নাছিল।

"হাকিমৰ নামটো কোকিল কোঁৱৰ নেকি ককাই?"

"হ'ব পাৰে দেউতা। তেনেকুৱাই কিবা এটা নাম। বহুদিন হ'ল। পাহৰি গৈছোঁ।"

মোৰ সন্দেহ হৈছিল। অমুকণেই অনুপম কোঁৱৰ নেকি? হাকিমৰ বৰ ল'ৰাজনৰ নাম নিৰূপম। আৰু ফুলমতীয়ে কোচত লৈ অহা কেঁচুৱাটোয়ে ধ্ৰুৱজ্যোতি দুৱৰা?

কিন্তু মোৰ সন্দেহ জানো সঁচা? ফুলমতী হয়তো আন কোনোবা হাকিমৰ ঘৰতো থাকিব পাৰে। কোকিল কোঁৱৰৰ ল'ৰা হেকওৱা হ'লে সেউজীয়ে নিশ্চয় জানিলেহেঁতেন। মোক কলেহেঁতেন। তদুপৰি আন কাকো লগ নাপালোঁ। লগ পালোঁ মাথোন অৰ্জ্জুনক।

পৃথিৱীত কিমান মানুহ আছে। সেইবোৰক লগ নাপাই পালোঁ এজন মানুহক ; যিজনৰ সম্পৰ্ক আছে ধ্ৰুৱজ্যোতি আৰু অনুপমৰ লগত। ইমান সোনকালে মই অৰ্জ্জুনক আবিষ্কাৰ কৰিব পৰা হ'লে হাকিমে আবিষ্কাৰ কৰিব নোৱাৰিলে কিয়? যিজনক বিচাৰি কোকিল কোঁৱৰে চলাথ কৰিলে সেইজনক কোকিল কোঁৱৰে বিচাৰি উলিয়াব নোৱাৰিলে। আৰু নিবিচৰাকৈয়ে মই লগ পালোঁ অৰ্জ্জুনক। হয়তো এয়া মোৰ ভুল অনুমান। অৰ্জ্জুনৰ কাহিনীটোৰ লগত ধ্ৰুৱজ্যোতি আৰু অনুপমহঁতৰ জীৱনৰ লগত সাদৃশ্য আছে কাৰণেই হয়তো মই ধৰি লৈছোঁঃ ফুলমতী এসময়ৰ কোকিল কোঁৱৰৰ লিগিৰী।

মানুহৰ কৌতূহলৰ অন্ত নাই। কি জানিবা মোৰ অনুমানটোয়ে সঁচা হয়।

"দেৱ উকীলৰ নাম দেৱজ্যোতি হুৱৰা নেকি ককাই? উকীল উকীলনীয়ে কেঁচুৱাটোৰ নাম থৈছিলঃ ধ্ৰুৱজ্যোতি হুৱৰা?'

"হয় দেউতা। ল'ৰাটোৰ নাম থৈছিল ধ্ৰুৱ। সেইটো জানোঁ। কিন্তু উকীল দেউতাৰ আচল নামটো কি নাজানোঁ। মানুহে দেৱ হুৱৰা বুলি কোৱাহে শুনিছিলোঁ।"

অৰ্জ্জুনৰ উত্তৰটো শুনি মই অধীৰ হৈ পৰিছিলোঁ।

ধ্ৰুৱজ্যোতিৰ জন্ম ৰহস্য এনেদৰে উদ্ঘাটন হ'ব বুলি মই সপোনতো কল্পনা কৰা নাছিলোঁ। কিন্তু ধ্ৰুৱৰ জন্ম ৰহস্য উদ্ঘাটনৰ বাবেহে ভগৱানে যেন মোক তেজপুৰলৈ অনাইছিল। অৰ্জ্জুনক লগ পাইছিলোঁ। মই নিশ্চিত হৈ পৰিছিলোঁঃ এইজন ধ্ৰুৱই মমতা হুৱৰাৰ ল'ৰা! ধ্ৰুৱ হয়তো কোকিল কোঁৱৰৰ সন্তান নহ'ব পাৰে। কিন্তু মমতা হুৱৰাৰো সন্তান নহয়। ধ্ৰুৱ মমতা হুৱৰাৰ পালিত পুত্ৰ।

**"ধ্ৰুৱৰ মাকৰ নাম তুমি জানানে ককাই? ঘৰটো নগাওঁৰ কোনখিনিত বাৰু?"**

অৰ্জ্জুনে ঠিকনাটোৰ কথা কৈছিল। ধ্রুৱৰ ঠিকনাটোৰে সৈতে একে। ঠিকনাটোৰ মিল আছে।

অৰ্জ্জুনক উকীলনীৰ নামটো পুনৰ সুধিলোঁ।

"মইনো কেনেকৈ জানিম দেউতা? মৰমতে উকীল দেউতাই আইদেউক কিবা 'মমতা' বুলিহে মতা শুনিছিলোঁ। সেইটোৱে নাম নে আন কিবা নাজানোঁ।"

মই তেতিয়া নিশ্চিতঃ এইজনেই অসমৰ সত্যজিত ৰায় ধ্রুৱজ্যোতি দুৱৰা।

"ধ্রুৱই চিনেমা কৰিছিল নহয়? পিচত বলিয়া হ'ল?"

"আপুনিচোন সকলো কথাই জানে। মইনো আপোনাক কি কম?"

তাৰ পিচত আমাৰ কাৰো মুখত মাত নাই।

"আপোনাৰ ভৰিত ধৰিছোঁ দেউতা, কথাবোৰ যেন কোনোৱেও নাজানে। মোৰ জীউৰ বধ নলব।"

হঠাতে অৰ্জ্জুনৰ কি হ'ল নাজানোঁ। সি মোৰ দুয়োখন ভৰিত সাৱটি ধৰিলে। মাতত শঙ্কাৰ সুৰ।

বুজিলোঁঃ অৰ্জ্জুনে মনৰ আবেগত কথাবোৰ কৈ এতিয়া ভয় খাইছে! জানোচা কিবা বিপদ হয়।

অৰ্জ্জুনক মই আশ্বাস দিলোঁ। তাৰ কোনো ভয় নাই। মই উকীলৰ আপোন মানুহ। মোৰ পৰা অৰ্জ্জুনৰ কোনো অপকাৰ নহয়। তদুপৰি ফুলমতী নাই। ঢুকাল। মোকৰ্দ্দমা আৰু পুলিচলৈ অৰ্জ্জুনে এতিয়া ভয় নকৰিলেও হ'ব।

মোৰ অনুমানটোৱে সঁচা বুলি ধাৰণা হৈছিল। ধ্রুৱজ্যোতি কোকিল কেঁৱৰৰ সন্তান। অনুপম আৰু ধ্রুৱজ্যোতি ভাই-ককাই। শিশু অনুপমে দেখিছিলঃ ফুলমতীয়ে মনভালৰ বাহুত চুৰিৰে খেপিছে। নাৰীয়ে পুৰুষক হিংসা কৰে। শত্রুতাৰ চকুৰে চায়। এয়া সকলো নাৰীৰে স্বভাৱ।

অনুপমে ফুলমতী আৰু মনভালৰ ঘটনাটো দেখি তেনেদৰে

ভবা হয়তো নাছিল। কাৰণ শিশু অনুপমৰ তেনেদৰে ভবাৰ শক্তি তেতিয়াও হোৱা নাই। কিন্তু তেনেকুৱা এটা ধাৰণাই অনুপমৰ মনত খোপনি পুতি বহিছিল।

অনুপমৰ অৱচেতন মনৰ মাজত সেই তাহানিৰ ফুলমতী আৰু মন-ভালৰ ৰক্তপাতৰ দৃশ্য। সেয়ে অনুপমৰ মনত সৃষ্টি কৰিলে: নাৰীৰ প্ৰতি শঙ্কা। নাৰীৰ প্ৰতি বিদ্বেষ।

পিচদিনা শিলঘাটেৰে পাৰ হৈ নগাওঁ পালোঁহি। মমতা ডুৱৰাক কথাবোৰ সুধিম নেকি? কম নেকি: ধ্ৰুৱৰ জন্ম ৰহস্য মই জানোঁ। ধ্ৰুৱ কোকিল কোঁৱৰৰ সন্তান। আপোনাৰ নহয়।

ভাবিছিলোঁ।

কিন্তু মমতা ডুৱৰাৰ ওচৰলৈ নগলোঁ। কথাবোৰ নকলোঁ। কৈ লাভ কি? মই জানো বুলি কলেও মমতা ডুৱৰাই কেতিয়াও সঁচা কথা নকয়। মিছাতে মমতা ডুৱৰাক চিন্তিতা কৰি তোলাৰ প্ৰয়োজন নাই।

গভীৰ উৎকণ্ঠা এটা লৈ ঘৰ পালোঁহি।

অনুপমহঁতৰ ঘৰলৈ যোৱাৰ ইচ্ছা এটা হৈছিল। অৰ্জ্জুনে কোৱা কথাবোৰ সঁচা বুলি প্ৰমাণ কৰাৰ বাবে মনটো উচ্‌পিচাই উঠিল। কিন্তু যোৰহাটলৈ মোৰ যোৱা নহ'ল। নগলোঁ। ৰাঁচীলৈ উভতি গৈ অনুপমক সুধিম: অনুপমৰ অন্তৰত জগা নাৰী বিদ্বেষৰ বাবে কলীমতী আৰু মনভালৰ কাহিনীয়েই জগৰীয়া হয় নে নহয়? অনুপমে হয়তো কলীমতীহঁতৰ ঘটনাটো পাহৰি গৈছে। মনত নাই। কিন্তু মই সোঁৱৰাই দিলে বহুদিন আগতে দেখা সপোন এটাৰ দৰে হয়তো মনত পৰিব। অস্পষ্ট, অনুজ্জ্বল হৈ ভাঁহি উঠিব মনৰ পৰ্দ্দাত।

তিন বছৰ বয়সৰ পিচৰ পৰা ল'ৰা-ছোৱালীবোৰৰ মনত স্মৃতিশক্তি জন্মে। বহুত দিনলৈ কথাবোৰ মনত থাকে।

মোৰ চুটী উকলিবলৈ আৰু সেইদিনমান আছিল।

অৰ্জ্জুন আৰু মধুছন্দাৰ কথাবোৰ শুনাৰ পিচত মোৰ এনে ইচ্ছা হৈছিল : মই যেন মুহূৰ্ত্ততে ৰঁাচীলৈ উভতি যাম। ধ্ৰুৱজ্যোতিক কথাবোৰ কম। অনুপমক সুধিম : কলীমন্তী নামৰ গাভৰু এজনীক অনুপমৰ মনত পৰে নে নপৰে ?

নবৌক এদিন কলোঁ : মই কাইলৈ যাম গৈ নবৌ। আপোনাৰ চাকৰনীজনীক এই বছৰ অনা নহ'লেই যেতিয়া ইয়াত থাকিনো আৰু কিটো কৰিম ?

কিন্তু নবৌ একোতে মান্তি নহ'ল। চুটী শেষ হোৱাৰ আগতে মই কোনোমতেই গৈ কামত পুনৰ ভৰ্ত্তি হ'ব নোৱাৰোঁ। ইমান দিনৰ মূৰত ঘৰলৈ আহিছোঁ। ইত্যাদি।

ককাইদেৱে মোক আচলতে বিয়াৰ বাবে মতা নাছিল। মাতিছিল মোৰ মতামত লবলৈ। ছোৱালীজনীক চাবলৈ। ছোৱালী পছন্দ হ'লে অহা বাৰলৈ বিয়া পতাৰ বাবে শৰ্বৰীৰ দেউতাকক কথা দিব পাৰে। তৃতীয় বাৰ্ষিকত পঢ়া শৰ্বৰীয়ে পাছ কৰক নকৰক ; পৰীক্ষাতো দিয়ক। এয়ে শৰ্বৰীৰ দেউতাকৰ ইচ্ছা।

মধুছন্দাই দিয়া বহীখনৰ কথা পাহৰিয়ে গৈছিলোঁ। হঠাতে এদিন মনত পৰিল। তেতিয়া মোৰ অফুৰন্ত সময়। বহীটো উলিয়াই আনি পাতবোৰ লুটিয়াই বগৰাই চালোঁ।

'চিনেৰিও' কিদৰে লিখে মই নাজানোঁ। টেক্‌নিকেল স্ক্ৰিপ্টৰ ভূ নাপাওঁ। মধুছন্দাই দিয়া সেই পাণ্ডুলিপিটো চিনেৰিও, টেক্‌নিকেল স্ক্ৰিপ্ট্ নে ছবি কৰিব খোজা কাহিনীটোৰ থুলমূল ঘটনা তাকো নাজানোঁ। কিন্তু পঢ়ি মোৰ বেয়া নালাগিল।

গভীৰ মনোযোগেৰে মই পঢ়ি গলোঁ।

……মানস সৰোবৰ। ব্ৰহ্মাৰ মানস কুণ্ড। দূৰত তুষাৰৰ শুভ্ৰ চূড়া। তুষাৰাবৃত গিৰিমালা। মানস সৰোবৰৰ স্ফটিক ধাৰাৰ ওপৰত

উৰি পৰিছেহি ধুনীয়া ধুনীয়া চৰাইৰ জাক। গাত বিভিন্ন ৰং। কণ্ঠত মিঠা মিঠা মাত। সৰোবৰৰ পাৰত থিয় হৈ আছে এজনী ষোড়শী। দেহত উৰ্বশী মেনকাৰ ৰূপ। খামুচীয়া ককালখন আৰু ডিঙিটো সম্মুখলৈ আগবঢ়া। পিঠিখন ধেনু-ভেৰীয়া। মৃণাল সদৃশ হাত দুখন অঞ্জলিবদ্ধ। হাতত এক আঁজলি পদুম কলি। ফুলা নুফুলা। গাত এবাঁ গাখীৰত সেন্দুৰ মিহলোৱা ৰং। পদ্মকলি চকু দুটাত হাঁহি চাৱনি। কেঁৰা ভাতুৰীয়া পাতল ওঠ দুটাৰ ওপৰত তিলফুলীয়া নাক। ষোড়শীজনী বিবস্ত্ৰা। কিন্তু নিৰাভৰণা নহয়। দেহৰ লাজ লগা অঙ্গবোৰত প্ৰস্ফুটিত পদুমৰ পাহিৰ আৱৰণ। দেহৰ অঙ্গে অঙ্গে শোভা। সুষমা।

মৃদু মলয়া এজাকে পদুমৰ পাহিবোৰ কঁপাই আঁতৰি যায়।

দূৰত ক্ষীণ হাঁহিৰ প্ৰতিধ্বনি। তৃষাৰ গিৰিৰ সিপাৰৰ পৰা যেন বৈ আহিছে সেই প্ৰতিধ্বনি। সেই হাঁহিৰ ধ্বনি স্পষ্ট হৈ অহাৰ লগে লগে বৈ আহে এজাক বলিয়া বতাহ। বলিয়া বতাহজাকে ষোড়শীৰ বুকুৰ উপত্যকাৰ পৰা কাঢ়ি লৈ যায় এটি পদুম। বুকুৰ দ অংশটো লোভ লগাকৈ উদং হৈ পৰে।

আধা ঢকা বুকুখন ইমান সুন্দৰ!

ষোড়শীৰ বুকুৰ পৰা উৰি যোৱা পদুমটো বতাহত কঁপি কঁপি গৈ সৰোবৰত পৰে। ঘূৰ্ণিমান বতাহজাকৰ মাজৰ পৰা স্পষ্ট হৈ জিলিকি উঠে এখন মুখ। এজন ধুনীয়া যুৱক। দেহত কাৰ্ত্তিকৰ ৰূপ। যুৱকৰ হাঁহো হাঁহো চকু দুটাত এসাগৰ মৰম। সেয়া যেন যুৱকৰ দৃষ্টি নহয়। ৰতিলৈ চোৱা কামদেৱৰ মৰম কোমল ভাষা।

ষোড়শীৰ কণ্ঠত ধ্বনিত হয়ঃ নিৰ্লজ্জ পৱন! নিৰাভৰণ যুৱতীৰ লজ্জা নিবাৰণ হেতু জন্ম তোৰ মৰ্ত্ত্যত।

যুৱকৰ উজ্জ্বল কান্তি লাহে লাহে অদৃশ্য হৈ যায় বতাহত। ষোড়শীৰ বুকুৰ পৰা পদুম পাহে প্ৰস্ফুটিত পাহিবোৰ সঙ্কুচিত কৰি যেন প্ৰণাম জনাই ষোড়শীক। তাৰ পিচত আকৌ পাহি মেল খাই *যোৱা পদুমটো সৰোবৰৰ পাৰ ভাঙি বৈ অহা জলধি ধাৰাৰ বুকুৰে*

আহোঁ নাহোঁ কৈ বৈ আছে। আৱহ সঙ্গীতত কৰুণ সুৰ। বিৰহৰ। বেদনাৰ। জনাকীৰ্ণ গিৰিমালাৰ মাজেৰে বৈ অহা খৰস্ৰোতা নদীৰ বুকুত সুৰুযৰ উজ্জ্বল বিকিৰণ। সোতে সোঁতে ভাঁহি আছে সেই পত্নুম পাহ।

অসমৰ মানচিত্ৰৰ সীমাৰেখাটো সোণালী বৰণেৰে উজ্জ্বল হৈ জিলিকি উঠে। বুকুত ৰূপালী ধাৰা। পটভূমি নিশাৰ এন্ধাৰৰ দৰে ক'লা। একো নেদেখি। দেখা নাযায়। দৃষ্টিয়ে ঢুকি পায় মাথোন অসমৰ সীমাটোৰ সৈতে লুইতৰ স্বচ্ছ ধাৰা।

সেয়া পঞ্চমুখ। দিহিং, দিবং আৰু চম্পুৰ মিলন ক্ষেত্ৰ। পত্নুম পাহ হঠাতে বৈ যায়। এটা বিন্দুত বৈ বৈ ঘূৰে। ভাৱ: কেনি যাব ?

পৰশুৰাম কুণ্ডৰ ক্ল'জ আপ। সেই ক্ল'জ আপ ক্ৰমান্বয়ে আঁতৰি যায়। দূৰত স্থিৰ হৈ ৰয় পৰশুৰাম কুণ্ডৰ শ্বট। এপ্লিকেশ্যন অৱ মণ্টা-চিকুৱেঞ্চ।

ফ্লেছ বেক: পৰশুৰামৰ মাতৃহত্যাৰ কাহিনী।

পৰশুৰামৰ এহাতত ৰেণুকাৰ ৰক্তাক্ত ছিন্ন শিৰ। আন হাতত তেজৰঙা পৰশু কুঠাৰ। পিতৃৰ আদেশত মাতৃহন্তা পুত্ৰই কুণ্ডৰ জলধিত স্নান কৰিবলৈ নামিছে। হাতৰ কুঠাৰ সুলকি পৰিছে। কুণ্ডৰ নীলা পানীয়ে ৰং লৈছে লোহিত বৰ্ণৰ।···পৰশুৰামে পাৰ কাটি দিয়া ব্ৰহ্মকুণ্ডৰ সোঁতটো অস্পষ্ট হৈ যায়। তাৰ ঠাইত স্পষ্ট হৈ উঠে সেই পত্নুম পাহ। পত্নুম পাহৰ ক্ল'জ আপ। মানস সৰোবৰৰ পৰা উটি অহা পত্নুম পাহে ব্ৰহ্মকুণ্ডক প্ৰণাম জনাই উটি আছে লুইতৰ সোতে সোঁতে। অসমৰ মাজেৰে। ব্ৰহ্মকুণ্ডৰ পৰা বৈ অহা পানীৰ সোঁতটো যেন দিহিং দিবঙৰ সোঁতৰ সতে মিলিব খুজিও মিলিব পৰা নাই। এখন নদী। বুকুত দুটা সোঁত। পত্নুম পাহ ভাঁহি আছে ব্ৰহ্মকুণ্ডৰ পৰা বৈ অহা সোঁতৰ ঢৌৱে ঢৌৱে।

***লক্ষীমপুৰ জিলাৰ চাৰি সীমাটো জিলিকি উঠি অসমৰ মান-চিত্ৰখনৰ বুকুত খোপনি পুতি ৰয়। সোঁতত উটি অহা পত্নুম পাহৰ ক্ল'জ***

আপত অস্পষ্ট হৈ যায় অসমৰ মানচিত্ৰৰ ৰেখা। পত্নম পাহৰ শ্বটটো ম্লান হৈ যায়। উজ্বল হৈ জিলিকি উঠে এখনৰ পিচত আন এখন চাহনি। মাদলৰ চেওঁ। কলঘৰৰ চিমনিৰ ধোঁৱা। ঝুমুৰৰ ছন্দ। ম্লান হৈ যোৱা চাহনিৰ শ্বটে ৰূপ লয় তেল নগৰী ডিগবয়ৰ। ক্ষীণ হৈ যোৱা মাদলৰ চেওঁৰ পৰিবৰ্ত্তে ভাঁহি আহে ড্ৰিলিঙৰ শব্দ।

ড্ৰিলিং আৰু ৰিফাইনিঙ্ৰ শ্বটবোৰ এটা এটাকৈ বাগৰি যায়।

পত্নম পাহে বৈ বৈ চায়।

এটা ৰেখাই অসমৰ মানচিত্ৰখনত আঁকি দিয়ে শিৱসাগৰৰ চাৰিসীমা। সেই সীমা পাৰ হৈ বৈ আহে পত্নম পাহ। দূৰত জিলিকি উঠে ঃ গড়গাওঁ, কাৰেংঘৰ। শিৱসাগৰ আৰু জয়সাগৰৰ জলধি ধাৰা। সেই জলধি ধাৰাৰ পাৰত থিয় হৈ আছে জয়দ'ল, শিৱদ'ল, দেবীদ'ল আৰু বিষ্ণুদ'ল। জেৰেঙা পথাৰত সতী জয়াৰ অমৰ কাহিনী গাঁথাৰ স্কেচ বেক।

ৰংঘৰ পথাৰত জাক জাক নাচনীৰ জাক।

গৰাল্ ধৰা ম'হৰ পাল।

নাচনী ৰহদৈৰ শেন চোৱা বাপেকৰ বিননি।

পখিলা ৰহদৈৰ অস্থিৰ নৃত্যৰ ধ্বনি।

সেই শ্বটবোৰ এটা এটাকৈ জিলিকি উঠি ম্লান হৈ যায়।

চৰণীয়া পথাৰত গৰখীয়া ল'ৰাজাকে ম'হৰ পিঠিত উঠি গৰু চৰায়। ম'হ ৰখে। ম'হৰ শিঙাৰ পেঁপাই বিনায়। দূৰৰ চেনেহীহঁতৰ বুকু কঁপায়।

দূৰৰ কাজিৰঙাত গড়ে হামৰাওঁ কাঢ়ে। পখিলা পাখিৰ হৰিণ জাকে নাচে।

ৰিণি ৰিণি দূৰত দেখা যায় মাজুলীৰ চাপৰি।

মাজুলিৰ স্পষ্ট শ্বট মলিন হৈ যায়।

পত্নল পাহ বৈ যাব খোজে। কিন্তু ৰব নোৱাৰে। সোঁতে উটুৱাই আনে। বিজুলীৰ ৰেখাৰ দৰে আন এটা ৰেখাই অসমৰ মানচিত্ৰখনত আঁকি দিয়ে নগাওঁৰ ছবি। মহাপুৰুষ শঙ্কৰদেৱৰ

ক্ল'জ আপ। গুৰুকন্যা কলঙৰ কাহিনীৰ স্কেচ বেক। ৰটভ্ৰৱা সত্ৰত খোল, মৃদঙ্গ, ভোৰতাল আৰু হৰিনামৰ ধ্বনি।

সেয়া অগ্নিগড়। ভৈৰৱ কুণ্ড। হৰিহৰৰ যুদ্ধ। সখী চিত্ৰলেখা আৰু বানৰ জীয়ৰী উষা। উষা-অনিৰুদ্ধৰ প্ৰেমগাথা।

যাত্ৰাৰ শেষ নাই। গতিৰ অন্ত নাই।

পদুম পাহক ঠেলি দিয়ে। সোঁতে নহয়, মৃদু মলয়াই।

সৌৱা উমানন্দ। কাষত গাভৰু উৰ্ব্বশী। কৰ্ম্মনাশাৰ খণ্ডত ভোৰভোৰাই উৰ্ব্বশীয়ে যেন প্ৰণাম জনাব খুজিছে চিৰ যৌৱনা সতীক।

কৰ্ম্মনাশাৰ ইতিবৃত্তি। মহেশ্বৰে লঙ্কেশ্বৰক ছলনা কৰাৰ কাহিনী।

উমানন্দৰ পাদসেৱা কৰি পদুমটো ভটিয়াই যায়। অদূৰত সৌৱা নীলাচল। সিপাৰত অশ্বক্লান্ত।

নীলাচলৰ ম্লান শ্বটৰ ওপৰত ভাঁহি উঠে যজ্ঞৰ শ্বট। সেয়া দক্ষযজ্ঞ। সতীৰ মৃত্যু। সতী দেহ কান্ধত লৈ ধুমুহাৰ গতিৰে পাৰ হৈ যোৱা ৰুদ্ৰ। সৃষ্টি হয় যোনীপীঠ।

সমাধিস্থ ৰুদ্ৰৰ সন্মুখত পুষ্পক ধেনু লৈ এহাল যুৱক-যুৱতী। স্বামী-স্ত্ৰী। ৰতি আৰু কামদেৱ। শৰবিদ্ধত ৰুদ্ৰৰ চকুত অগ্নিশিখা। প্ৰলয় গৰ্জ্জন: কোন তই? ভস্ম হ।

কামদেৱৰ দেহত জ্বলি উঠে অগ্নিশিখা। পুষ্পক ধেনুধাৰী কামদেৱ নিঃশেষ হৈ যায় প্ৰজ্বলিত অগ্নিগৰ্ভত। পৰি ৰয় এমুঠি ছাই। ভস্ম। অস্থি ভস্মৰ ক্ল'জ আপ শ্বটৰ ওপৰত জিলিকি উঠে স্বামীহাৰা ৰতিৰ মুখৰ ছবি। ম্লান। অশ্ৰুসিক্ত চকুৰ ক্ল'জ আপ।

আৰাধনা ৰতা ৰতিৰ সন্মুখত অভয় বাণী শুনোৱাৰ ভঙ্গীত থিয় হৈ আছে দেৱাদি দেৱ মহাদেৱ। শান্ত সমাহিত মুখ। প্ৰশান্ত চাৱনি।

: সঞ্জীবিত হ।

অস্থিভস্মৰ পৰা ওলাই আহে এজন যুৱক। হাতত পুষ্পক ধেনু। এয়া কামদেৱ।

প্ৰণাম জনাই পচুম পাহ ভটিয়াই যাব খোজোঁতেই অস্পষ্ট ধ্বনি এটা স্পষ্ট হৈ আহে। মুক্ত তৰোৱালৰ জন্‌জননি। বোমা বাৰুদৰ শব্দ। সমৰাহত সৈনিকৰ মৃত্যুৰ আৰ্ত্তনাদ। বিজয়ী দলৰ জয়োল্লাস আৰু ব্যস্ত জনতাৰ কোলাহল। ছবিবোৰ কঁপি কঁপি ৰূপ লয় এটা অসমাপ্ত গড়ৰ। ক্লান্ত আপ শ্বটত বীৰবীৰ্য্য লাচিত আৰু মোমায়েক। দূৰত গড় আৰু হেজাৰ হেজাৰ ক্লান্ত বনুৱাৰ শ্বট।

'মানুহবোৰ ক্লান্ত। নিশাৰ ভিতৰতে গড়ৰ কাম সম্পূৰ্ণ হোৱাৰ আশা মিছা লাচিত।'

বচন শেষ হওঁ নৌ হওঁতেই বিজুলীৰ দৰে তিৰবিৰাই উঠে লাচিতৰ খাপৰ তৰোৱাল। মোমায়েকৰ মুণ্ড বিহীন দেহ ধূলিত লুণ্ঠিত হৈ পৰে। কণ্ঠনলীৰে ফিচকাৰি মাৰে তেজৰ ফাকু। ৰক্তধাৰাই লাচিতৰ পদ সেৱা কৰি বৈ আহি মিলি যায় লুইতৰ বুকুত।

পাহাৰে কন্দৰে প্ৰতিধ্বনিত হয়ঃ দেশতকৈ মোমাই ডাঙৰ নহয়।

দিনৰ পোহৰ। উজ্জ্বল। সেই পোহৰত নৱ নিৰ্মিত সম্পূৰ্ণ গড়ৰ শ্বট। দূৰত ম্লান শ্বটত ভটিয়াই যোৱা অলেখ মোগল সেনানী।

শৰাইঘাট! তোমাক প্ৰণাম।

কালৰ বুকুত অক্ষয়ী হৈ ৰওক মোমাইকটা গড়ৰ স্মৃতি। কাহিনী। অসমীয়াৰ স্বদেশ প্ৰেম।

এয়া এটা ঘাট। লুইতৰ ঘাট। শোৱালকুছি ঘাট।

গাঁৱৰ ৰূপহী জীয়ৰী-বোৱাৰীবোৰৰ খোজত হেজাৰ পচুম ফুলা ঘাট।

নৈৰ ঘাটত বৈ থাকে সেই পচুম পাহ। ঢৌত নাচে আৰু অপেক্ষা কৰে। কিন্তু কাক?

ৰাজহংস গতিত নৈৰ ঘাটলৈ বাট বুলি আহে এজনী ৰূপহী বোৱাৰী। বুকুত যৌৱনৰ উচুলি মুচুলি। কাষত শুদা কলহ। কপালত বালাৰ্কৰ তেজ ৰঙা ৰং। ৰক্ত-জবাৰ বৰণ। লুইতৰ পানীলৈ নামি যায় বোৱাৰী গৰাকী। এআঠু পানীত নামি কুম্ভ পূৰ্ণ কৰিব খোজোতেই পদুম পাহ আহি বোৱাৰীজনীৰ হাতত লাগি থমকি ৰয়। ৰূপহীয়ে আলফুলকৈ পদুমটো তুলি লৈ বুকুত সাৱটি ধৰে। গালত পাহিৰ পৰশ দিয়ে। চুমা খায়।

ভৰা কলহৰ ভৰত ৰূপহীৰ এমুঠি ককালখন ভাজ খাই যায়। বুকুখন আগলৈ হালে। খোপাত পদুম পাহ জিলিকে। নিশাৰ আকাশত যেন এটি উজ্বল তৰা।

সপোন ৰচা শিপিনী সেইজনী বোৱাৰী। ৰূপহী। লুইতৰ ঘাটৰ পৰা খোপাত পদুম পাহ গুজি অনা ৰংচালী ৰূপহী। মুখত বিয়া নাম। বৰগীত। হাতত মাকো। কাষত সাত বছৰীয়া তাপস। মনিব নোৱাৰা হাতেৰে ৰূপহীয়ে মাকো মাৰে। ঘনে ঘনে টোলোঠা ঘূৰে। নাচনী নাচে। তাঁত শালৰ শিপিনীয়ে ৰিহাৰ পাতলিত সৰগৰ মুকুতা বাচে। সেয়া শিপিনী হাতৰ কবিতা। শিপিনীৰ প্ৰাণৰ ছন্দ গাঁথা।

"মই খেলোঁ গৈ নে মা ?"

ৰূপহীৰ অনুমতি পাই তাপস আঁতৰি যায়। সমনীয়া ল'ৰাজাকৰ লগত খেলে। ওমলে। সেইজন তাপসেই পঢ়াশালিৰ চোতালত থিয় হৈ নেওঁতা আওৰায়।

ন দহগুণ নব্বৈ। দহ দহগুণ এশ।

সদায় সঁচা কথা কবা। মিছাতে তৰ্ক নকৰিবা।

বছৰ বাগৰে।

স্কুল ছুটী হয়। তাপসে বাৰীয়ে বাৰীয়ে ঘূৰি আমলখী, জলফাই বুটলে। ভোট-বগৰী পাৰে। লগত চাৰি বছৰীয়া পূৰালি।

আম জামু বিচৰা তাপস আৰু পূৱালিৰ খৰিয়াল লাগে।

অকণমান কথাতে লাগি তাপসে পূৱালিৰ চুলি আজোৰে।

গছৰ সেউজীয়া কেঁচা পাতবোৰ পকে। এটা এটাকৈ সৰি পৰে।

লঠৰা গছবোৰত আকৌ পাত ধৰে। কুঁহি-কুঁহি পাত।

বীজগণিতৰ ফৰ্মূলা আওৰোৱা চেঙেলীয়া তাপসে গাভৰু হওঁ গাভৰু হওঁ হোৱা পূৱালিক নৈৰ ঘাটত লগ ধৰে। জাঁউ বনৰ মাজে মাজে লুকা-ভাকু খেলে।

পূৱালি এদিন গাভৰু হৈ উঠে। তাপস দূৰৰ চহৰৰ কলেজলৈ টোপোলা বান্ধে। বিৰহৰ বেদনাত মন সেমেকা পূৱালিয়ে বৰনৈৰ ঘাটত তাপসক বিদায় যাচে।

ঃ মূৰৰ ওপৰত আকাশ। তলত এয়া বৰ নৈ। মই তোমাকেই অপেক্ষা কৰি থাকিম ককাইদেউ। তুমি মোক পাহৰি নাযাবা।

ঃ মোক ভুল নুবুজিবা পূৱালি। আমাৰ এই দিয়া পোৱাৰ সাক্ষী ৰব আকাশৰ দেৱতা সুৰুয আৰু বৰনৈৰ পুতঃ সলিলা ধাৰা। ব্ৰহ্মাৰ পুত্ৰই যুগে যুগে সাক্ষী দিব আমাৰ এই মিলনৰ।

হিয়া দিয়া আৰু নিয়াৰ চিন স্বৰূপে পূৱালিৰ আঙঠিটো জিলিকি উঠে তাপসৰ অনামিকাত। তাৰ পিচত নিজৰ হাতৰ আঙঠিটো খুলি তাপসে পিন্ধাই দিয়ে পূৱালিৰ পাজী সেৰীয়া মধ্যমাত।

কটন কলেজ। জ্ঞানৰ মন্দিৰ। অসমৰ বিভিন্ন অংশৰ ডেকা গাভৰুৰ মিলন ক্ষেত্ৰ। পৰিচয় লোৱাৰ আৰু দিয়াৰ। কটন কলেজ প্ৰেম আৰু বন্ধুত্বৰ কমাৰ শাল।

তাপসে অৰ্থনীতিৰ নোট লিখে। অধ্যাপকৰ বক্তৃতা শুনে। চেমা, চাংমা, খাৰকঙ্গৰ, টেৰণ আৰু পাজিয়ানাইঁতৰ সতে ভলী খেলে। বেড্-মিণ্টন বেটেৰে "চাটল্ কক্" কোবায়। হাঁহে। মাতে আৰু নাচে। ডিভিত সাৰোটা-সাৰটিকৈ খোৱা মেজত বহে। কলা, কৃষ্টিৰ আলোচনা কৰে। প্ৰীতি ভোজ খায়।

শীতৰ ঠেৰেঙা লগা চেঁচাই উমনি দিয়ে বসন্তৰ ভ্ৰূণ।

* বসন্ত বাগৰে। গছে পাত সলায়।

এবাৰ ছুৱাৰ নহয়; চাৰিবাৰ।

তাপস এদিন ঘৰলৈ উভতি আহে।

যৌৱন পিছলি যাব খোজা মাকে আশীৰ্ব্বাদ দিয়ে। পূৱালিয়ে হাঁহে।

বাতৰি কাকতৰ পাতত হেজাৰ হেজাৰ ডেকা-গাভৰুৰ নাম ছপা হৈ ওলায়। নাম নহয়। ক্ৰমিক সংখ্যা। তাপসৰো।

পূৱালিৰ দেহত মদন পিছলা ৰূপ। ভুৱন ভুলোৱা কান্তি। বুকুত যৌৱনৰ জেঁাৱাৰ ভাটা।

ঃ সোনকালে কিবা এটা কৰা ককাইদেউ। মা দেউতাই আৰু অপেক্ষা কৰি বৈ থাকিব নোখোজে। কোনোবা কোনোবা আহিছে হেনো।

কিন্তু প্ৰেমতকৈ জীৱনৰ দাম বহুত বেছি। প্ৰেমক জীয়াই ৰাখিবলৈ লাগে জীৱন; আৰু জীৱনক জীয়াই ৰাখিবলৈ লাগে ধন আৰু প্ৰেম।

শ্বিলঙ। কুঁৱলীৰ আঁৰে আঁৰে জাৰ নামি অহা অসমৰ ৰাজধানী।

সচিৱালয়ৰ কৰিডৰত ঘূৰি ফুৰা তাপসৰ চকুত ক্লান্তি আৰু অৱসাদৰ ছাপ। চিন্তাক্লিষ্ট মুখ। আশা ভৰা চাৱনি। মনৰ মাজত জীয়াই থকাৰ বাবে দিবলগীয়া যুঁজৰ প্ৰস্তুতি।

কলা ঘুমতিয়াই থকা বিহাৰী দাৰোৱানৰ মাতত তাপসৰ তন্দ্ৰা ভাঙি যায়। তাপস উচাপ খাই উঠে। থমকি ৰয়। তাপসৰ চকুৰ মণিত জিলিকি উঠা বিহাৰী দাৰোৱানৰ মূৰ্ত্তিটোয়ে ৰূপ সলাই সচিৱালয়ৰ প্ৰাঙ্গণত অভয় বাণী শুনোৱাৰ ভঙ্গীত থিয় হৈ থকা বাপুজীৰ ৰূপ লয়।

সত্য মেৱ জয়তে।

ৰাজপথেৰে পাৰ হৈ যোৱা প্ৰচাৰ বিভাগৰ চলন্ত গাড়ীখনৰ পৰা ভাঁহি আহে ঃ বুদ্ধং চৰণং গচ্ছামি।

জনসেৱা আয়োগৰ কাৰ্য্যালয়ৰ সন্মুখৰ চাইন ব'ৰ্ডখন কঁপে।

চিয়াং সীমান্তৰ প্ৰশাসনীয় সদৰ আলং।

তাপস কুমাৰ মালাকৰ : বেচ চুপাৰিণ্টেণ্ডেণ্ট ; চিয়াং

এখন নেম প্লেট।

তাপসে চিঠি লিখে। দীঘল দীঘল চিঠি। মৰম কোমল ভাষা। হিয়া মন কাঢ়ি নিয়া মৰম মৰম লগা, মিঠা মিঠা লগা কথা। সেই চিঠি নীলা খামৰ চিঠি।

তাপসলৈও চিঠি আহে।

গতিয়েই জীৱন। গতি পথত খোজ পেলাই আগবাঢ়ে।

পূৱালিক বিচাৰি তাপস বলিয়া হৈ পৰে।

তুখন ভৰিৰ পদক্ষেপৰ ক্ল'জ আপ। সেই ভৰি তাপসৰ।

শ্বেৰডুক্‌পেনসকলৰ এয়া ইয়াক নাচ। তাপসে ঘূৰি ঘূৰি কাৰোবাক বিচাৰে।

কিন্তু পূৱালি নাই। শ্বেৰডুক্‌পেন গাভৰুৰ চিয়া কঁকালত পূৱালিৰ খামুচীয়া কঁকালৰ নাচোন আছে। কিন্তু পূৱালি নহয়।

তাপসৰ কেমেৰাৰ লেঞ্চে ধৰি ৰাখে নৃত্যৰতা শ্বেৰডুক্‌পেন গাভৰুৰ কঁকালৰ ভাঁজ। ঢৌ।

পখিলাৰ নাচোন নচা মিৰি গাভৰু জাকৰ বুকুত পূৱালিৰ বুকুৰ কঁপনি আছে। কিন্তু পূৱালি নাই। এয়া মিৰি বিহু। মিৰি নাচ।

পাহাৰ কন্দৰ অতিক্ৰম কৰি আগবাঢ়ে তুখন ভৰি। কামেং সীমান্ত পাৰ হৈ সোৱণশিৰিৰ বালি গছকি অহা ভৰি তুখন চিয়াঙত থমকি ৰয়।

কিন্তু নাই। পূৱালি তেতিয়াও আহি পোৱা নাই।

থমকি ৰোৱাৰ সময় নাই। যাত্ৰাৰ শেষ নাই।

মিচিমিৰ বৰ বিষ খাই মৰি যাওঁ মৰি যাওঁ কৰা এটা বিৰহী প্ৰাণ :

ৱালঙৰ কেবাঙত সেইজাক পাদাম পখিলাৰ জাক। ইচু খামতিৰ চঞ্চলা গাভৰুজাকৰ কিৰিলি। আনন্দৰ। উছৱৰ।

চকুত চেনেহ নিগৰা চাৱনি। সেই চাৱনি দেখি হৰিণজাকে তলমূৰ কৰে। লাজত।

ইহু গাভৰুৰ ওঠত কঁপনি আছে। পূৱালিৰ ওঠৰ কঁপনি। কিন্তু পূৱালি নাই। নাকবোৰ ভোটা। চুলিবোৰ চুটিকৈ কটা। ৰূপৰা।

কাঁইটীয়া হাবি আৰু কাঁইটীয়া জীৱনৰ পথ।

বাটৰ কাঁইটত আচোৰ লাগি ভৰি ছুখনৰ পৰা বৈ আছে তেজৰ সোঁত। তাপসৰ ফাকু ৰঙা তেজ।

টিৰাপৰ চাংলাঙত থমকি ৰয় ৰক্তাক্ত ছুখন ভৰি। চিনাকি ভৰি।

নামচাং গাভৰুৰ নাম নোহোৱা নাচ।

সেইজাক গাভৰুৰ মাংসল নিতম্ব দ্বয়ত পূৱালিৰ নিতম্ব দ্বয়ৰ লয় আছে। কিন্তু পূৱালিজনী নাই। ভৰিৰ আটিল কলাফুলবোৰ শক্তিৰ আধাৰ। কিন্তু সুগঢ়ী নহয়। সেইজাক গাভৰুৰ খোজত হস্তিৰ লয় নাই। আছে ধুমুহাৰ নৃত্য।

ক্লান্ত ভৰি ছুখনৰ যেন ক্লান্তি নাই। আছে গতিৰ তৃপ্তি।

সেউজীয়া চাহনিৰ মাজত ঝুমুৰ নৃত্যৰ ধ্বনি শুনি ভৰি ছুখন থমকি ৰয়। বনুৱা গাভৰুৰ সৰল হাঁহিত সেয়া পূৱালিৰ হাঁহি। কিন্তু পূৱালিৰ লিহিৰা লিহিৰি আঙুলিবোৰ ক'লৈ গ'ল? খামুচীয়া কঁকালখন ক'ত হেৰাল? এৰাঁ গাখীৰত সেন্দুৰ বোলোৱা পূৱালিৰ দেহৰ ৰং কোনে চুৰ কৰি নিলে?

নাই। পূৱালি ইয়াতো নাই।

বাঁহৰ ওপৰত নচা এইজাক মিজো গাভৰু। লুচাই ৰূপহী। লাখেৰ যুৱতী। সোণবৰণীয়া গাৰ ৰং। ধেনু ভেৰীয়া চেলাউৰি। সেই ৰং, পূৱালিৰ গাৰ। সেই চেলাউৰি পূৱালিৰ চকুৰ চেলাউৰি। কণ্ঠনিগিৰত ধ্বনিত মৰম আছে। কিন্তু মৌ নাই। গান নাই। এইজাক ৰূপহীৰ নাকবোৰ ধুনীয়া। কিন্তু পূৱালিৰ দৰে তিলফুলীয়া নহয়। ঈগলৰ বেঁকা ঠোঁটে এইবোৰ নাক দেখি লাজ নাপায়। আজানুলম্বিত চুলি-টাৰিত ৰাত্তিৰ এন্ধাৰ নাই। আছে সন্ধিয়াৰ পাতল পিতল ৰং। চুটি চুটি চুলি। পিতল পিতল ৰং।

পূৱালি আছে। তাপসে বিচাৰি পালে পূৱালিক : শ্বেৰডুকপেন গাভৰুৰ তিয়ঁহজালি ককালত; মিৰি যুৱতীৰ বুকুৰ লহৰত, ইছু পখিলাজাকৰ ওঠৰ কঁপনিত। নামচাং গাভৰুৰ নিতম্বদ্বয়ত আৰু বন্দুৱা ৰাংঢালী চাওতালী যুৱতীৰ সৰল হাঁহিত। মিজো, লাখেৰ আৰু লুচাই চেনেহীহঁতৰ চেলাউৰিত।

কিন্তু সেইজনী টুকুৰা টুকুৰ পূৱালি। অসম্পূৰ্ণা পূৱালি। তাত পূৱালিৰ সম্পূৰ্ণ ৰূপ নাই। সেইজনী পূৱালি অসম্পূৰ্ণা পূৱালি।

: পূৱালি নাই। পূৱালি উভতি গৈছে।

তাপসে ভাবে।

সেই চিনাকি ঘাট। চিনাকি নৈ আৰু ঝাউবনৰ শাৰী।

উভতি গৈ পূৱালিয়ে হয়তো মাকক কৈছে : মই তাপস ককা-দেউক বিচাৰি আহিলোঁ মা। তেওঁ আহিব। আৰু কেইদিনমান অপেক্ষা কৰা।

তাপস উভতি আহে। চিনাকি বাটেৰে। চিনাকি ঘাটেৰে।

সেইখন তাপসহঁতৰ গাওঁ। মৰমৰ গাওঁ। গধূলিৰ ধূলিত বেলিয়ে লুকাভাকু খেলে। গৰখীয়াজাকে বনগীত জোৰে। তাপসৰ শৈশৱ আৰু কৈশোৰৰ হেজাৰ স্মৃতি নিগৰা চেনেহী গাওঁ। জনমৰ আদিম পুৱাত দিনৰ পোহৰ দেখা গাওঁ। কৈশোৰত মৰম বিলোৱা পূৱালিৰ হাঁহি আৰু চকুলোৰে সিক্ত হৈ থকা চিৰ চেনেহী জন্ম তীৰ্থ। এইখন গাঁৱৰ পথৰ ধূলিত মিহলি হৈ আছে তাপস আৰু পূৱালিৰ জীৱনৰ যৌৱনৰ তলসৰা ফুল।

গাওঁখনত ভৰি দিয়েই তাপসে লগ পালে মুকুটক।

"বহুত পলম হৈ গ'ল তাপস।"

"মানে ?"

"তেনেহলে তই মোৰ মেছেজ নাপালি ?"

"ওহো।"

"তোক এবাৰ চাওঁ চাওঁ কৈ বৈ থকা মায়েৰা আৰু বৰ নোৱাৰিলে। আঁতৰি গ'ল।"

"মুকুট!"

"সচা তাপস। সৌ চা, নৈৰ পাৰত, ঝা বঙ্কিম আঁৰত সোঁৱা চিতা বহ্নিৰ ধোঁৱা।"

তাপসে চিঞৰি উঠিল ঃ মা।

চিতা বহ্নিৰ কুঁজ আপ। এমুঠি ধোঁৱা আৰু ছাই।

বৰ নৈৰ ঘাট। এবুকু পানীত তাপস।

"মোৰ ক্ষমা কৰি যোৱা মা। ক্ষমা কৰি যোৱা পূৱালি।"

তাপসৰ কনিষ্ঠাত জিলিকি উঠা আঙঠিটোৰ কুঁজ আপ। সেয়া স্মৃতি দিয়া আৰু পোৱাৰ। আঙঠিটোত মীনা কৰা এটা নাম ঃ পূৱালিৰ।

আলফুলকৈ আঙঠিটো খুলি বৰ নৈৰ বুকুলৈ দলিয়াই দিয়া তাপস আগুৱাই যায় বৰ নৈৰ বুকুলৈ। লুইতৰ চাকনৈয়াত হেৰাই যাব খোজা তাপসৰ চকুৰ আগত জিলিকি উঠে ঃ শ্বেৰহুক্‌পেন গাভৰুৰ কঁকালৰ ভাজ। মিৰি যুৱতীৰ বুকু। লহৰ, ইদু পখিলাৰ ওঠৰ কঁপনি। বনুৱা গাভৰুৰ সৰল হাঁহি। এটাৰ পিচত আন এটা। তাপসৰ কেমেৰাৰ লেঞ্চে ধৰি ৰখা ছবিবোৰ নাচি নাচি এক হৈ যায়। ভাঁহি উঠে পূৱালি।

দূৰত প্ৰতিধ্বনিত হয় ঃ মোক বিচাৰি হাবাথুৰি নাখাবা ককাইদেই। মই সকলোতে আছোঁ। যিদিনাই তুমি মোক প্ৰকৃত ৰূপত ভাল পাবলৈ শিকিবা সিদিনা মই আকৌ তোমাৰ ওচৰলৈকে আহিম। তোমাক ধৰা দিম। কিন্তু তাৰ আগেয়ে নহয়।

চাকনৈয়াত উটি যোৱা তাপস হঠাতে হেৰাই যায় বৰ নৈৰ বুকুত।

ভাঁহি উঠে এপাহ পদুম ফুল। শেঁতা, ম্লান।

লুইতৰ ভটিয়ালী সোঁত। সোঁতে সোঁতে উটি যোৱা এপাহ পদুম।

গতিৰ যেন অন্ত নাই। সোঁতৰ যেন শেষ নাই। স্থিতি নাই পদুম পাহৰ।

বৰাক, পদ্মা আৰু লুইতৰ মিলন তীৰ্থত ক্ষন্তেক থমকি ৰোৱা পদুম পাহে প্ৰণাম জনায় গঙ্গাৰ স্ফটিক ধাৰাক। তাৰ পিচত আকৌ আৰম্ভ হয় গতি।

মেঘনাদৰ সাগৰ-নীলা অটল সোঁতৰ বুকুত এপাহ ফুল। শুভ্ৰ।

মেঘনাদে জিৰণি লয় বঙ্গোপসাগৰৰ বহল বুকুত।

পাৰাপাৰ বিহীন বঙ্গোপসাগৰৰ অশান্ত উৰ্ম্মিমালাই শান্তি বিচাৰে। বিচাৰে আশ্ৰয়। মহাসাগৰৰ উদাৰ বক্ষই দিয়ে সেই আশ্ৰয়।

সেয়া ধ্যানমগ্ন ভাৰত মহাসাগৰ।

কিন্তু পদুম পাহৰ গতিৰ শেষ ক'ত? আশ্ৰয় ক'ত?

দূৰত প্ৰশান্ত মহাসাগৰৰ বহল নীলা পানী।

সেই নীলাৰ বুকু ফালি বৈ আহে আন এপাহ পদুম।

দুজাক বিপৰীতমুখী বতাহৰ সোঁতে পদুম দুপাহ ওচৰ চপাই আনে। মাজৰ ব্যৱধান চমু হৈ আহে। এটা মিলন বিন্দুত ইপাহে সিপাহক সাৱটি ধৰে। এক হৈ যাব খোজে। পাশ্চাত্যমুখী পদুম পাহ হঠাতে সজীৱ হৈ উঠে। প্ৰাচ্যমুখী পদুম পাহৰ যাদুকৰী স্পৰ্শত ম্লান পদুম পাহে সজীৱ হৈ নাচে।

দৃষ্টিৰ সীমা হেৰাই যোৱা নীলা জলধিৰ বুকুত দুপাহ পদুম এক হৈ যায়। ওঠে ওঠে চুমা খায়। যেন অভিন্ন হৃদয়। এটি পদুম।

বিপৰীতমুখী দুজাক বতাহৰ মিলনত সৃষ্টি হয় এজাক ঘূৰ্ণিমান বতাহৰ তৰঙ্গ। সেই বতাহৰ তৰঙ্গত পদুমৰ পাহিবোৰ সৰি সৰি উৰি যায়। সৰি যোৱা পাহিবোৰে মকৰাজালৰ দৰে পাতল আভৰণৰ ৰূপ লৈ উৰি আহে এখনৰ পিচত আন এখন। ৰামধেনু ৰঙৰ দৰে সাতোটা ৰঙ। বিভিন্ন বৰণ।

ভাৰতৰ মানচিত্ৰৰ সিপাৰত মানস সৰোবৰ। পাৰত থিয় হৈ আছে এজনী ষোড়শী। সেই একে ভঙ্গী। একে লয়। গাত পদুম পাহিৰ আভৰণ।

ভাৰতৰ ওপৰেৰে বতাহে কোৱাই নিয়া মকৰাজালৰ লেখীয়া

পাতল আভৰণবোৰ এখন এখনকৈ উৰি গৈ মেকুৱাই ধৰে ষোড়শীক। ষোড়শীৰ গাৰ পত্নম পাহিবোৰ উৰি গৈ পৰিছে সৰোবৰত। সৰোবৰত গজি উঠে এজোপাৰ পিচত আন এজোপা পত্নম। প্ৰস্ফুটিত হৈ উঠে অলেখ কলি। সেউজ।

নৱ আভৰণাবৃতা ষোড়শীৰ নৱ ৰূপ। মুখত হাঁহিৰ ঢেউ। সেই হাঁহি পোৱাৰ। তৃপ্তিৰ। বিজয়ৰ।

দূৰত প্ৰতিধ্বনিত হয় এষাৰ বাণী :

অমৰ হওক মানুহৰ শিল্প। যুগমীয়া হওক মানৱৰ সৃষ্টি আৰু প্ৰতিভা······।”

পঢ়া হলত পাণ্ডুলিপিটো জপাই থলোঁ।

মোৰ তন্দ্ৰা ভাঙি গৈছিল। নিজকে মই পাহৰি গৈছিলোঁ।

এটাৰ পিচত আন এটা ছবি আহি যেন ভাঁহি উঠিছিল মনৰ ৰূপালী পৰ্দাত। নিজক পাহৰি ৰূপালী পৰ্দাত দৃষ্টি স্থিৰ কৈ উপভোগ কৰা কাহিনী এটাৰ যেন সমাপ্তি ঘটিল।

কিন্তু এইখন জানো চিনেৰিও? নে নক্সা?

বন্ধ কৰি থোৱা পাণ্ডুলিপিটোৰ পাতবোৰ আকৌ এবাৰ লুটিয়াই চালোঁ। মই পঢ়া কাহিনীটোৰ পিচতে কেইটামান নিলিখা পাত। তাৰ পিচত আৰু বহুত কিবা কিবি লিখা আছে। যিমান খিনি পঢ়িলো তাৰ প্ৰায় দহ গুণ।

চকু ফুৰাই চালোঁ। সেয়া স্কেচ বেক কৰি দেখুৱাব খোজা কাহিনীবোৰৰ সংলাপ। নানা প্ৰকাৰ নিৰ্দ্দেশ। সংযোগ সংস্থাপন, দৃশ্য গ্ৰহণ আৰু পৰিচালনাৰ নিৰ্দ্দেশ। মই ভালদৰে বুজি নাপালোঁ। কাৰণ বোলছবি বিষয়ৰ কাৰিকৰী অভিজ্ঞতা মোৰ নাই।

মই বুজা নুবুজা বহুত কথা। চুটি চুটি সংলাপ। সংলাপবোৰৰ শব্দ চয়ন নিখুঁট। মাথোন কেইটামান খটেৰে পূৰ্ণ দৈৰ্ঘ্যৰ ছবি

এখনৰ কাহিনী ফুটাই তোলাৰ কৌশল দেখি তবধ মানিলোঁ। আচৰিত হলোঁ।

মূল কাহিনীটো পঢ়ি ভাবিছিলোঁ ঃ এই কাহিনীটো ছবি হ'লে দৰ্শনীৰ বাবে কিমান ঘণ্টা লাগিব বাৰু ?

কিন্তু মোৰ অনুমানটো সঁচা নহয়। ফ্লেছ বেক কৰিবলগীয়া কাহিনীবোৰৰ সংলাপ আৰু দৃশ্যগ্ৰহণৰ নিৰ্দ্দেশবোৰ পঢ়ি বুজিলোঁ নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত দেখুৱাব পৰাকৈ কাহিনীটোক ছবি কৰাৰ দক্ষতা ধ্ৰুৱজ্যোতিৰ আছে।

ধ্ৰুৱ দুৱৰাক সেই মুহূৰ্ত্ততে লগ পোৱাৰ ইচ্ছাটো মোৰ প্ৰবল হৈ উঠিল।

॥ আঠ ॥

ছুটী শেষ হৈছিল।

ঘৰৰ পৰা আকৌ ৰাঁচী পালোঁহি।

তেতিয়াও সন্ধিয়া হোৱা নাই। সন্ধিয়া হওঁ হওঁ।

পথ ক্লান্তিৰ কথা মই যেন পাহৰি গৈছিলোঁ। ওৰে বাটছোৱা ঘৰখনৰ কথাই ভাবি আহিছিলোঁ। নবৌলৈ মনত পৰিছিল।

ঘৰৰ পৰা ক্ৰমান্বয়ে দূৰলৈ আঁতৰি অহাৰ লগে লগে মোৰ মনৰ পৰ্দ্দাত ভাঁহি উঠিছিল কেবাখনো মুখৰ ছবি। যুতিমালা, ধ্ৰুৱজ্যোতি, অনুপম, স্মৃতিকণা আৰু সেউজী। ছবিবোৰ এখন এখনকৈ ভাঁহি উঠি আকৌ আঁতৰি গৈছিল। কিন্তু এখন মুখৰ ছবি বাৰে বাৰে আহি মোৰ চকুৰ আগত ভাঁহি ৰ'ল। সেইখন মুখ সেউজীৰ। সেউজীৰ কথা পাহৰিব খুজিও মই পাহৰিব নোৱাৰিলোঁ।

সেউজী জানো সঁচাকৈয়ে অন্তঃস্বত্বা ?

অনুপ আৰু স্মৃতিকণা ঘৰলৈ গ'ল গৈ নে হাস্পাতালতে আছে? সেউজীৰ অসুখ হোৱা কথাটো জানো সঁচা? তাই এতিয়া ক'ত?

কোৱাৰ্টাৰত বস্তু-বাহানিখিনি থৈয়েই হাস্পাতাললৈ গৈছিলোঁ। পাচনি ল'ৰাটোয়ে গা ধুম নেকি সুধিছিল। গা ধোৱা ঘৰত পানী দিবলৈ কৈ মই ওলাই আহিলোঁ।

অনুপম নাই। স্মৃতিকণা গুচি গৈছে। মই যোৱাৰ কেইদিনমান পিচতে সিহঁত ঘৰলৈ উভতি গ'ল গৈ। মোমায়েকে নে কোনোবা এজনে আহি লৈ গৈছে। হাস্পাতালত টকা পইচা কিবা দিবলগীয়া আছে নেকি চালোঁ। নাই। টকা পইচা যি দিবলগীয়া আছিল আটাইবোৰ দি গৈছে।

মনটো সেমেকি উঠিল। সেউজীৰ কিবা খবৰ পোৱাৰ যিকণ আশা আছিল সেই আশাকণো মৰিমূৰ হৈ গ'ল। ইচ্ছা হৈছিল: মই যেন হাস্পাতালৰ প্ৰত্যেককে সুধিম; অনুপহঁতক নিবলৈ অহা মোমায়েকজনে মোক জানো বিচৰা নাছিল? সেউজীৰ কথা কাৰোবাক কিবা কৈ গৈছে নেকি? সেউজীৰ অসুখৰ কথাটো সঁচা নে মিছা? তাই এতিয়া ক'ত? সেউজী জানো দৰাচলতে সন্তান সম্ভৱা?

কিন্তু কাক সুধিম?

অনুপম আৰু স্মৃতিকণা ঘৰলৈ গৈ কি কৰিছে বাৰু? সেউজীৰ বিষয়ে কি ভাবিছে? অনুপমে সেউজীক জানো আদৰি লব পাৰিছে? সহজভাৱে গ্ৰহণ কৰিব পাৰিছে? স্বীকাৰ কৰিব পাৰিছে জানো: সেউজীৰ গৰ্ভকোষত সেয়া ভ্ৰূণ আন কাৰো নহয়। অনুপমৰ।

আৰু সেউজী?

অনুপমক পাই সেউজীয়ে কি কৰিছে? মোলৈ জানো তাইৰ

এবাৰো মনত পৰা নাই? মোৰ কথা ভবা নাই? যদি ভাবিছে তেন্তে কি ভাবিছে বাৰু?

এন্ধাৰ নামিছিল।

ধ্ৰুৱজ্যোতি অথবা যুতিমালা বুলি ভবা গাভৰুজনীৰ ওচৰলৈ যাব খুজিও নগলোঁ। ইমান সময়ে প'হৰি থকা পথ ক্লান্তিটোৱে ক'ৰ পৰা জানো আহি মোক হেঁচি ধৰিছিল। হাস্পাতালৰ পৰা ওলাই কোৱাৰ্টাৰলৈ উভতি আহিলোঁ।

কেবাখনো চিঠি আহি মোৰ টেবুলত গোট খাইছিল। সৰহ ভাগেই চিকিৎসা সম্বন্ধীয় চিঠি। আমেৰিকাৰ পৰা অহা চিঠিবোৰত বিভিন্ন বাতৰি। চাইক'থেৰাপিৰ ন ন খবৰ। ন ন আবিষ্কাৰ আৰু গবেষণাৰ কথাৰে ভৰা।

অসমৰ পৰা চিঠি পাইছিলোঁ দুখন। এখন নীহাৰ ভান্নুৰে লিখিছিল। আনখন দেৱাঙ্কুৰৰ।

নীহাৰ ভান্নুৰে লিখিছিল:

"......আপোনাৰ ওচৰত মই চিৰকৃতজ্ঞ।

মৃত্যুক হাতৰ মুঠিত লৈ সিদিনা হাস্পাতালৰ পৰা ওলাই আহিছিলোঁ। এয়া আজি কেবামাহো আগৰ কথা। ভাবিছিলোঁ: মৃত্যু মোৰ অনিবাৰ্য্য। আপোনাৰ আশ্বাস পালেও মই সিদিনা নিজকে আশ্বাস দিব পৰা নাছিলোঁ।

আৰ্জেণ্টৰ দেউতাক ঢুকাল।

মোকৰ্দ্দমাত আমাৰ জয় হ'ল।

এই জয়ৰ কাৰণে যদি কোনোবাই প্ৰশংসা পোৱা উচিত তেন্তে সেই প্ৰশংসাৰ পাত্ৰ আন কোনো নহয়। আপুনি। আপোনাৰ প্ৰতিবেদন।

মোকৰ্দ্দমাৰ ৰায় শুনাৰ পিচত চেনীতৰা আৰু চেনীতৰাৰ মাকৰ ওচৰলৈ গৈছিলোঁ। মোৰ উদ্দেশ্যৰ কথা চেনীতৰাৰ মাকক জনালোঁ। মাকে হয়তো মোক বিশ্বাস কৰিব নোৱাৰিলে। বিশ্বাস কৰিবলৈ টান পালে।

চেনীতৰাৰ মাকেই চেনীতৰাক মোৰ ওচৰলৈ মাতিছিল। মোৰ কথাবোৰ চেনীতৰাক কৈছিল। মোৰ উদ্দেশ্যৰ কথা চেনীতৰায়ো শুনিলে।

কথাবোৰ শুনি চেনীতৰা নিৰ্ব্বাক হৈ গ'ল।

তাই যেন এটা প্ৰস্তৰ মূৰ্ত্তি। অনুভূতিহীন মাটিৰ প্ৰতিমা।

অৱশেষত তাই হাঁহিব খুজিছিল। কিন্তু হাঁহিব নোৱাৰিলে।

বিশ্বাস অবিশ্বাসৰ দোমোজাত, আনন্দৰ আতিশায্যত চেনীতৰা ঢলি পৰিল। মূৰ্চ্ছিতা হৈ পৰিল। কাৰণ চেনীতৰাৰ মাক আৰু এটা শিশু। ফুলৰ পাহিৰ দৰে পৱিত্ৰ। দেৱ শিশুৰ দৰে নিষ্পাপ।

চেনীতৰা ঢলি পৰিল। কিন্তু আৰু নুঠিল। চিৰদিনলৈ তাই মোক ক্ষমা কৰি গুচি গ'ল।

চেনীতৰাৰ মাকে কান্দিলে। মোৰো চকু দুটা তিতি উঠিল। নিজে নজনাকৈয়ে মই ফেঁকুৰি উঠিলোঁ। কিবা এটা হেৰুৱাৰ বেদনাত। গুৰুতৰ দোষ এটাৰ অপৰাধত।

বোকোচা বৈ চেনীতৰাই ডাঙৰ কৰা সন্তানটো চেনীতৰাৰ নহয়। মোৰ। মোৰ ভ্ৰূণক উম দি চেনীতৰাই তাক এদিন জন্ম দিছিল। বুকুৰ মৰম চেনেহ দি ডাঙৰ দীঘল কৰিছিল।

সন্তানটোৰ দায়িত্ব মোৰ। সেই দায়িত্ব মই লব খুজিছিলোঁ। মই তাক মোৰ ওচৰলৈ লৈ আহিব খুজিছিলোঁ। কিন্তু চেনীতৰাৰ মাকে এৰি নিদিলে।

এইকণেই মোৰ শাস্তি যে চেনীতৰাক মই নিজ হাতেই নিঃশেষ কৰি থৈ আহিলোঁ চিতা বহ্নিৰ বুকুত। জীয়া চেনীতৰাৰ কপালত সেন্দুৰৰ ফোট এটা পিন্ধোৱাৰ সময় মই নাপালোঁ। সময় নহ'ল। কিন্তু মৃত্যুৱে সেই সময় মোক উলিয়াই দি গ'ল চেনীতৰাই।

মোৰ হাতৰ ৰঙা ফোটটো পিন্ধি মৃত চেনীতৰাই হাঁহিছিল। মৃত্যুৰ হাঁহি। বিজয়ৰ হাঁহি; আৰু পৰাজয়ৰ গ্লানিত মোৰ তেতিয়া মৰি যাওঁ মৰি যাওঁ যেন লাগিছিল।

......দেউতাই মোক বিয়া কৰোৱাৰ কথা কৈছে। জোনোবা

চাহ খেতিয়কৰ ছোৱালী। কিন্তু মই সম্মতি দিব পৰা নাই। বোধহয় কাহানিও দিব নোৱাৰিম। নহলে চেনীতৰাৰ মৃত আত্মাই মোক কেতিয়াও ক্ষমা নকৰিব।

আপোনাক কথাবোৰ জনোৱা উচিত বুলিয়েই লিখিলোঁ। আশাকৰো মোক যেন ভুল নুবুজে। আপুনি মোক ভুল বুজিলে মনত বৰ আঘাত পাম। ইতি—

—আপোনাৰ
নীহাৰ

চেনীতৰাৰ মৃত্যুত মোৰ দুখ লগা নাছিল। চেনীতৰাৰ মৃত্যু আজি হোৱা নাই। মৃত্যু হৈছিল কাহানিবাই। মৃত চেনীতৰাক জীয়াই তুলিবৰ যত্ন কৰিছিলোঁ। কিন্তু নোৱাৰিলোঁ।

কিন্তু মোৰ সন্দেহ হৈছিল ঃ নীহাৰে জানো সঁচা কথা লিখিছে? চেনীতৰা জানো সঁচাকৈয়ে ঢুকাল? নীহাৰেই ষড়যন্ত্ৰ কৰি চেনীতৰাৰ মৃত্যু মাতি আনিলে নেকি? নীহাৰে মোলৈ এয়া মিছাকৈয়ে লিখিছে ঃ চেনীতৰা ঢুকাল।

কিন্তু মিছাকৈয়ে নীহাৰে লিখিব কিয়? মই নীহাৰক কি কৰিব পাৰোঁ? অৱশ্যে নীহাৰৰ দেউতাকে মোৰ হাতত দি থৈ যোৱা দহ হেজাৰ টকাৰ মাত্ৰ ছশ টকা চেনীতৰাৰ মাকলৈ পঠিয়াইছিলোঁ। বাকীখিনি মোৰ হাততে আছে। টকাখিনি ওভতাই পোৱাৰ আশাত নীহাৰে তেনেদৰে মোলৈ লিখিছে নেকি বাৰু?

নীহাৰে টকাৰ বিষয়ে চিঠিত একোৱেইতো উল্লেখ কৰা নাই। ‘আপুনি মোক ভুল বুজিলে মনত বৰ আঘাত পাম’।—এই কথাষাৰৰ অৰ্থ কি বাৰু?

নীহাৰৰ চিঠিখনৰ কথাবোৰ বিশ্বাস কৰা উচিত নে অনুচিত একো ভাবি নাপালোঁ। এনেতে দেৱাঙ্কুৰৰ চিঠিখনলৈ মনত পৰিল। সি নো কি লিখিছে বাৰু? চেনীতৰা আৰু নীহাৰৰ কথা লিখিছে নেকি? ইমান সময়ে দেৱাঙ্কুৰৰ চিঠিখনৰ কথা মই পাহৰিয়েই আছিলোঁ।

নীহাৰৰ চিঠিখন সামৰি থৈ দেৱাঙ্কুৰৰ চিঠিখন খুলি ললোঁ।

দেৱাঙ্কুৰে লিখিছিল :

মাকৰ অসুখৰ কাৰণে দেৱাঙ্কুৰ ঘৰলৈ গৈছিল। ঘৰৰ পৰা উভতি আহি এয়া শ্বিলঙৰ পৰা সি মোলৈ লিখিছে।

...নীহাৰৰ চৰিত্ৰৰ পৰিবৰ্ত্তন দেখি সি আচৰিত হৈছে। নীহাৰৰ কবৰত এয়া নীহাৰৰ নৱজন্ম।

মানুহ দেৱতা নহয়। কিন্তু কেতিয়াবা কেতিয়াবা মানুহ দেৱতাতকৈও শ্ৰেষ্ঠ হৈ পৰে। সেইবোৰ মানুহক তেতিয়া দেৱতাৰ শাৰীত বহুৱাই পূজা কৰিবৰ মন যায়। কান্ধত তুলি লৈ নাচিবৰ ইচ্ছা হয়।

কলিঙ্গৰ যুদ্ধত তেজৰ নৈ বোৱাই অশোক সন্ন্যাসী উপগুপ্তৰ শৰণাগত হৈছিল। আৰ্জেন্টৰ মৃত্যুই নীহাৰৰ এই পৰিবৰ্ত্তনৰ কাৰণ নেকি সি নাজানে।

নীহাৰে চেনীতৰাক বিয়া কৰাব খুজিছিল। কিন্তু চেনীতৰাই নীহাৰৰ কথা বিশ্বাস কৰিব নোৱাৰিলে। বিশ্বাস কৰিব নোৱাৰিলে চেনীতৰাৰ মাকে। বিশ্বাস নোহোৱাটোয়ে স্বাভাৱিক।

কিন্তু চেনীতৰাই অৱশেষত বিশ্বাস কৰিলে। সেই বিশ্বাস জীৱনক ওভতাই পোৱাৰ বিশ্বাস। মাজনিশা আকাশত অৰুণ জ্যোতি দেখাৰ বিশ্বাস। কিন্তু জীৱনক ওভতাই পোৱাৰ বিশ্বাসে চেনীতৰাৰ জীৱনলৈ আনিব নোৱাৰিলে জীৱন। আনিলে মৃত্যু।

চেনীতৰা এইখন পৃথিবীৰ পৰা কাহানিবাই আঁতৰি গৈছে।

দৰিদ্ৰ মগনীয়াই চিঠি খেলত লাখ টকা পুৰস্কাৰ পোৱাৰ বাতৰি শুনিলে হয় মৃত্যুক বৰণ কৰে; নহলে মগজুৰ ভাৰসাম্য হেৰুৱাই বলিয়া হয়। সেয়া অভাৱনীয় আনন্দ এটাক সহজভাৱে লব নোৱাৰাৰ প্ৰতিক্ৰিয়া।

চেনীতৰাৰো সেয়ে হ'ল। অৱহেলিত চেনীতৰা হ'ব চাহবাগিছাৰ মালিকৰ বোৱাৰী। ইমান ডাঙৰ আশা তাই কৰা নাছিল। ইমান

সৌভাগ্যৰ অধিকাৰিণী হোৱাৰ ইচ্ছাও হয়তো তাইৰ নাছিল। নাঙলৰ সিৰলুত সোণ ফলাই এমুঠি পেটৰ ভাত মোকোলোৱা কপাইৰ জীৱনৰ পৰা আঁতৰি আহি গোটেই পৃথিৱীখনকে অন্ধকাৰ দেখা চেনীতৰাৰ হেজাৰ কিলোৱাট শক্তিৰ পোহৰ সহ্য কৰাৰ ক্ষমতা নহ'ল। হিয়া নধৰা আনন্দই তাইৰ কলিজাটো ফুলাই ফুলাই শেষত চিৰি পেলালে।

দেউতাকে নীহাৰক আন ছোৱালী বিয়া কৰোৱাৰ কথা কৈছিল। কিন্তু নীহাৰে দেউতাকক স্পষ্ট ভাৱে জনাই দিলে: সি কাকো বিয়া নকৰায়। এই বিষয়ত তাৰ স্বাধীনতাত দেউতাকে হাত দিলে সি আত্মহত্যা কৰিব।

অৱশেষত সেয়ে হ'ল। সাত দিন আগতে নীহাৰে আত্মহত্যা কৰিলে।

মৃত্যুৰ আগে আগে পোন্ধৰ হেজাৰ টকা চেনীতৰাৰ কেঁচুৱাটোৰ নামত বেঙ্কত জমা ৰাখি সকলোবোৰ কাগজপত্ৰ চেনীতৰাৰ মাকৰ হাতত দি থৈ গ'ল।......

চিঠিখন সামৰি থৈ নীহাৰৰ চিঠিখনৰ তাৰিখটোলৈ চালোঁ। মই ঘৰলৈ যোৱাৰ পিচদিনাখনেই নীহাৰৰ চিঠিখনে মোক বিচাৰি ৰাঁচী পাইছিলহি; আৰু তাৰ তেইশ দিন পিচত দেৱাস্কুৰে এয়া মোলৈ লিখিছে।

হুমুনিয়াহ এটা বৈ আহিল। মানুহৰ জীৱন আৰু মৃত্যুৰ কথা কোনোৱেও নাজানে। জীৱনৰ মমতাত যিজন নীহাৰে আজীৱন উন্মাদৰ অভিনয় কৰি জীয়াই থাকিবলৈ বিচাৰিছিল সেইজন নীহাৰে নিজেই মাতি আনিলে নিজৰ মৃত্যু।

মানুহৰ মন বিচিত্ৰ। বিচিত্ৰ জীৱন।

এহেজাৰ মান টকা চেনীতৰাৰ মাকলৈ ৰাখি বাকীখিনি নীহাৰৰ দেউতাকলৈ পিচদিনাখনেই পঠিয়াই দিম বুলি ভাবি থলোঁ।

যুতিমালা বুলি ভবা গাভৰুজনীৰ ওচৰলৈ গৈছিলোঁ।

হাতত যুতিমালা আৰু কাঞ্চন পেহীৰ এখন এনলাৰ্জড্ ফটো। মনৰ জোলোঙাত হেজাৰ আশা। গাভৰুজনীক সুস্থ কৰি তোলাৰ। গাভৰুজনী সুস্থ হোৱাৰ।

ফটোখন উলিয়াই গাভৰুজনীক দেখুৱাইছিলোঁ। কৈছিলোঁ: এইখন কাৰ ছবি চোৱা যুতি।

গাভৰুজনীয়ে ছবিখন বহু সময় নিৰিখি চাইছিল। মোৰ হাতৰ পৰা কাঢ়ি নিছিল। তাৰ পিচত চিঞৰি উঠিল: মা।

আনন্দত মই শিহঁৰি উঠিলোঁ।

তাই কঁপিছিল।

কোনো দিনে কথা নোকোৱা বলিয়া গাভৰুজনীৰ মুখত সেই দিনাই মই প্ৰথম কথাষাৰ শুনিছিলোঁ। এটা শব্দ। আৰু সেই এটা শব্দৰ কথাষাৰে মোৰ মনৰ ঘূৰণ মঞ্চখনত এজনী গাভৰুক থিয় কৰাই দিছিল। মোৰ সন্দেহ আঁতৰি গৈছিল। সেইজনী আন কোনো নহয়। যুতিমালা।

আশা এটা হৈছিল: যুতিমালাক মই সুস্থ কৰি তুলিব পাৰিম। যুতিমালা সুস্থ হৈ উঠিব। সেই আশাকে লৈ যুতিমালাৰ বিষয়ে শুনা সকলোবোৰ কথাই যুতিমালাক কলোঁ। মৰম সনা ব্যৱহাৰ। মৰম লগা কথা। এটাৰ পিচত আন এটা কথাৰে যুতিমালাৰ পূৰ্ব্বৰ স্মৃতি ঘূৰাই আনিবলৈ যত্ন কৰিলোঁ। তাই মোক চিনি পাইছে নে নাই সুধিলোঁ।

এদিন দুদিনকৈ কেবাদিনো পাৰ হৈ গ'ল। কিন্তু যুতিমালাৰ কিবা মানসিক উন্নতি হোৱা বুলি মোৰ অনুমান নহ'ল। যুতিমালা উন্মাদিনী হৈয়ে ৰ'ল।

কাঞ্চন পেহীক আনি যুতিমালাক দেখুওৱাৰ ইচ্ছা এটা হৈছিল। কিন্তু পেহীক ইয়ালৈ অনা সম্ভৱ নহয়। কোনে আনিব? কাৰ লগত আহিব? কাবোবাৰ লগত আহিলেও ভগ্ন স্বাস্থ্যৰ পেহীজনীক যুতিমালাই জানো মাক বুলি চিনি পাব?

আশাৰ অন্ত নাই। কামনাৰ শেষ নাই। যুতিমালা ভাল হৈ উঠিব। এই আশাকে লৈ এটাৰ পিচত আন এটা পদ্ধতিৰে যুতিমালাৰ স্মৃতিশক্তি ফিৰাই আনিবলৈ যত্ন কৰিলোঁ। অতীত জীৱনৰ কাহিনীবোৰ সোঁৱৰাই দিলোঁ। চন্দ্ৰৰ কথা। পঞ্চায়তৰ বিচাৰ। মোকৰ্দ্দমাৰ কাহিনী। দীন মণ্ডল আৰু ৰংমনক সাপে খোটাৰ কথাবোৰ এটা এটাকৈ কৈ গ'লোঁ। তাইক কোনে আহি জিলালৈ লৈ গ'ল, উকীলৰ ঘৰত তাই কি কৰিছিল, ইত্যাদি।

কিন্তু লাভ একো নহ'ল। সকলো চেষ্টা মোৰ নিষ্ফল হৈ গ'ল। আগৰ যি যুতিমালা সেই যুতিমালা হৈয়ে ৰ'ল। অৱশ্যে যুতিমালাৰ পৰিবৰ্ত্তন এটা মোৰ চকুত পৰিছিল। কথা নোকোৱা যুতিমালাই আজি-কালি কথা কয়। এটা মাথোন শব্দ: মা। সকলো সময়তে তাই ছবিখন লৈৰে ব্যস্ত। কেতিয়াবা কেতিয়াবা ছবিখন চাই চাই তাই কান্দে। উচুপি উচুপি ফেঁকুৰি উঠে। ফটোখন কোনোবাই কাঢ়ি নিয়ে বুলি তাই সদায় সচেতন হৈ থাকে।

মই এদিন তাইৰ হাতৰ পৰা ছবিখন আনিব খুজিছিলোঁ। এনেয়ে। কি প্ৰতিক্ৰিয়া হয় তাকে চাবলৈ। তাই তেতিয়া মোৰ ওচৰৰ পৰা আঁতৰি পলাইছিল। সিদিনাৰ পৰা তাই মোৰ ওচৰলৈকে নাহে। মোৰ পৰা আঁতৰি ফুৰে। মোক দেখিলেই লৰ মাৰে। ঘৰৰ ভিতৰত সোমাই দুৱাৰখন বন্ধ কৰি দিয়ে। ভাব: ছবিখন কাঢ়ি আনিবলৈহে মই যেন তাইৰ ওচৰলৈ গৈছোঁ।

মোৰ প্ৰতি তাইৰ অন্তৰত জাগি উঠিল এটা ভীষণ ভয়। আতঙ্ক।

মোৰ প্ৰতি জন্মা তাইৰ এই আতঙ্কৰ ভাব দূৰ কৰিব নোৱাৰিলে মোৰ সকলো চেষ্টাই ব্যৰ্থ হৈ যাব। কিন্তু কেনেকৈ এই ভয় দূৰ কৰিব পাৰোঁ তাৰে চিন্তাত মই ব্যস্ত হৈ পৰিলোঁ।

ফটোখন পুৰণি হৈ গৈছিল। হাতৰ পৰশ লাগি মলিয়ন হৈ পৰিছিল।

মোৰ চুটকেচত আৰু এটা কপি আছিল। সেইখন বন্ধাই আনি থলোঁ। এইখন নষ্ট হলে বন্ধাই থোৱা ছবিখনো যুতিমালাকে দিব লাগিব। দিম।

জীৱনত হাঁহি আৰু কান্দোন দুয়োটাৰে প্ৰয়োজন। হাঁহি আৰু কান্দোনে কেঁচুৱা ল'ৰা-ছোৱালীৰ দেহ গঠনত সহায় কৰে। পূৰ্ণ বয়স্ক-সকলৰ ক্ষেত্ৰতো হাঁহি আৰু কান্দোনৰ মূল্য উলাই কৰিবলগীয়া নহয়। হাঁহিয়ে মানুহৰ মন প্ৰফুল্ল কৰে। প্ৰফুল্ল মনে দেহ সুস্থ কৰি ৰাখে। তেজৰ গতিবেগ বঢ়ায়। কান্দোনে মানুহৰ মনৰ বেদনা পাতলায়। চকুপানীয়ে অন্তৰৰ গভীৰ শোক ধুই মচি নিকা কৰে। অপ্ৰকাশিত বেদনাৰ প্ৰতিক্ৰিয়াই কেতিয়াবা কেতিয়াবা মানুহৰ জীৱনত ভয়াবহ হৈ দেখা দিয়ে। সহিব নোৱাৰা মনৰ বেদনাই মানুহৰ হৃদক্ৰিয়া বন্ধ কৰি দিয়ে। স্নায়ুমণ্ডলী দুৰ্ব্বল কৰি তোলে। ৰক্তৰ চাপ বঢ়ায়। ফলত মানুহ মৃত্যু মুখত পৰে। উন্মাদ হয়। আৰু সেয়ে নহলে ভোগ কৰিবলগীয়া হয় নানা প্ৰকাৰ ব্যাধি।

যুতিমালাই কান্দিব পৰাটোও এটা শুভ লক্ষণ। সুস্থ হোৱাৰ অনুকূল অৱস্থা। যুতিমালাই কান্দক। কান্দি কান্দি তাই নিকা কৰি পেলাওঁক অন্তৰত থুপ খাই থকা অসহনীয় বেদনাৰ গধুৰ বোজা।

দিন পুৰণি হৈছিল। মোৰ প্ৰতি জন্মা যুতিমালাৰ ভয়ৰ ভাৱটো ক্ৰমান্বয়ে আঁতৰি গৈছিল। মই তাইক আশ্বাস দিছিলোঁ: কাঞ্চন পেহীৰ ছবিখন মই তাইৰ পৰা কাঢ়ি নিনিওঁ। কাঞ্চন পেহীয়ে তাইৰ কথা কৈ সদায় কান্দে। তাইক এবাৰ চাবলৈ গাঁৱৰ ঘৰত আকুল হৈ অপেক্ষা কৰি আছে।

যুতিমালাই আৰু কান্দক বুলিয়েই কথাবোৰ কৈছিলোঁ।

ধ্ৰুৱ ডুৱৰাক মধুছন্দাৰ কথা কৈছিলোঁ। অজন্তা, ইলোৰাৰ বিষয়ে মধুছন্দাৰ মুখত শুনা কথাবোৰ কৈ শুনাইছিলোঁ। গোপেশ

গাঙ্গুলী, অজন্তাৰ মৃত্যু, মধুছন্দাৰ অলঙ্কাৰ বিক্ৰীৰ কথাবোৰ শুনি ভুৱৰাই হুমুনিয়াহ কাঢ়িছিল। কৈছিল : জীৱন আৰু মৃত্যুত আমাৰ কৰিবলগীয়া একো নাই। কিন্তু অজন্তাৰ মৃত্যু হোৱা নাছিল। অজন্তাক হত্যা কৰিছিল অসমীয়া ৰাইজ আৰু চৰকাৰে! সেই সময়ত তাঁৰ নোপোৱা হলে শিল্পীজনক কেতিয়াও মই টকা দুশ দিবলগীয়া নহয়। তাৰে অজন্তাৰ চিকিৎসা কৰিব পাৰিলোঁহেঁতেন।

মই আচৰিত হৈছিলোঁ। ধ্ৰুৱই কথাবোৰ পাহৰি যোৱা নাই নে স্মৃতিশক্তি ওভতাই পাব খুজিছে?

ধ্ৰুৱ ভুৱৰাক সদায় নতুন নতুন কথাবোৰ কৈ শুনাইছিলোঁ। দিনটোৰ সৰহখিনি সময় মোৰ ধ্ৰুৱ আৰু যুতিমালাৰ ওচৰতে পাৰ হৈ যায়। ছবিৰ বাবে নতুনকৈ লব খোজা কাহিনীটো ধ্ৰুৱক পঢ়ি শুনাইছিলোঁ। অসমত হবলগীয়া ষ্টুডিঅ'টোৰ কথা কৈছিলোঁ: অসমত ষ্টুডিঅ' নিৰ্ম্মাণৰ কাম সম্পূৰ্ণ হ'ল। ষ্টুডিঅ'ৰ নামটো কি দিব সেই কথাহে চৰকাৰে বৰ্ত্তমানে চিন্তা কৰি আছে। নামটো খাটাং হলেই আনুষ্ঠানিক ভাৱে ষ্টুডিঅ'টো মুকলি কৰিব। অসমীয়া ৰাইজে ষ্টুডিঅ'টোৰ নাম হয় 'ৰূপজ্যোতি' অথবা 'চিত্ৰবন' নহয় 'কামৰূপ কাৰেং' দিয়াৰ বাবে দাবী জনাইছে।

এই নামবোৰ মই ভুৱৰাৰ পাণ্ডুলিপিটোৰ পৰাই সংগ্ৰহ কৰিছিলোঁ।

প্ৰথম দিনাখন কাহিনীটো শুনি ভুৱৰাই একো কোৱা নাছিল। ষ্টুডিঅ'টোৰ নামাকৰণ সম্পৰ্কেও একো নকলে। মাথোন কৈছিল: অসমত একো নহয়।

আন এদিন। ভুৱৰাই মোক সুধিছিল: আপুনি 'ব্ৰহ্মপুত্ৰ' কথাছবিখন চাইছে নে?

প্ৰথমতে মই একো বুজি নাপালোঁ। একো উত্তৰ দিব নোৱাৰিলোঁ।

কি কম ভাবিছিলোঁ। এনেতে হঠাৎ মনত পৰিল: মধুছন্দাই দিয়া পাণ্ডুলিপিটোৰ ওপৰতে লিখা এটা শব্দ। ব্ৰহ্মপুত্ৰ।

"সেইখন ছবি হ'ল জানো? আপুনি ছবি কৰিব খুজিছিলহে।"

"হ'ল। হ'ল। সেইখন কাহানিবাই ছবি হ'ল।"

মই প্ৰতিবাদ নকৰিলোঁ।

"ষ্টুডিঅ'টোৰ নাম 'কামৰূপ কাৰেং' দিছে নহয়?"

"হয়।"

মিছাকৈয়ে শলাগি থলোঁ।

"এৰা সেইটোয়ে উপযুক্ত নাম। এদিন ইয়াতেই কামদেৱে ৰূপ পাইছিল। আৰু আজি কামৰূপ কাৰেঙত অসমৰ শিল্প কলাই পাব নব ৰূপ। নতুন জন্ম। অ' এটা কথা নহয়?"

মই তুৰৱাৰ মুখলৈ চালোঁ।

"ষ্টুডিঅ'টোৰ বিভিন্ন অংশবোৰৰ নাম কি দিছে বাৰু? যেনে ধৰক: ৰসায়নাগাৰ, ৰঙ্গমঞ্চ, ভঁৰাল আদিৰ নাম?"

"ৰঙ্গমঞ্চখনৰ নাম 'ৰূপজ্যোতি' আৰু ৰসায়নাগাৰটোৰ নাম 'চিত্ৰবন' দিছে হবলা।"

নিৰুপায় হৈ কলোঁ। তেনেই মিছা কথা।

"সঁচা?"

"এৰা।"

"মোৰ কল্পনাই বাস্তৱত ৰূপ পালে তেনেহলে? অসমীয়া বাইজ আৰু চৰকাৰে মোক ভাল পায়?"

"অসমীয়া ৰাইজে আপোনাক সঁচাকৈয়ে অন্তৰৰ পৰা ভাল পায়। ভক্তি কৰে। শ্ৰদ্ধা কৰে আপোনাৰ প্ৰতিভাক।"

তাৰ পিচত তুৰৱাই একো নকলে। বহু সময় মৌন হৈ ৰ'ল।

"মই যাম। ৰূপজ্যোতি মঞ্চত থিয় হৈ অসমীয়া ৰাইজ আৰু চৰকাৰক মই অভিনন্দন জনাম। মোক জানো আপুনি লৈ যাব নোৱাৰিব? ষ্টুডিঅ'টো কোনখিনিত মই আকৌ চিনি নাপাওঁ নহয়। ষ্টুডিঅ'টো বৰ ধুনীয়া হৈছে? নহয় নে বাৰু?"

"সঁচাকৈয়ে ধুনীয়া হৈছে। আপোনাক নিশ্চয় এদিন মই লৈ যাম।"

"ধন্যবাদ। মোৰ ব্ৰহ্মপুত্ৰ ছবিখন কেনে হৈছে বাৰু? ভাল হৈছে নহয়? কিন্তু মোৰ মনত কি দুখ বৈ গ'ল জানে? ছবিখনৰ প্ৰেছ -শ্বৰ দিনাখনেই আটাইবোৰ প্ৰিণ্ট পুৰি গ'ল। এটা বিলো ৰক্ষা কৰিব নোৱাৰিলোঁ।

ছুৰবা মনে মনে ৰ'ল।

ময়ো মৌন হৈ ৰ'লোঁ।

পলৰীয়া দিনবোৰৰ হিচাব মই ৰখা নাছিলোঁ। হিচাব ৰাখিছিল কেলেণ্ডাৰৰ পাতবোৰে। ঘৰৰ পৰা উভতি অহাৰ পিচত এয়া মই ছুখিলা কেলেণ্ডাৰৰ পাত ছিঙি পেলাইছোঁ।

যুতিমালা আৰু ধ্ৰুৱজ্যোতি ছুৰবাৰ মানসিক উন্নতি কিবা হৈছিল নে নাই নাজানোঁ। কিন্তু যথেষ্ট পৰিবৰ্ত্তন মোৰ চকুত পৰিছিল। এই দুমাহে অশেষ যত্ন কৰিও মই বিফল হৈ পৰিছিলোঁ। ভাগৰি পৰিছিলোঁ। যুতিমালা আৰু ধ্ৰুৱক সুস্থ কৰি তোলাৰ আশা প্ৰায় এৰিয়েই পেলাইছিলোঁ।

কিন্তু হেজাৰ চেষ্টা কৰিও যিজনী যুতিমালাৰ স্মৃতি মই ফিৰাই আনিব নোৱাৰিলোঁ সেইজনী যুতিমালাই হঠাতে এদিন ফিৰাই পাইছিল স্মৃতি। এটা সাধাৰণ ঘটনা। বিস্ময়ত মই অভিভূত হৈ পৰিলোঁ। মোৰ অজ্ঞতাৰ কাৰণে বৰ লাজ লাগি গ'ল। যুতিমালাৰ বিষয়ে মই এনেদৰে ভাবিব নোৱাৰিলোঁ কিয় ক'ব নোৱাৰোঁ। অথচ যুতিমালাৰ স্মৃতি ফিৰাই অনাৰ বাবে সেইটোৱে আছিল একমাত্ৰ উপায়। পদ্ধতি।

ৰামজনমে এদিন সাপ এটা গলত মেৰুৱাই ৱাৰ্ডত ঘূৰি ফুৰিছিল। সাপ ধৰাৰ মন্ত্ৰ সি ক'ত শিকিছিল নাজানোঁ। কিন্তু তাৰ গলত জীয়া সাপ এটা দেখি মই ভয় খাইছিলোঁ। মোৰ ভয় লাগিছিল।

কিন্তু মনৰ আচল ভাৱটো লুকুৱাই মই তাক চমক দিছিলোঁঃ

জীয়া সাপৰ লগত খেমালিখন কিহৰ ? সি মৰে মৰক। কিন্তু হাস্পাতালৰ হাউলিত সি তেনেদৰে ঘূৰি ফুৰাটো উচিত হোৱা নাই।

মোৰ চমক খাই ৰামজনমে কৈছিল : সেইটো জীয়া সাপ নহয়। কৃত্রিম সাপ। ৰবৰৰ নে প্লাষ্টিকৰ। নেজৰ তলত এটা বিন্ধা আছে। সেই বিন্ধাটোৰে ফুৱাই বতাহ ভৰাই দিলে জীয়া সাপৰ দৰে দহ-পোন্ধৰ মিনিট আঁতৰে আঁতৰে ফণা তুলি উঠে। গা মূৰ জোকাৰি ফোঁচ-ফোঁচায়। জীৱন্ত সাপৰ দৰে আঁকাই-পকাই লৰ মাৰে।

তাৰ কথাবোৰ শুনি মনে মনে থাকিলোঁ। লাজো লাগিল। কৃত্রিম সাপ এটা চিনি পোৱাৰ ক্ষমতাও মোৰ নাই। কিন্তু সাপটো দেখিলে কৃত্রিম সাপ বুলি ভবাৰ উপায় নাই। যেন এটা জীৱন্ত সাপ।

ৰামজনম আঁতৰি গৈছিল।

উন্মাদ বঙালী যুৱক এজনৰ চাইকথেৰাপিৰ বিষয়ে মই কিবা কিবি চিন্তা কৰি আছিলোঁ। তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল ক'ব নোৱাৰোঁ।

হঠাৎ মোৰ তন্দ্রা ভাঙি গৈছিল। ফিমেল ৱাৰ্ডৰ পৰা বিশৃঙ্খল হুলস্থুল এটা ভাহি আহি মোৰ কাণত পৰিল। কি হ'ল একো বুজি নাপালোঁ। লৰালৰিকৈ চেম্বাৰৰ পৰা ওলাই ফিমেলৱাৰ্ড পালোঁ গৈ।

যুতিমালাৰ ৱাৰ্ডটোৰ সন্মুখত কেবাজনো ৱাৰ্ডবয়, নাৰ্চ জুম খাই হুলস্থুল লগাইছে। সেই জুমটোৰ একাষে থিয় হৈ আছে ৰামজনম। তাৰ চকু মুখত এটা অপৰাধী অপৰাধী ভাব।

মোক দেখি ৱাৰ্ডবয়, নাৰ্চ কেইজনীয়ে ফালৰি কাটি বাট মুকলি কৰি দিছিল। 'কি হৈছে' বুলি সোধাৰ আগতে মোৰ চকুত পৰিল : মাটিত অচেতন হৈ ঢলি পৰি আছে যুতিমালা। বুকুৰ মাজত গাৰ সকলো শক্তিৰে সাৱটি ধৰি আছে সেই কৃত্রিম সাপটো।

নাৰ্চ এজনীয়ে কিবা ক'ব খুজিছিল। মই চমক দিলোঁ। যুতি-

মালাক তুলি নি সুস্থ কৰি তোলাৰ বাবে যত্ন নকৰাটো যেন তাইৰ হে দোষ।

যুতিমালাক দাঙি নি বিছনাত শুৱাই দিয়াৰ পিচত প্ৰাথমিক চিকিৎসাৰ বিধান দি মই বাৰাণ্ডালৈ ওলাই আহিলোঁ। নাৰ্চজনীক কলোঁ: আৱশ্যক হ'লে মোক খবৰ দিবা। মই বাৰাণ্ডাতে আছোঁ।

ৰামজনমক মাতি আনি সুধিলোঁ: যুতিমালাৰ কি হৈছিল? তাই কেনেকৈ এনেদৰে অজ্ঞান হৈ পৰিল?

মোক দেখিয়েই ৰামজনমৰ অণ্ঠ কণ্ঠ শুকাই গৈছিল। মুখৰ ৰং শেঁতা পৰি গৈছে। মৰা মানুহৰ মুখৰ দৰে হৈ পৰিছে পাণ্ডুৰ। ভয়ত কঁপি কঁপি ৰামজনমে মোৰ প্ৰশ্নৰ উত্তৰ দিব খুজিছিল। কিন্তু একো ক'ব নোৱাৰিলে। তাৰ মুখেৰে স্পষ্ট হৈ কোনো কথাই ফুটি নোলাল।

অৱশেষত ৰামজনমৰ হৈ ৰামদেৱে কৈছিল: বাৰাণ্ডাত থিয় হৈ থকা যুতিমালাৰ ওচৰেৰে ৰামজনম পাৰ হৈ যাব খুজিছিল। এনেতে যুতিমালাই ৰামজনমৰ ডিঙিত সাপটো দেখি চিঞৰি উঠিল। একে জাপেই বাৰাণ্ডাৰ পৰা নামি আহি ৰামজনমৰ ডিঙিৰ পৰা সাপটো কাঢ়ি নিলে। সাপটোৱে যুতিমালাৰ হাতত ফণা তুলি ফোঁচ-ফোঁচাই উঠিল। ৰামজনমে যুতিমালাৰ হাতৰ পৰা সাপটো আঁজুৰি আনিব খোজোঁতে তাই অজ্ঞান হৈ মাটিত ঢলি পৰিছে।

যুতিমালাই কি বুলি চিঞৰিছিল সুধিলোঁ। কিন্তু ৰামদেও অথবা ৰামজনমে কব নোৱাৰিলে। যুতিমালাই কি কৈছিল সিহঁতে বুজি পোৱা নাছিল।

যুতিমালাৰ কোঠাটোলৈকে সোমাই গলোঁ।

তেতিয়া তাইৰ চেতনা ঘূৰি আহিছে। বিছনাখনতে উঠি বহি প্ৰলাপ বলকিছে: মানুহে কাঢ়ি নিলে। মানুহে কাঢ়ি নিছিল। আজি মই কাকো ক্ষমা নকৰোঁ।

"এইবোৰ তুমি কি কৈছা যুতি?"

মৰম লগাকৈ সুধিলোঁ।

মোৰ মাত শুনি যুতিমালাই মোলৈ ঘূৰি চাইছিল। তাৰ পিচত চিঞৰি উঠিল : পলাশ ককাইদেউ।

যুতিমালা এদিন সুস্থ হৈ উঠিল। স্মৃতিশক্তি ওভতাই পোৱা যুতিমালাই মোৰ প্ৰশ্নৰ উত্তৰ দি কৈছিল তাইৰ জীৱনৰ অতীত কাহিনী। সাপটোৰ কথা তাই একো নাজানে। ক'ব নোৱাৰে। কিন্তু উকীলৰ ঘৰত থাকোঁতে সদায় সন্ধিয়া চন্দ্ৰ তাইৰ ওচৰলৈ যায়। খেৰৰ মেজিটোৰ ওচৰতে বৈ থাকে। তাই আঁতৰি আহিব খোজে। কিন্তু নোৱাৰে। তাইক সাৱটি ধৰি মৰম কৰে। চুমা খায়। এদিন সেইজন চন্দ্ৰই তাইৰ দেহৰ শুচিতা কাঢ়ি লৈ গ'ল। তায়ো শেষলৈ চন্দ্ৰক ভাল পাইছিল। সদায় সন্ধিয়া তাই চন্দ্ৰক অপেক্ষা কৰিছিল। খেৰৰ মেজিটোৰ ওচৰলৈ গৈছিল।

কিন্তু এদিন তাই বুকুৰ মাজৰ পৰা চন্দ্ৰক কাঢ়ি লৈ গ'ল এজন মানুহে। চেপেনাৰে চেপি চন্দ্ৰৰ মূৰটো ছিঙি পেলালে। মুণ্ডহীন চন্দ্ৰৰ দেহটো কঁপি কঁপি শান্ত হৈ ৰ'ল। ভয়ত তাই চিঞৰি উঠিল।

তাৰ পিচত যুতিমালাই একো ক'ব নোৱাৰে।

বুজিলোঁ সেয়া চন্দ্ৰ নহয়। সাপটোকে তাইৰ চন্দ্ৰ চন্দ্ৰ যেন লাগিছিল।

চন্দ্ৰ মৰা নাই। জীয়াই আছে। ঘৰলৈ যাওঁতে চন্দ্ৰক মই ঘৰত লগ পাই আহিছোঁ।

যুতিমালাক যুতিমালা বুলি সন্দেহ মুক্ত হোৱাৰ কেইদিনমান পিচতেই নবৌলৈ মই লিখিছিলোঁ। নবৌয়ে চিঠিৰ উত্তৰ দিয়াত কিয় জানো পলম কৰিছিল ক'ব নোৱাৰোঁ। নবৌৰ পৰা চিঠিৰ উত্তৰ নাপালোঁ।

যুতিমালাই স্মৃতিশক্তি ঘূৰাই পাইছিল। সুস্থ হৈ উঠিছিল।

যুতিমালাৰ সুস্থতাৰ নিৰ্ভৰ যোগ্য প্ৰমাণ পোৱাৰ পিচত নবৌলৈ লিখিম বুলি ভাবিছিলোঁ : যুতিমালা বৰ্ত্তমানে সম্পূৰ্ণ সুস্থ হৈ উঠিছে। ককাইদেৱে কাৰোবাক পঠিয়াই পাৰে যদি যুতিমালাক ইয়াৰ পৰা লৈ যাওক হি। কাঞ্চন পেহীয়ে যুতিমালাক দেখি অন্ততঃ শান্তিৰে মৰিব পাৰিব। ককাইদেৱে কিবা এটা নকৰিলে যুতিমালা ইয়াৰ পৰা অকলে ঘৰলৈ যাব নোৱাৰে। কাঞ্চন পেহীয়ে কাৰোবাক পঠিয়াই যুতিমালাক লৈ যোৱাৰ আশা মিছা।

নবৌলৈ লিখিবলৈ কলম হাতত লওঁতেই চিঠি এখন পাইছিলোঁ। স্মৃতিকণাই লিখিছিল :

মৰমৰ বোপাই,

হাস্পাতালৰ পৰা ওলাই অহাৰ সময়ত তোমাক লগ নাপালোঁ। তুমি তেতিয়া চুটী লৈ ঘৰলৈ আহিছা। আহিবৰ সময়ত তোমাক মাত এষাৰ লগাই আহিবলৈ নাপাই মনটো কেনেবা কেনেবা লাগিছিল।

ভাবিছিলোঁ : তুমি অসমলৈ আহিছা যেতিয়া আমাৰ ঘৰলৈকেও নিশ্চয় এবাৰ আহিবা। ঘৰ পায়েই তোমালৈ তাঁৰ পঠিয়াম। কোনোবা এজনৰ হতুৱাই তোমাক মতাই আনিম। সেই কাৰণেই তোমাৰ ঘৰৰ ঠিকানাটো বহু কষ্টেৰে মই সংগ্ৰহ কৰিছিলোঁ।

কিন্তু মানুহে পাতে। ঈশ্বৰে ভাঙে।

আমাৰ কাৰণে ইমান ডাঙৰ বিপদ এটা ঘৰত বৈ আছিল বুলি তেতিয়া সপোনতো ভবা নাছিলোঁ। আমাক আনিবলৈ যোৱা মোমাইদেৱেও কোৱা নাছিল। ঘৰলৈ আহিহে সকলো গম পালোঁ।

ঘৰত কোনো নাছিল।

মা ঢুকাল। সেউজী হাস্পাতালত। কলিজা ছিৰি বৈ অহা তেজবোৰলৈ চাই চাই সেউজীয়ে অপেক্ষা কৰিছিল মৃত্যুক। অপেক্ষা কৰিছিল অনুপম আৰু মোক।

*সেউজীয়ে যেন সঁচাকৈয়ে আমাৰ কাৰণেহে বৈ আছিল।*

ডাক্তৰে কোৱা কথা যদি সঁচা হয় তেন্তে সেউজীৰ মৃত্যুৰ কাৰণে [ মই উচাপ্ খাই উঠিলোঁ। ভগৱান! সেউজী তেন্তে নাই? সেউজী আঁতৰি গৈছে? মই যেন চকুৰে ধোঁৱা-কোঁৱা দেখিছিলোঁ। ] দায়ী কোনো নহয়। দায়ী মই আৰু অনুপম। কঠোৰ পৰিশ্ৰম আৰু মানসিক চিন্তাৰ ফলতেই সেউজীৰ স্বাস্থ্য ভাঙি গৈছিল। মৃত্যুৰ কীটে খুলি খুলি খাইছিল সেউজীৰ কলিজা। প্ৰাণৰ বিনিময়েৰে সেউজীয়ে জীয়াই তুলিলে মোক আৰু অনুপমক।

ঘৰ পোৱাৰ পিচত মামীয়ে কথাবোৰ কৈছিল। কথাবোৰ শুনি আমাৰ মূৰত আকাশ ভাঙি পৰিল। অনুপে হুক্-হুক্কৈ কান্দি উঠিল: মই ফেঁকুৰি ফেকুৰি কান্দিলোঁ। এইখন ঘৰত মোৰ কোনো বান্ধোন নাছিল। এইখন ঘৰ মোৰ কাৰণে ঘৰ নহয়। মৰুভূমি। শ্মশান। কেৱল অনুপ, মা আৰু সেউজীৰ কাৰণেই এইখন ঘৰলৈ উভতি আহিছিলোঁ। যি কণ শান্তিৰ আশা লৈ ঘৰ পালোঁহি ঘৰ পাই আঘাত পালোঁ তাতকৈ বহুত বেছি। এটা অসহনীয় বেদনা। হাস্পাতালতেই মোৰ মৃত্যু হোৱা হ'লে মই শান্তিৰেই মৰিব পাৰিলোঁ-হেঁতেন পলাশ!

মোক জগৰীয়া কৰি সেউজী গুচি গ'ল। অনুপমক দেখিলে মোৰ বুকুখন ফাটি যাওঁ ফাটি যাওঁ যেন লাগে। মই অনুপৰ মুখখনলৈকে চাব নোৱাৰোঁ।

অনুপৰ সৈতে পিচদিনাখনেই শ্বিলং পালোঁ গৈ।

হাস্পাতালৰ বিচনা এখনত পৰি আছিল এখন মৃত্যু মলিন মুখ। এজাল শেঁতা চকু। সেউজীৰ কঙ্কাল।

আমাক দেখি সেউজী উঠি বহিব খুজিছিল। কিন্তু নোৱাৰিলে।

সেউজী ঢুকাল; আমি সেউজীক লগ পোৱাৰ আঠচল্লিশ ঘণ্টা পিচত।

অনুপমৰ বুকুৰ কামিহাড়বোৰ যেন ভাঙি গুৰি হৈ গৈছিল।

মূৰত হাত থৈ অনুপ বহি ৰ'ল। মোৰ যেন উশাহ বন্ধ হৈ গ'ল। ইচ্ছা হৈছিল: জ্বলন্ত চিতাবহ্নিৰ মাজৰ পৰা সেউজীক যেন নমাই আনিম। কাঢ়ি আনিম। মোৰ মৃত্যুৰে জীয়াই তুলিম সেউজীক। কম: তুমি ঘৰলৈ যোৱা সেউজী। এয়া তোমাক নিবলৈ অনুপ আহিছে। তোমাৰ পৰিবৰ্তে চিতাৰ জুয়ে মোৰ দেহ পুৰি ছাই কৰি দিয়ক। মৌলাই শ্মশানত পৰি ৰ'ক মোৰ অস্থিভস্ম।

কিন্তু নিয়তিৰ নীতি অলঙ্ঘনীয়। তাক লঙ্ঘন কৰাৰ ক্ষমতা আমাৰ নাই।

সেউজীৰ মৃত্যুয়ে মোক যিমান আঘাত দিব পৰা নাই তাতকৈ হেজাৰ গুণে আঘাত দিছে সেউজীৰ ত্যাগে।

জানা পলাশ: মৃত্যুৰ আগদিনা সেউজীয়ে চাবি একোছা মোলৈ আগুৱাই দিছিল। কৈছিল: আলমীৰাতে আপোনাৰ অলঙ্কাৰ পাতিবোৰ আছে। কানি-কাপোৰবোৰ পোকে কুটিলে নেকি নাজানোঁ। বহুত দিন চাব চিতিব পৰা নাই। ইমান দিনে সেইবোৰ বুকুত বান্ধি ৰাখিছিলোঁ। আপুনি আহিলে ওভতাই দিম। কিন্তু নিজ হাতে মই আপোনাৰ হাতত তুলি দিব নোৱাৰিলোঁ। বাইদেউ।

অনুপমক কৈছিল: মৃত্যুত মোৰ দুখ নাই। মোতকৈ সুখী আজি বোধহয় পৃথিবীত আৰু কোনো নাই। আপোনাক সুস্থ কৰি তুলিব পৰাটোয়ে মোৰ আনন্দ। মোৰ কথা আপনি নাভাবিব দেই। মোৰ কথা মনত পৰিলে ভাবিব: আপুনি সপোন দেখিছিল। সপোনত সেউজী নামেৰে কোনোবা এজনী আপোনাৰ ওচৰলৈ আহিছিল; আকৌ আঁতৰি গ'ল।

মোৰে শপত আপুনি যেন বিয়া কৰায়। উৰঁলি যোৱা ঘৰখনত শিশুৰ হাঁহিয়েহে ঘূৰাই আনিব পাৰিব শান্তি। শিশুৰ হাঁহি শুনি মাৰ মৃত-আত্মাই শান্তি পাব। মা-দেউতাই স্বৰ্গৰ পৰা মোক আশীৰ্বাদ দিব।

তাৰ পিচত সেউজীয়ে আৰু কব নোৱাৰিলে।

এয়া আজি তোমালৈ লিখিবলৈ লোৱাৰ অলপ আগতে-আলমাৰীটো খুলিছিলোঁ: অলঙ্কাৰৰ বাকচটো মই যেনেদৰে থৈছিলোঁ তেনেদৰেই আছে। সাধাৰণ আঙঠি এটাৰো হৰণ-ভগন হোৱা নাই। অথচ কিমান অভাৱ, কিমান কষ্টেৰে সেউজীয়ে আমাক বচাই তোলাৰ যত্ন কৰিছিল। চিকিৎসালয়লৈ মাহে মাহে টকা পঠিয়াইছিল।

সেউজীয়ে যদি মোৰ আটাইবোৰ অলঙ্কাৰকে বিক্ৰী কৰি দিলেহেঁতেন, তেন্তে মই আজি কেতিয়াও ইমান আঘাত নাপালোঁ-হেঁতেন।

......থাওঁক বোপাই, লিখাৰ ধৈৰ্য্য আৰু নাই। ক্ষমা কৰিবা।

পিচত কেতিয়াবাকৈ লিখিম। অনুপমক লৈ কি কৰোঁ সেই বিষয়ে তুমিয়ে মোক কিবা এটা পৰামৰ্শ দিবা।

অনুপমৰ কাৰণে মই সকলোকে কৰিব পাৰোঁ। সেউজীক ঘূৰাই অনাৰ আৰু কোনো উপায় নাই জানো সোণ? ইতি—

তোমাৰ

—স্মৃতিকণা

চকুৰে মই ধোঁৱা-কোঁৱা দেখিলোঁ। বুকুখন যেন ফাটি যাব। ইচ্ছা হৈছিল মই যেন চিঞৰি চিঞৰি কান্দিম। বলিয়াৰ দৰে দৌৰি গৈ ধ্ৰুৱ ডুৱৰাক সুধিম: তোমাৰ কামৰূপত চিতাভস্মৰ পৰা কামদেৱে ৰূপ পায়। তেন্তে সেউজীক জীয়াই তোলাৰ উপায় জানো একো নাই?

মই সুস্থিৰ হ'বৰ যত্ন কৰিছিলোঁ।

ডুবত সোৱা ৰাতিৰ আকাশ।

খিৰিকীৰে দেখিছো এমুঠি তৰাৰ জিলিমিলি।

সেই তৰালিজ্যাকে হাঁহিছে নে কান্দিছে মই নাজানোঁ।

এয়া মোৰ চকুত চকুপানী। মই কান্দিছোঁ।

'কামৰূপ কাৰেঙ'ত হয়তো এদিন হেজাৰ হেজাৰ অজন্তা জী উঠিব। 'ৰূপজ্যোতি' ৰঙ্গমঞ্চত থিয় হৈ ধ্ৰুৱজ্যোতিয়ে ওভতাই পাব স্মৃতি। মোৰ চিকিৎসা বিজ্ঞানক উপলুঙা কৰি কৃষ্টিৰ মাৰল ঘৰৰ মজিয়াত নাচি নাচি ধ্ৰুৱই হয়তো এদিন হাঁহিব। তৃপ্তিত, আনন্দত। সেই হাঁহি সুস্থতাৰ হাঁহি। মগজুৰ ভাৰসাম্য ঘূৰাই পোৱাৰ হাঁহি।

কিন্তু কেতিয়া?

আৰু সেউজী? সেউজীয়ে জানো আকৌ হাঁহিব? ধ্ৰুৱজ্যোতিক কব: মোৰ সোণ, তুমি মোক চিনি নোপোৱা। কলীমতীয়ে কাঢ়ি নিলে তোমাৰ মোৰ পৰিচয়। কিন্তু মই হেৰাই যোৱা নাই। 'চিত্ৰবন'ত লুকাই আছোঁ। তোমাৰ প্ৰতিভাৰ যাদুকৰী স্পৰ্শত মই আকৌ জী উঠিম। তোমাৰ চিত্ৰবনৰ কলা-কৃষ্টিৰ সোণৰ কাঠিৰে মোক জীয়াই তুলিবা চিৰ সেউজীকৈ। অসমীয়া নাৰীৰ ত্যাগ আৰু সেৱাৰ জয়দ'ল।

সৌ তৰা মুঠিৰ দুটা নে এটা তৰা মই দেখা নাই। হেৰাল ক'ৰবাত। হয়তো 'কামৰূপ কাৰেঙ'ৰ কোনোবা চুকত লুকাই আছে উদ্ধাৰৰ আশাত।

কিন্তু এই হেৰাই যোৱা তৰাকেইটাক বিচাৰিব কোনে?

আৰু কেতিয়া?

---